# আডল্ফ্ হিট্‌লাৰ

## প্ৰথম ভাগ

সত্যেন বৰকটকী





শ্ৰীভূমি পাবলিচিং কোম্পানী
৭৯, মহাত্মা গান্ধী ৰোড, কলিকতা-৯

প্রকাশক :
শ্রীঅরুণ পুরকায়স্থ
শ্রীভূমি পাবলিশিং কোম্পানী
৭৯, মহাত্মা গান্ধী রোড
কলিকাতা-৭০০ ০০৯

বেটুপাত : মৃগাঙ্ক বিশ্বাস

প্রথম প্রকাশ : ফেব্রুয়ারী ১৯৮২

মূল্য : ২০.০০ টকা

মুদ্রাকর :
শ্রীঅজিত কুমার চৌধুরী
সাধনা প্রেস,
২০৬ নং বিধান সরণী
কলিকাতা-৭০০ ০০৬

# সূচী পাত

## প্ৰথম অধ্যায়
### উত্থান


| | | | |
|---|---|---|---|
| ওৰা | | | ১ |
| এক : | হিট্‌লাৰৰ ল'ৰা আৰু ডেকাকাল | ... | ৭ |
| দুই : | জাৰ্মানিৰ পৰাজয় | ... | ১৫ |
| তিনি : | নাৎচি পাৰ্টিৰ জন্ম | ... | ১৮ |
| চাৰি : | গুণ্ডামি আৰু স্বস্তিকা | ... | ২৬ |
| পাঁচ : | ফ্যুৰাৰৰ আৱিৰ্ভাৱ | ... | ২৮ |
| ছয় : | ভাইমাৰ বিপাব্লিক | ... | ৩০ |
| সাত : | ভেৰ্চাই ডিক্‌টাট্ | ... | ৩২ |
| আঠ : | বিয়াৰ-হল পাট্‌শ্ | ... | ৩৫ |
| ন : | মাইন্ কাম্ফ্ | ... | ৪৩ |


## দ্বিতীয় অধ্যায়
### অপেক্ষা, প্ৰস্তুতি আৰু ক্ষমতালাভ (১৯২৫-১৯৩৩)


| | | | |
|---|---|---|---|
| এক : | মুক্তি আৰু সংগঠন | ... | ৪৯ |
| দুই : | আৰাম আৰু প্ৰেম | ... | ৫৫ |
| তিনি : | সুযোগ | ... | ৬৩ |
| চাৰি : | ভাইমাৰ বিপাব্লিকৰ মৰণ-যাতনা | ... | ৬৬ |


## তৃতীয় অধ্যায়
### ক্ষমতাৰ শিখৰত


| | | | |
|---|---|---|---|
| এক : | চান্‌চেলৰ ও ডিক্টেটৰ | ... | ৭৩ |
| দুই : | ১৯৩৪ চনৰ ৩০ জুনৰ হত্যাকাণ্ড | ... | ৮৩ |
| তিনি : | ৰাষ্ট্ৰপতি | ..., | ৮৭ |
| চাৰি : | তৃতীয় ৰাইখৰ ৰূপৰেখা | ... | |
| | (১) শিক্ষা আৰু সংস্কৃতি | ... | ৯০ |
| | (২) আইন আৰু বিচাৰ | ... | ৯৪ |
| | (৩) দুৰ্ভগীয়া ইহুদী সম্প্ৰদায় | ... | ৯৬ |
| | (৪) অৰ্থনৈতিক বিপ্লৱ | ... | ৯৭ |

# চতুৰ্থ অধ্যায়

## যুদ্ধৰ বাটত


| | | | |
|---|---|---|---|
| এক : | হিটলাৰৰ কেবিনেট পলিচি | ... | ৯১ |
| দুই : | এতেও দুতেও লোটা নিৰৰ চেও | ... | ১০৩ |
| তিনি : | ৰাইনলেণ্ড অধিকাৰ | ... | ১১৩ |
| চাৰি : | ১৯৩৭ চন | .. | ১২৩ |
| পাঁচ : | চাৰি মহাৰথী ধৰাশায়ী | ... | ১৩০ |
| ছয় : | অষ্ট্ৰিয়া ধৰ্ষণ | | ১৩৮ |
| সাত : | চেম্বাৰলেইনৰ বান্দৰ নাচ (১) | .. | ১৫৫ |
| | ঐ (২) | .. | ১৭০ |
| | ঐ (৩) | .. | ১৮৬ |
| আঠ : | চেক'-শ্লভাকিয়া নিশ্চিহ্ন | ... | ২০৩ |
| ন : | পলাণ্ডৰ পাল (১) | ... | ২১৮ |
| দহ : | ঐ (২) | ... | ২৩০ |


---

প্ৰথম অধ্যায়

# উত্থান

## ।। এক ।।

প্ৰথম মহাসমৰৰ ( ১৯১৪-১৮ ) সময়ত যোৰহাটত জি, এ, স্মল্ নামেৰে এজন বিলাতী চাহাব আছিল। তেওঁ আছিল অসম উপত্যকা বিভাগৰ স্কুলসমূহৰ পৰিদৰ্শক ; পিছত ডি-পি-আই হৈছিল। যুদ্ধত অংশগ্ৰহণ কৰিবলৈ, কামৰপৰা ছুটী লৈ মেচপটেমিয়ালৈ যাত্ৰা কৰোঁতে, তেওঁ বোলে সহকৰ্মীসকলক কৈছিল : **We will finish them** ( জাৰ্মানইতক ) **off in a couple of weeks.** সেই কথা লৈ আমাৰ ৺পিতৃদেৱে এদিন পুণ্যশ্লোক ৰায় চাহাব ৺গোলাপচন্দ্ৰ বৰুৱা আৰু ৺শৰৎচন্দ্ৰ গোস্বামীৰ লগত ইহামতা কৰা শুনিছিলোঁ। তেতিয়া মোৰ বয়স ছয় সাত বছৰ। সৰু কালত কাণত পৰা একো আধাৰ কথাই চিৰ জীৱনলৈ মনত থাকি যায়। তেওঁলোক তিনিজনে সেইদিনা কৰা ঠাট্টা-মস্কৰাৰ কথাও আজি পৰিমিত মোৰ ফটুকটীয়াকৈ মনত আছে। পিছে, **A couple of weeks** তো দূৰৰ কথা, সেইখন যুদ্ধ শেষ হ'বলৈ চাৰি বছৰ লাগিছিল।

প্ৰথম মহাসমৰৰ অৱসানৰ একৈছ বছৰৰ পিছত ১৯৩৯ চনৰ ৩ চেপ্টেম্বৰৰ দিনা ইংলণ্ডৰ প্ৰধান মন্ত্ৰী নেভিল্ চেম্বাৰলেইনে যেতিয়া জাৰ্মানিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে, তেতিয়া কিন্তু ভাৰতত থকা ইংৰাজ সকলৰ মনোভাৱ তেনেই বিপৰীত—তেওঁলোকৰ প্ৰাণত তেতিয়া ত্ৰাস, চকুৰ আগত বিভীষিকা। তথাপি, মুখেৰে তেতিয়াও তেওঁলোকে কোবাকুই কৰিছিল : ফ্ৰান্সৰ সৈন্যবাহিনী এতিয়াও পৃথিৱীৰ ভিতৰত সকলোতকৈ বিশাল আৰু পৰাক্ৰমী ; আৰু আমাৰ নৌ-বাহিনী ? কোন দেশৰ নৌ-বাহিনীয়ে আমাৰ নৌ-বাহিনীৰ কাষ চাপিব পাৰে ? আমাৰ দুটীয়া সামৰিক শক্তিৰ সমুখত জাৰ্মানি কেইদিন তিষ্ঠিব ?

পিছে, একিল থালেহে এনুখি চাপে। এবছৰৰ ভিতৰতে হিটলাৰৰ 'পাঞ্চাৰ' সেনাই দুৰ্বাৰৰ কঁপাই ধুমুহাৰ গতিৰে যেতিয়া ইখনৰ ফিছত সিখনকৈ, অষ্ট্ৰিয়া,

চেকশ্লভাকিয়া, পলাণ্ড, ডেন্মাৰ্ক, নৰৱে, হলেণ্ড, বেলজিয়াম আদি দেশ দখল কৰি, একে খুন্দাতে ফৰাচী আৰু ইংৰাজৰ যুটীয়া সৈন্যবাহিনীৰ চিন্‌চাব্ নোহোৱা কৰি ফ্ৰান্সক পদানত কৰিলে, তেতিয়াহে ইংলণ্ড আৰু ফ্ৰান্সৰ প্ৰভুসকলে আৰু জগতে বুজিব পাৰিলে, আডল্‌ফ হিট্‌লাৰ কি পদাৰ্থ! ফৰাচী আৰু ইংৰাজে নাকত তেল দি শুই থকাৰ পৰত হিট্‌লাৰে তলে তলে জাৰ্মানিত কি বিৰাট এক সামৰিক শক্তি গঢ়ি তুলিছিল, জগতত কোনেও তেতিয়া সেই কথাৰ কল্পনাকে কৰিব পৰা নাছিল। তেনে সামৰিক শক্তি তেতিয়ালৈকে বিশ্বৰ বুৰঞ্জীত নাশ্ৰুত-নাভূত। যি ফৰাচী সেনাই প্ৰায় অকলে—আগৰ বাৰৰ ৰণৰ যুদ্ধত ইংৰাজৰ বৰঙণি সৰহ নাছিল—জাৰ্মান সেনাৰ লগত চাৰি বছৰ যুঁজি কাইজাৰৰ জাৰ্মানিক হুকৰাইছিল, সেই ফৰাচী সেনা হিট্‌লাৰৰ জাৰ্মানিৰ আক্ৰমণত ফুঁতে উৰি ফুটুকাৰ ফেন হ'ল—অভাৱনীয়, কল্পনাতীত ঘটনা। এই অঘটনৰ কেইটামান দিনৰ আগতহে মাথোন উইন্‌ষ্টন্ চাৰ্চিলে ইংলণ্ডৰ প্ৰধান মন্ত্ৰীত্বৰ ভাৰ হাতত লৈছিল। ১৯৪০ চনৰ ১৫ মেইৰ দিনা কাউৰীৰ ডাকতে ফ্ৰান্সৰ প্ৰধান মন্ত্ৰী, পল্ ৰেইনই যেতিয়া, চকুমুখ মোহাৰি বিছনাৰপৰা উঠি অহা চাৰ্চিলক টেলিফ'নত থোকাথুকি কঁপা কঁপা মাতেৰে ক'লে, "আমি হাৰিলোঁ," চাৰ্চিল তেতিয়া স্তম্ভিত। তেওঁ উত্তৰ দিলে, "কি কয়? অসম্ভৱ কথা।" চাৰ্চিলে পোনতে একোপধ্যো কথাষাৰ বিশ্বাস কৰিব পৰা নাছিল।[1]

---

১। Winston Churchill himself, who had just taken over as Prime Minister on the first day of the battle, was dumbfounded. He was awakened at half-past seven on the morning of May 15 by a telephone call from Premier Paul Reynaud in Paris, who told him in an excited voice, "We have been defeated! We are beaten!" Churchill refused to believe it. The great French Army vanquished in a week? It was impossible. "I did not comprehend," he wrote later ......I admit that this was one of the greatest surprises I have ever had in my life." :—Rise and Fall of the Third Reich: William Shirer & Their Finest Hour: Winston Churchill.

১৯৩৭ চনৰ শৰৎ কালত অলপ দিন মই জাৰ্মানিত আছিলোঁ। তেতিয়া তাত হিট্‌লাৰৰ ৰাজত্ব চলিছে। বাহিৰে চতুৰ্দিশে তেতিয়া জাৰ্মানিত সমৃদ্ধিৰ চিন চকুত পৰে, কিন্তু প্ৰাতঃভোজনৰ সময়ত কণী আৰু মাখন দেখিবলৈ পোৱা নাযায়। সেই বিষয়ে প্ৰশ্ন কৰিলে উত্তৰ পোৱা যায়, "সেইবোৰ কথা আমি নাজানোঁ; চৰ্কাৰেহে জানে।" বা বতৰা লৈ গম পোৱা গ'ল, হিট্‌লাৰে তেতিয়া জাৰ্মানিত বাণী প্ৰচাৰ কৰিছে, "কণী আৰু মাখনতকৈ বৰ্তমান আমাৰ হিলৈৰ হে আৱশ্যক। জাৰ্মান জাতিৰ সহায়ত মই এখন হাজাৰ বছৰীয়া ৰাইখ (ৰাষ্ট্ৰ) গঢ়ি তুলিম। পৃথিৱীৰ শ্ৰেষ্ঠ জাতি জাৰ্মান জাতিয়ে পুনৰ জগতৰ সকলোতকৈ অগ্ৰগণী, পৰাক্ৰমী জাতি ৰূপে নিজৰ প্ৰাপ্যস্থান অধিকাৰ কৰিব।"

সেই 'হাজাৰ বছৰীয়া তৃতীয় ৰাইখ'ৰ তেতিয়া আৰম্ভণি হৈছে। চকু থকা, দুদিনলৈকো জাৰ্মানিত ফুৰিবলৈ যোৱা, যি কোনো বিদেশীয়ে সেই সময় ছোৱাত বুজিবলৈ সৰহ পৰ নালাগিছিল যে জাৰ্মানি পুনৰ যুদ্ধলৈ সাজু হৈছে। কাৰ বিৰুদ্ধে? জাৰ্মানৰ চিৰকলীয়া শত্ৰু ফৰাচীৰ বাহিৰে নো আৰু কাৰ বিৰুদ্ধে এই প্ৰস্তুতি চলিব পাৰে? কিন্তু জাৰ্মানিলৈ যোৱাৰ আগত ফ্ৰান্সত যেতিয়া কেইমাহমান কটাইছিলোঁ, তাত তেতিয়া যুদ্ধৰ কোনো আয়োজন চকুত পৰা নাছিল। অদূৰ ভৱিষ্যতত য়ুৰোপত যে যুদ্ধ লাগিব পাৰে তেনে ভাবো তাত তেতিয়া কোনেও দেখুওৱা ন ছিল।

জাৰ্মানিত থকা কেইটা দিনত বাৰ্লিনৰ বাছ বা মাটিৰ তলেদি যোৱা ৰেলত উঠিবলৈ গ'লে কণ্ডাক্টৰে—বিশেষকৈ বিদেশী দেখিলে—সোঁহাতখন পোনকৈ মাটিৰে সৈতে সমান্তৰালভাবে ঠৰঙাই আগ বঢ়াই দি, হাইল্‌ হিট্‌লাৰ' বুলি সম্ভাষণ জনায়। 'গুটেন মৰ্গেন' (গুড্‌ মৰ্নিং) বা 'গুটেন্‌ নাখ্‌ট্‌' (গুড্‌ নাইট) আদি 'নমস্তে'ৰ সাতামপুৰুষীয়া জাৰ্মান প্ৰতিশব্দ কোনো জাৰ্মানৰ মুখত তেতিয়া শুনিবলৈ পোৱা নাযায়। সকলোৱে মুখে মুখে সকলো সময়ত মাথোন 'হাইল্‌ হিট্‌লাৰ, হাইল্‌ হিট্‌লাৰ'। পোনতে দুই এবাৰ 'হাইল হিট্‌লাৰ' সম্বোধনৰ অৰ্থ বুজিব নোৱাৰি মই ভেৰা লাগি চাই থাকোঁতে বাছৰ কণ্ডাক্টৰে পোন্দোৰাকৈ এনেকৈ চাইছিল যেন মোক গিলিছে পেলাব। সমগ্ৰ জাৰ্মান জাতি তেতিয়া হিট্‌লাৰৰ নামত 'বলিয়া। ফ্ৰেড্‌ৰিক (ফ্ৰীড্‌ৰিখ) দি গ্ৰেইট, গ্যেটে, শ্বিলাৰ, কাণ্ট্‌, হেগেল, বাখ্‌, ভাগ্‌নাৰ, বীটহ'ফেন্‌, আইন্‌ষ্টাইনৰ জন্মভূমি, সুসভ্য জাৰ্মানিৰ লাখবিলাখ নৰ-নাৰীক বাৰ বছৰকাল ধৰি হাতৰ পুতলাৰ দৰে নচুৱাব পৰা এই অসাধাৰণ পুৰুষজন কোন আছিল? তেওঁ আছিল, প্ৰথম মহাসমৰত চিপাহীৰূপে

'স্বৰ্ণকেশ'ৰ ( লান্স নাইক/হাভিলদাৰ ) চাপলৈ উন্নীত হোৱা, বিশ্ববিদ্যালয়ক মুখ নেদেখা অশিক্ষিত, জাৰজ বাপেকীৰ সন্তান, মাজ বয়সলৈকে আবহুৱা, গুৱাৰ চৰ্দাৰ, খাঁটি জাৰ্মানো নহয়—জাৰ্মানিত আচহুৱা, আহত্তলীয়া-বাহত্তলীয়া, তালতঙুৱা, কেয়েনীয়া, কেলেহুৱা এজন অষ্ট্ৰিয়ান। কি টাটকীয়া যাদুৰ বলেৰে এইজন পুৰুষে বাৰ বছৰৰ ভিতৰত জাৰ্মানিক পৰাক্ৰম আৰু বিভূতিৰ উচ্চতম শিখৰলৈ তুলি, তাৰ পিছত নৰককুণ্ডৰ নিম্নতম গহ্বৰত নি পেলাইছিল, সি বুজাটোৰ এটি Sixtyfour dollar question. সুপ্ৰসিদ্ধ জাৰ্মান ঐতিহাসিক ক্ৰীডৰিখ মাইনেকে কৈছে : It is one of the great examples of the singular and incalculable power of personality in historical life.[২]

জাৰ্মানিত কটোৱা সময়ছোৱাত আৰু এটা কথা বিশেষকৈ চকুত পৰিছিল। ব্ৰাণ্ট্ নামৰে এটি জাৰ্মান ডেকা আৰু তেওঁৰ ভনীয়েকৰ লগত বাৰ্লিনত মোৰ চিনাকি আৰু সাময়িক বন্ধুত্ব হৈছিল। তেওঁলোক দুজন আছিল বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী। এদিন হোটেলত মোৰ কোঠাত বহি তেওঁলোকৰ লগত কথা-বতৰা পাতি থাকোঁতে এটি জাৰ্মান ইহুদী ডেকা আৰু তেওঁৰ ইহুদী বান্ধৱী মোৰ কোঠাত সোমালহি। তাৰ কেদিনমানৰ আগে এদিন সন্ধিয়া দুই চাৰিজন বাৰ্লিননিবাসী ভাৰতীয়ৰ লগত এটা 'বাৰ'লৈ গৈছিলোঁ, তাতে এই ইহুদীদ্বয়ৰ লগত চিনাকি হৈছিলোঁ। তেওঁলোক দুজন আহি মোৰ কোঠাত সোমোৱা মাত্ৰকে ব্ৰাণ্ট্ আৰু ভনীয়েকৰ বিদায় লৈ আঁতৰ হ'বলৈ উচ্‌পিচনি লগা যেন দেখিলোঁ—যদিও ইহুদীদ্বয়ৰ লগত ভদ্ৰ ভাৱেৰেই তেওঁলোকে কথা-বতৰা হৈছিল। কেউজনে একেলগে ফুৰিবলৈ ওলাই যোৱাৰ প্ৰস্তাৱ মই দিলত, ইহুদী ডেকা-গাভৰু যোৰে জৰুৰী কামৰ অজুহাত দি লৰালৰি কৈ বিদায় ল'লে। তেওঁলোকে ওলাই যোৱাৰ পিছত ব্ৰাণ্টে ক'লে, "তেওঁলোক ইহুদী, আমি ডয়ত্‌শ্ব ( জাৰ্মান )। আমাৰ লগত প্ৰকাশ্যে ফুৰাচকা, মিলামিছা কৰিবলৈ তেওঁলোকে ভাল নাপায়; আমিও নাপাওঁ।" তাৰ কাৰণ কি বুলি সোধাত উত্তৰ দিলে, "কাৰণ কি আমি নিজেও নাজানোঁ; কাৰণ চৰ্কাৰেহে জানে। আমাৰ লগত তেওঁলোকক একেলগে দেখিলে অকল তেওঁলোকেই নহয়, আমিও বিপদত পৰিব পাৰোঁ। ব্যক্তিগত হিচাপে মোৰ মনত ইহুদীৰ প্ৰতি অকণো বেয়া ভাৱ নাই। চৰ্কাৰ কিন্তু তেওঁলোকৰ পিছত লাগিছে, ক'ব

২। Quoted by Shirer.

নোৱাৰোঁ।” এই ঘটনাৰ পৰা বুজিবলৈ বাকী নাথাকিল যে হিট্‌লাৰৰ জাৰ্মানিত ইতিমধ্যে তলে তলে ইহুদীৰ ওপৰত উৎপীড়ন আৰম্ভ হৈছিলেই।

জাৰ্মানিৰপৰা আকৌ ফ্ৰান্সলৈ উলটি তাত কেইমাহমান কটাইছিলোঁ। পাৰীৰ বুলভাৰ চেঁ জৰ্মেৰপৰা ফাটি যোৱা ৰ্যু দ' চমৰাৰ নামৰ গলীটোৰ ৯ নম্বৰ ঘৰটো আছিল এটা 'পাঁ-চঁ', অৰ্থাৎ—হোটেল নহয়—ব'ৰ্ডিং হাউচ্। তাতে মই খানিকা পাতিছিলোঁ। তাৰ দুশ গজমান আঁতৰতে আছিল পাৰীৰ জনপ্ৰিয় খিতপীয়া 'কাফে' (ৰেস্তৰ্ঁ-বাৰ), শে দ্যুপঁ (Chez Dupout)। প্ৰায় নিতৌ এবাৰ নহয় এবাৰ তাত বহোঁগৈ। সেই চুবুৰিটোৰ নাম কাৎতিয়াৰ লাতেঁ (Latin Quarter)—বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ অড্ডাৰ থল। পৃথিৱীৰ প্ৰায় সকলোবোৰ ভাষা তাত শুনিবলৈ পোৱা যায়। শে দ্যুপঁৰপৰা অলপ আঁতৰতে আছে পাৰীৰ জগৎ বিখ্যাত বিশ্ববিদ্যালয—লা চৰ্বন। শে দ্যুপঁতে চৰ্বনৰ এজন অধ্যাপকৰ লগত আলাপ হৈছিল। তেওঁৰ আধা-কেঁচেলুৱা ইংৰাজী আৰু মোৰ আধা কেঁচেলুৱা ফৰাচীৰ মাধ্যমেদি প্ৰায়েই আমি তাত বহি মনৰ ভাবৰ আদান-প্ৰদান কৰোঁ। তেওঁক এদিন সুধিলোঁ, “অলপতে মই জাৰ্মানি ঘূৰি আহিলোঁ। তাত কেউপিনে যুদ্ধৰ প্ৰস্তুতি চলি থকা যেন দেখিলোঁ। ইয়াত সেখোন তেনে প্ৰস্তুতি চকুত নপৰে। আপোনালোক যুদ্ধৰ বাবে 'প্ৰে' (সাজু) হোৱা নাই নেকি?” চকুযোৰ বৰকৈ মেলি দি তেওঁ উত্তৰ দিলে, “প্ৰে? Ready? We are good ready. 'লিন্ মাজিন'ৰ (Maginot Line) নাম শুনিছানে? দুৰ্গৰ এনে এক অভেদ্য, দুস্তৰ গড বা কোঠ পৃথিৱীত আজিলৈকে কোনেও বান্ধিব পৰা নাই। কাৰ সাধ্য আছে সেই অলংঘ্য গড লংঘি আমাক আক্ৰমণ কৰে?” দুবছৰৰ পিছত সেই অলংঘ্য কোঠ ফুঁতে উৰুৱাই কেনেকৈ জাৰ্মান সেনা ফ্ৰান্সত সোমাবহি, তাৰ বিৱৰণ যথাস্থানত দিয়া হ'ব। এইখিনিত এই কথাবাৰ উনুকিওৱা হ'ল এই কথালৈ আঙুলিয়াবলৈ যে ১৯৩৩ চনৰপৰা আৰম্ভ কৰি হিট্‌লাৰৰ সকলো কাৰ্য্যকলাপ ইংৰাজ আৰু ফৰাচীয়ে দেখিও নেদেখাৰ ভাও ধৰি আছিল। একমাত্ৰ উইনষ্টন চাৰ্চিলেহে দেশবাসীক বতৰৰ কথা বতৰতে টেঁটু ফালি চিঞৰি সঁকীয়াই আছিল, “আমাৰ সমুখত ঘোৰ সংকট, আত্মৰক্ষাৰ বাবে সাজু হ'বৰ সময় হ'ল।” কিন্তু চাৰ্চিলৰ সঁকীয়নি তৎকালীন ইংলণ্ড আৰু ফ্ৰান্সৰ প্ৰভুসকলৰ একাণেদি সোমাই আন কাণেদি ওলাই গৈছিল। চাৰ্চিল হাঁহিয়াতৰ হে পাত্ৰ হৈছিল। পিছত জোৰ পুৰি যেতিয়া ৰবলাৰ হাত পালেগৈ, তেতিয়াহে ইংৰাজৰ চকু গজিছিল। চাৰ্চিলৰ চৰণতে বীৰত দি পৰি ত্ৰাহি ত্ৰাহি কৰি

তেওঁকে তেতিয়া ইংলণ্ডৰ প্ৰধান মন্ত্ৰীৰ আসনত বহুৱাবলৈ তৰ্জনি হেৰাইছিল। উইনষ্টন চাৰ্চিল নামৰ সেই পুৰুষসিংহজন সেই সময়ত জীৱিত নথকা হ'লে হিট্‌লাৰে জগতক কি ভয়াবহ ৰূপ দিব পাৰিলহেঁতেন, সেই কথা ভাবিলেও গাৰ নোম জঁকিয়াই উঠে।

মাচিডন্‌ ভূপতি আলেকজাণ্ডাৰে এচিয়া মহাদেশ জয় কৰিছিল। য়ুৰোপ মহাদেশ জয় কৰিছিল তিনিজনে—জুলিউচ্‌ চিজাৰ, নাপলেয়ঁ বনাপাৰ্ত আৰু আডল্‌ফ হিট্‌লাৰে। গতিকে য়ুৰোপ বিজেতা হিচাপে বুৰঞ্জীত হিট্‌লাৰৰ স্থান সৰুসুৰা বিধৰ নহয়। কিন্তু আগৰ দুজন আৰু এইজন অমিতবিক্ৰমী, দিক্‌বিজয়ী বীৰৰ মাজত কি আকাশ-পাতাল প্ৰভেদ! আডল্‌ফ হিট্‌লাৰৰ লগত বিজাব পৰা আন এটি চৰিত্ৰ বিশ্বৰ বুৰঞ্জীপাতত বিচাৰি পাবলৈ নাই।

## এক

# হিট্‌লাৰৰ ল'ৰা আৰু ডেকাকাল

১৮৮৯ চনৰ এপ্রিল মাহৰ ২০ তাৰিখৰ দিনা ভাটী বেলা চাৰে ছয় বজাত হিট্‌লাৰৰ জন্ম হৈছিল, জাৰ্মানিৰ বাভেৰিয়া প্রদেশ আৰু অষ্ট্রিয়াৰ আদৰিয়াত, অষ্ট্রিয়াৰ অন্তৰ্গত ব্রাউনাউ আম্ ইন্ বোলা এখনি গাঁৱৰ লেখিয়া সৰু চহৰত। হিট্‌লাৰৰ বাপেকৰ নাম আছিল আলইচ শ্বিক্ল্‌গ্রুবেৰ। আলইচৰ বাপেক কোন আছিল বহু বছৰলৈকে কোনেও নাজানিছিল। মাকৰ আবিয়ৈ অৱস্থাত আলইচৰ জন্ম হৈছিল সেই কাৰণে তেওঁ ককাকৰ, অৰ্থাৎ মাকৰ দেউতাকৰ শ্বিক্ল্‌গ্রুবেৰ নামটো লৈছিল। আলইচৰ মাকৰ মৃত্যুৰ ত্রিশ বছৰৰ পিছত জোহান্ হাইড্লাৰ বোলা চৌৰাশী বছৰীয়া এজন বুঢ়া মানুহে, নাম সলাই, জোহান হিট্‌লাৰ নাম লৈ, আশীৰ্বাদীয়া ল'ৰা আলইচৰ বাপেক বুলি নিজৰ চিনাকি দিয়েহি। তাৰ পিছৰ পৰা আলইচ শ্বিক্ল্‌গ্রুবেৰেও নিজৰ নামটো সলাই আলইচ হিটলাৰ হয়। নামটো সলাই একপক্ষে তেওঁ ভালেই কৰিছিল; নহ'লে পিছত জাৰ্মানসকলে 'হাইল হিট্‌লাৰৰ' ঠাইত আঠোপৰে 'শ্বিক্ল্‌গ্রুবেৰ নামটো উচ্চাৰণ কৰিবলগীয়া হোৱা হ'লে, নিৰ্ঘাত মাজে সময়ে দাঁত-কামোৰ খালেহেঁতেন।

আডল্‌ফ হিট্‌লাৰ আছিল আলইচৰ তৃতীয় সন্তান। হিট্‌লাৰে তেওঁৰ 'মাইন্ কাম্ফ্' (Mein Kampf—My Struggle) বোলা আত্মচৰিতত, তেওঁৰ ল'ৰা আৰু ডেকাকালছোৱাৰ সম্বন্ধে ভালেমান নাল যোৱা দিয়া পং-কথা লিখিছে। তাত তেওঁ নিজৰ চিনাকি দিছে তেনেই দুখীয়া চহা খেতিয়ক গোষ্ঠীৰ সন্তান বুলি, কিন্তু দৰাচলত আলইচ্ শ্বিক্ল্‌গ্রুবেৰ আছিল 'কাষ্টম্‌চ্' অৰ্থাৎ সীমাশুল্ক বিভাগৰ এজন তলখাপৰ বিষয়া। গতিকে, গুৰিতে চহা খেতিয়ক গোষ্ঠীৰে হ'লেও তেনেই দুখীয়া তেওঁ নাছিল।[৩]

হিট্‌লাৰৰ আখাও-পুৰাওৰ পুং খেদি খেনোৱে আবিষ্কাৰ কৰিছিল যে তেওঁৰ ককাক—অৰ্থাৎ আলইচ্ শ্বিক্ল্‌গ্রুবেৰৰ বাপেক—আছিল অষ্ট্রিয়াৰ গ্রাৎচ বোলা

---

৩। এইখিনিতে এষাৰ কথা কোৱা যুক্ত হ'ব: নিজৰ অতীত সম্বন্ধে 'মাইন্ কাম্ফ'ত হিট্‌লাৰে ভালেখোৰ মিছা কথা লিখিলেও, তৰিকত সম্বন্ধে যিখোৰ কথা লিখিছিল তাৰ ভালেমান কথা আখৰে আখৰে ফলিয়াইছিল।

চহৰৰ বাসিন্দা, এজন ইহুদী। সেই কথা মিছা বুলি প্ৰমাণিত হৈছিল যদিও, তেওঁৰ (আডল্‌ফ হিট্‌লাৰৰ) গাত ইহুদীৰ তেজ থকা বুলি প্ৰচাৰিত হোৱা অপবাদৰ হোৰ তুলিবলৈকে, আৰু সেই অপপ্ৰচাৰ সম্পূৰ্ণ মিছা বুলি প্ৰমাণ কৰিবলৈকে ক্ষমতাত অধিষ্ঠিত হোৱাৰ পিছত তেওঁ ইহুদী সকলৰ ওপৰত বীভৎস পৰাধিতাপ দেখুৱাইছিল নে কি, সেই প্ৰশ্নৰ উত্তৰ মনস্তত্ত্ববিদসকলেহে দিব পাৰিব।

১৮৯৫ চনত—আডল্‌ফ যেতিয়া ছবছৰীয়া—আলইচ্‌ হিট্‌লাৰে চাকৰিৰপৰ অৱসৰ লয়, আৰু সেই বছৰেই ফিল্‌হাম্‌ বোলা এখন গাঁৱৰ পঢ়াশালিত আডল্‌ফে ছাত্ৰ জীৱন আৰম্ভ কৰে। কামৰপৰা অৱসৰ লোৱাৰ পিছত, ক'ত নিগাজীকৈ থিতাপি ল'ব, সেই কথা থিৰ কৰিব নোৱাৰি, চাৰি-পাঁচ বছৰ কাল আলইচে পৰিয়ালসহ ঠাই বাগৰি ফুৰিছিল। তাৰ ফলত আডল্‌ফৰ পঢ়াশুনাত কিছু ব্যাঘাত জন্মিছিল। অৱশেষত আডল্‌ফে যেতিয়া এঘাৰ বছৰ বয়সত ভৰি দিলে, তেতিয়া আলইচে লিন্‌চ্‌ বোলা এখন চহৰৰ চহৰতলীয়া চুবুৰি এটিত নিগাজীকৈ থিতাপি ল'লে। আডল্‌ফ লিঞ্চৰ হাইস্কুলত ভৰ্তি হ'ল। পঢ়াশুনাত পিছে তেওঁ অকণো পাৰ্গতালি দেখুৱাব নোৱাৰিলে। তেওঁৰ শিক্ষকসকলে সেই সময়ত 'খোদ, অলগৰ্ধ' বুলি তেওঁৰ সম্বন্ধে দিয়া মন্তব্য হিট্‌লাৰে আজীৱন পাহৰিব পৰা নাছিল। কিছু দিনৰ পিছত লিন্‌চৰ স্কুল এৰি—সম্ভৱতঃ খেদা খাই—তেওঁ ষ্টেইৰ বোলা ঠাইৰ চৰ্কাৰী স্কুলত ভৰ্তি হ'ল, কিন্তু মেট্ৰিকুলেচন পৰীক্ষা নিদি সেই স্কুলো তেওঁ পৰিত্যাগ কৰিলে। বাপেকৰ লগত মতানৈক্য ঘটাৰ কাৰণে সেই কাম কৰা বুলি 'মাইন্‌ কাম্ফ'ত তেওঁ কৈছে, কিন্তু সেই কথা কিমানদূৰ সঁচা ক'ব নোৱাৰি। বাপেকে বাঞ্ছা কৰিছিল, আডল্‌ফ চৰ্কাৰী বিষয়া হওক, কিন্তু ল'ৰাক হ'বলৈ লাগে চিত্ৰকাৰ। পঢ়াশালিত পঢ়ি থকাৰ দিনৰেপৰা তেওঁ ছবি আঁকিবলৈ লৈছিল, আৰু সেই বিষ্যাত তেওঁ, সামান্য হ'লেও, কিছু পাৰ্গতালিও দেখুৱাইছিল। যি কি নহওক, ষ্টেইৰৰ হাই স্কুলতে হিট্‌লাৰৰ ছাত্ৰ জীৱনৰ ওৰ পৰিল।

ল'ৰাকালৰেপৰা চিত্ৰকাৰ, নাইবা যি কোনো বিধৰ আৰ্টিষ্ট, নাইবা অন্ততঃ এজন স্থপতি (আৰ্কিটেক্ট) বা শিল্পকুটি হোৱাৰ কথা হিট্‌লাৰে ভাবিছিল যদিও, ষোল বছৰ বয়সৰেপৰা তেওঁক আকৰ্ষণ কৰিছিল ৰাজনীতিয়ে। কিন্তু লিন্‌চৰ নেখিয়া আওহতীয়া, অকণমানি চহৰ এখনত ৰাজনীতিৰ খেল খেলিবলৈ তেওঁ সুযোগ পায় ক'ত? তাৰ বাবে যাব লাগিব ৰাজধানীলৈ, অৰ্থাৎ ভিয়েনালৈ।

১৯০৩ চনত হিট্‌লাৰৰ বাপেক ঢুকায়। তাৰ পিছৰ চাৰিটা বছৰ মাকৰপৰা আবুৰি, লগাভগাৰ মূৰত কঠাল ভাঙি, খোদৰ পচলা হৈ তেওঁ একপ্ৰকাৰ ভালে কুশলেই কটালে। মাকে বিচাৰিছিল, কষ্টেমষ্টে হ'লেও ল'ৰাই আকৌ পঢ়ক। মাকক সন্তুষ্ট কৰিবলৈ ১৯০৭ চনত তেওঁ ভিয়েনাৰ আৰ্ট্‌চ্‌ কলেজত (Academy of Fine Arts) নাম লগাবলৈ গ'ল। কিন্তু সেই কলেজত ভৰ্ত্তি হ'বলৈ যিটো প্ৰৱেশিকা পৰীক্ষা দিব লাগে, সেই পৰীক্ষাত ভাওৰীয়াই কে'ল মাৰিলে। তেওঁৰ আৰ্টিষ্ট্‌ হোৱা সপোনো সেইখিনিতে মাৰ গ'ল। আৰ্টচ্‌ কলেজত ভৰ্ত্তি হ'ব নোৱাৰি এজন বন্ধুলৈ তেওঁ লিখিছিল: "মই দম্ভি মাৰিব খোজা নাই, কিন্তু মোৰ দৃঢ় বিশ্বাস যে আৰ্টিষ্ট হোৱাৰপৰা মোক বঞ্চিত কৰাৰ ফলত জগতৰ বিষম ক্ষতি হ'ল, কিন্তু কোনে জানে, নিয়তিয়ে কিজানিবা মোৰ কাৰণে আন কিবা মহৎ কাৰ্য্য আছুতীয়াকৈ থৈছে!" আঃ!

পিছৰ বছৰত (১৯০৮) হিট্‌লাৰৰ মাকো ঢুকায়, আৰু সেই ঘটনাই তেওঁৰ জীৱনৰ সোঁত আন পিনলৈ বোৱাই দিয়ে। তেওঁৰ তেতিয়া সম্বল বুলিবলৈ একোটি নাই; অৰ্জনৰ বাট নাই, তথাপি কপাল ঠুকি, কঁকালত টঙালি বান্ধি, চুটকেচ্‌ এটি হাতত লৈ তেওঁ ভিয়েনালৈ আকৌ যাত্ৰা কৰিলে—তাত গৈ জীৱন-নিৰ্বাহৰ বাট বিচাৰি উলিয়াবলৈ।[৪]

হিট্‌লাৰে নিজে কোৱা মতে তাৰ পিছৰ চাৰিটা বছৰ (১৯০৯-১৯১৩) তেওঁৰ জীৱনৰ সকলোতকৈ দুখ আৰু কষ্টৰ দিন। তেতিয়াৰ বিশাল অষ্ট্ৰীয় সাম্ৰাজ্যৰ ৰাজধানী, প্ৰাচীন সভ্যতা, সংস্কৃতি আৰু শিল্পকলাৰে সমৃদ্ধ ভিয়েনা সেই দিনত ফৰাচী ৰাজধানী পাৰীৰ পিছতে আছিল পৃথিৱীৰ সকলোতকৈ জাতিষ্কাৰ মহানগৰী—সাহ-বিলাহৰ ৰম্যপুৰী। বিলাস-সম্ভোগৰ সেই সোঁতত

---

৪। I was faced with the problem of somehow making my own living···with a suitcase full of clothes and underwear in my hand and an indomitable will in my heart, I set out for Vienna. I too hoped to wrest from fate what my father had accomplished fifty years before; I too hoped to become "something"—but in no case a civil servant: Mein Kampf (English translation).

নিজক উটুৱাই দিবলৈ হিটলাবৰ বৰ হেঁপাহ। পিছে, হেঁপাহ হ'লে কি হ'ব ? বগুৰাৰ জেপত তেতিয়া বোলে কুটা-কড়ি এটাও নাছিল ; আলিবাটত পিন্ ভাঙি মজদুৰৰ কাম কৰিহে বোলে তেওঁ পেটৰ ভাত মোকোলাবলগীয়াত পৰিছিল। মাজেসময়ে Picture Postcard নকল কৰি ভিয়েনাৰ কাষে, বেস্তবঁত সেইবোৰ ফেৰী কৰি ফুৰিছিল।[৫]

এই কিখাৰাৰ কথাৰ লগত খাপ নোখোৱা আন কেই আষাৰমান কথাও তেওঁ লগতে লিখিছিল। ১৯০৯-১০ চনত তেওঁৰ অৱস্থা বোলে ভালৰ পিনলৈ আহিছিল। ছবি আঁকি, আৰু অট্টালিকা আদিৰ নক্চা তৈয়াৰ কৰি (draughtsmanship) বোলে তেওঁ স্বাধীন ভাৱে জীৱন নিৰ্বাহ কৰিব পৰা হৈছিল।[৬]

হিট্লাৰে 'মাইন্ কাম্ফ'ত লিখা আন ভালেবোৰ ভালপাত জোৰা দিয়া কথাৰ দৰে এই বিলাক কথাও কিন্তু সম্পূৰ্ণ সঁচা নহয়। প্ৰকৃত কথা হ'ল, ভিয়েনাত থকা কাল ছোৱাত কুটা এগছো নিছিঙাকৈ তুসঁাজি মোকোলাবলৈহে তেওঁ সতত চেষ্টা কৰিছিল। কাম বুলিবলৈ মাজেসময়ে একেটিকেহে মাথোন তেওঁ কৰাৰ প্ৰমাণ আছে—কেতবোৰ ছবি তেওঁ আঁকিছিল। প্ৰকৃতিলৈ নিজ চকুৰে চাই ছবি আঁকাৰ ক্ষমতা তেওঁৰ নাছিল ; আনে আঁকা ছবিৰ আহি তোলাত কিন্তু তেওঁৰ ভাল হাত আছিল। তেনেবোৰ ছবিকে ভিয়েনাত তেওঁ ফেৰী কৰি ফুৰিছিল। Painter, অৰ্থাৎ চিত্ৰকাৰ হিচাপে তেওঁৰ নৈপুণ্য তাতকৈ উৰ্দ্ধলৈ উধোৱাৰ

---

৫। To me Vienna, the city which to so many is the epitome of pleasure, a festive playground of merry makers, represents, I am sorry to say, merely the living memory of the baddest period of my life······Five years, in which I was forced to earn a living, first as a day-labourer, then as a small painter ; a truly meagre living which never sufficed to appease even my daily hunger : Mein Kampf.

৬। By this time I was working independently as a small draughtsman and painter of water colours : Mein Kampf

কোনো নিদর্শন বিচাৰি পোৱা নাযায়। হাতত পাই-পইচা এটাও নোহোৱা নিতম্তম অৱস্থাত পৰিলে, দুখীয়া নিবনুৱাক চৰ্কাৰে বিনামূল্যে চুৰুহা বিতৰণ কৰা Soup Kitchen অত গৈ তেওঁ সিজোৱা শাক-পাচলিৰ উহুৱা-জৰবা বস গিলি তোক ওচোৱাবো বাতৰি পোৱা যায়। চৰ্কাৰী Soup Kitchen বোৰত তেনে ধৰণৰ চুৰুহাকেহে সাধাৰণতে পৰিবেশন কৰা হৈছিল। ভিয়েনাৰ কোনো নিৰ্দিষ্ট ঠাইত থিতাপি লৈ তেওঁ বাস কৰাৰো চিন পোৱা নাযায়। ভিয়েনাত কটোৱা কাল ছোৱাত নিবনুৱা লোকে কেবেয়া নিদিয়াকৈ থাকিব পৰা যিবোৰ municipal lodging house আছিল তাৰে এটাতে সোমাই লৈ, ভিয়েনাৰ সমৃদ্ধিশালী সমাজৰ বেহৰূপ আলেঙে আলেঙে তেওঁ বেধ কৰি ফুৰিছিল বুলিহে জানা যায়। থোৰতে ক'বলৈ গ'লে, সেই সময়ছোৱাত তেওঁ আছিল এটি ধদুৰা উকলিপুণ্ডা—ইংৰাজীত যাক বোলে bobo বা loafer। ভিয়েনাত তেওঁৰ ঘনিষ্ঠ সংস্ৰৱলৈ অহা দুজন লগৰীয়াৰ মত হিট্লাৰ তেতিয়া আছিল এটি অচাটুৱা, কেটাইজেঙেৰীয়া, অজীণ পাতকী, গৰুৱাগলা অকলশৰীয়া পছ। লজিং হাউচৰ আন বাসিন্দাসকলৰ লগত প্ৰায়েই তেওঁ কাঁজিয়া, মৰামৰি কৰাৰ ফলত লজিং হাউচৰ 'বাৰ্ডেন' অৰ্থাৎ ৰক্ষকজনো তেওঁৰ প্ৰতি বিৰূপ হৈছিল। তেওঁৰ চুলি কোছা বোলে আছিল কিচ্‌কিচীয়া ক'লা; সাজপাৰত আছিল তেওঁ জলধা, জপজলো; মূৰত পিন্ধিছিল এটা আজোখা তীয়াকাৰ টুপী, আৰু গাত এজন ইহুদী ফেৰীৱালাই পুতৌ কৰি দান কৰা এটা হ'লো চোলা। 'টুথ্-ব্ৰাশ্' গোঁফ কোছাৰে সৈতে এই বেশত তেওঁক এটি বহুৱা যেন দেখাইছিল বুলি অনুমান কৰিব পাৰি।[৭]

---

৭। Whatever Hitler stated about these early years in his autobiographical book Mein Kampf is to be regarded with caution……It has been established that he never did an honest day's work as labourer. Like so many petty bourgeois citizens who lose their footing, he turned hobo and lived in a municipal lodging house for the jobless…One of his Vienna associates describes him as "black-haired, fierce, quarrelsome, untidy, wearing a large old hat and a shabby, too long→

'মাইন্ কাম্ফ'ত হিট্‌লাৰে কোৱা মতে ভিয়েনাত থাকোঁতে তেওঁ বোলে ব্যক্তিক দিন কৰি নানান তৰহৰ অজস্ৰ কিতাপ পঢ়ি তেওঁৰ জ্ঞানৰ পৰিধি বঢ়াইছিল, কিন্তু তেওঁৰ তৎকালীন লগৰীয়াসকলৰ মতে কেতবোৰ সস্তীয়া উপন্যাস, আৰু ইহুদীসকলৰ বিৰুদ্ধে প্ৰচাৰিত কেতবোৰ আধাকেঁচেলুৱা ৰাজনৈতিক Pamphlets ৰ বাহিৰে আন কিতাপ পঢ়া কোনেও তেওঁক দেখা নাছিল। সেই সোপাকে পঢ়িয়েই হ বলা "আজিবলগীয়া সকলোখিনি জ্ঞান তেওঁ তেতিয়াই আৰ্জিছিল, নতুনকৈ শিকিবলগীয়া কথা তাৰ পাছত আৰু একো নাছিল, জীৱন আৰু জগৎ সম্বন্ধে কট্‌কটীয়া এক দৃষ্টিভঙ্গী তেতিয়াই তেওঁৰ মনত গঢ়ি উঠিছিল:" (মাইন্ কাম্ফ্ । ৮)

সেই যুগৰ ভিয়েনাৰ ৰাজনৈতিক পৰিস্থিতি আছিল তপত। অষ্ট্ৰীয় সাম্ৰাজ্যৰ এক তৃতীয়াংশ লোক হে আছিল জাৰ্মানভাষী, তাৰে এভাগ জাৰ্মান ইহুদী। তেওঁ লোকেই আছিল সাম্ৰাজ্যৰ শাসনকৰ্তা। সাম্ৰাজ্যৰ আন আন সংখ্যালঘিষ্ঠ জাতিসমূহ – চেক্, স্লভাক্, ক্ৰ'ৱাত আদি স্লাভ্ গোষ্ঠীৰ জাতিসমূহ তেওঁলোকৰ অনাতীয়া প্ৰজা। সেই জাতিসমূহে তেতিয়া জাৰ্মানসকলৰ লগত সমতাৰ দাবী কৰিছিল। সিপিনে যুদ্ধও (প্ৰথম মহাসমৰ) ওচৰ চাপি আহিছে।

সেই পৰিস্থিতিতে হিটলাৰৰ মনত গঁজালি মেলে তেওঁৰ অভিনৱ 'থিয়ৰি'য়ে। থিয়ৰিটো হ'ল এই যে একমাত্ৰ জাৰ্মান জাতিয়েইহে খাঁটি, নিৰ্ভেজাল আৰ্য্য জাতি, গতিকে সেই জাতি জগতৰ আন সকলোবোৰ জাতিতকৈ শ্ৰেষ্ঠ, জাৰ্মানৰ তুলনাত আন সকলোবোৰ জাতি—বিশেষকৈ ৰুচকে আদি কৰি স্লাভ্ গোষ্ঠীৰ জাতিসমূহ—নিকৃষ্ট। আৰু সকলোতকৈ নিকৃষ্ট, ঘৃণনীয় হ'ল ইহুদীসকল। জাৰ্মান ইহুদীয়েই হওক বা ফৰাচী নাইবা ইংৰাজ ইহুদীয়েই হওক, সকলো ইহুদী একে। ইহুদী সম্প্ৰদায়ক জগতৰপৰা নিশ্চিহ্ন কৰাটো সকলো প্ৰকৃত জাৰ্মানৰে পবিত্ৰ কৰ্তব্য। সেই থিয়ৰিৰপৰাই তেওঁৰ মনত উদ্ভৱ হয় তেওঁৰ জীৱনৰ চৰম লক্ষ্য—

←overcoat given to him by a Hungarian Jewish old-clothes peddler": Pictorial History of the Third Reich : Robert Neumann.

৮। At that time, I laid and fortified the foundations of my world view; there was nothing, or very little, I added at a later age

জাৰ্মানভাষী অষ্ট্ৰিয়াক আৰু চেকস্লোভাকিয়াৰ জাৰ্মানভাষী অঞ্চলক জাৰ্মানিৰ লগত সাঙুৰি এখন হাজাৰ বছৰীয়া 'ৰাইখ' গঢ়ি তোলাৰ সপোন। আন সকলোবিলাক জাতি হ'ব লাগিব জাৰ্মানৰ দাস, কাৰণ শাসন কৰাৰ ক্ষমতা সেইবিলাক জাতিৰ নাই।

আৰ্টিষ্ট হোৱাৰ চেষ্টাত বিফল মনোৰথ হোৱাৰ দিনৰেপৰা হিট্‌লাৰৰ মন ৰাজনীতিৰ পিনলৈ ঢাল খাইছিল। ভিয়েনাৰ ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ নকৰিলেও, ভিয়েনাত বাস কৰা কালতে ৰাজনৈতিক পটভূমিত তেওঁ আখৰা আৰম্ভ কৰিছিল। ভিয়েনাৰ চুকেকোণে, **municipal soup kitchen** আৰু **flop-house** বিলাকত তেওঁ বক্তৃতা দিবলৈ লৈছিল ; কাৰণ শালচকুৱা হিট্‌লাৰে বুজিছিল যে ভাল বক্তা হ'ব নোৱাৰিলে ৰাজনৈতিক নেতা হোৱা টান।

ইহুদীসকলৰ প্ৰতি হিট্‌লাৰৰ জিঘাংসাৰ উৎপত্তিও ভিয়েনাতে হৈছিল। ভিয়েনাত ইহুদীসকলৰ সমৃদ্ধি আৰু প্ৰতিপত্তি দেখি তেওঁৰ মনত ওপজা ঈৰ্ষাই সম্ভৱতঃ আছিল সেই জিঘাংসাৰ গুৰিকথা। তেওঁ নিজে কোৱা মতেই ভিয়েনাত ইহুদীৰ প্ৰতিপত্তি দেখি, ভিয়েনাৰ প্ৰতি তেওঁৰ ঘৃণা জন্মিছিল, আৰু সেই কাৰণতে ১৯১৩ চনৰ বসন্ত কালত ঘূৰুঙাই এদিন তেওঁ চোং সলাই ভিয়েনাৰপৰা জাৰ্মানিৰ অন্তৰ্গত বাভেৰিয়া প্ৰদেশৰ ৰাজধানী মুান্‌ খেনলৈ ( মিউনিক ) বাট ল'লে।

দৰাচলতে অষ্ট্ৰিয়াৰ সৈন্যবাহিনীত তেওঁক মকৰল কৰাৰ ভয়তহে তেওঁ ভিয়েনাৰপৰা পলাইছিল বুলি লোকে কয়। তদুপৰি স্বভাৱতেই তেওঁ আছিল এটি তিত্‌পখিলা—সৰহ দিন একে ঠাইতে থিৰেৰে থাকিব নোৱাৰে। যি কি নহওক অষ্ট্ৰিয়াৰ চিপাহীয়ে বাটৰপৰা তেওঁক ধৰি নিলে, কিন্তু কৰ্তৃপক্ষই তেওঁক সৈনিক হোৱাৰ গড়লায়ক বুলি অভিমত দিলে। কিবা চক্ৰান্তৰেহে তেওঁ এই অভিমত আদায় কৰা যেন লাগে ; ন'হ'লে তাৰ পিছৰ বছৰতে জাৰ্মানিৰ সৈন্যবাহিনীত মকৰল হোৱাৰ লায়ক হ'বলৈ নো তেওঁ পালে কেনেকৈ ?[১]

---

১। **In 1913 aged twenty f ur, he left Vienna "disgusted" with that jew-ridden, decaying city" ( Mein Kampf ) and went to Munich. His real dugust was later discovered to have been directed aganist the Austrian authorities who wanted him for military service. They eventually did catch up with him, examined→**

ষি কি নহওক অষ্ট্ৰীয় কৰ্তৃপক্ষৰ হাত সাৰি তেওঁ মিউনিক্ পালেগৈ। তাত এবছৰ কাল তেওঁ আঙুলিৰ মূৰ কামুৰি, আলেজালে উটিবুৰি ফুৰিল। ভিয়েনাত তেওঁবুলি ছবি বেচি কৰি, মিউনিচিপেল ৰাজনিৱৰত চুকহা গিলি কোনোমতে পেট প্ৰবৰ্তাইছিল, মিউনিকত তেনে উপায়েৰে দুবেলা দুগৰাহ মোকলোৱাৰ সুবিধাৰো অভাৱ। তেনেতে আহিল যুদ্ধ—প্ৰথম মহাসমৰ। হিটলাৰৰ কপাল ফিৰিল। এইবাৰ প্ৰথম তেওঁৰ সন্মুখত মুকলি হ'ল, কিবা এক নিৰ্দিষ্ট উপজীৱ্যৰ ওপৰত নিৰ্ভৰ কৰি ভাত মোকলোৱাৰ এটি বাট। বাভেৰিয়াৰ সৈন্য বাহিনীত তেওঁ চিপাহী হিচাপে সকৰ্ম হ'ল। তেওঁ নিজে কোৱা মতে অৱশ্যে চিপাহী হৈ সৈন্যবাহিনীত যোগ দিয়াৰ অন্তৰালত আছিল মহান উদ্দেশ্য, মহান আদৰ্শ।[১০]

যুদ্ধত পোনতে তেওঁক দিয়া হ'ল, বাতৰিবাহী টেকেলাৰ ( messenger ) কাম। পিছত কামত পটুতা দৰ্শাই 'কৰ্প'ৰল'ৰ ঢাপলৈ তেওঁ প্ৰমোচন পাইছিল। তেওঁৰ সামৰিক ৰেকৰ্ড বেয়া নহয়। যুদ্ধত তেওঁ সাহবিক্ৰমৰ পৰিচয় দিছিল। তাৰ পুৰস্কাৰ স্বৰূপে Iron Cross বোলা পদক লাভ কৰিছিল।

---

←him and found him unfit. He was fit enough, however, a year later in July 1914, when war broke out : Pictorial History of the Third Reich.

১০। For me, as for every German, there now began the most memorable period of my life. Compared to the events of this gigantic struggle all the past fell away into oblivion : Mein Kampf.

# দুই

## জাৰ্মানিৰ পৰাজয়

১৯১৮ চনৰ শেহ ভাগত গেচৰ (বাষ্প) যুদ্ধত যুঁজ দি, চকুৰে নেদেখা হৈ হিট্লাৰ ভালেদিন বাৰ্লিনৰ ওচৰৰ এখন মিলিটেৰি হাস্পতালত পৰি আছিল। নভেম্বৰ মাহৰ (১৯১৮) ১০ তাৰিখে তাতে তেওঁ বাতৰি পালে যে যুদ্ধত জাৰ্মানি হাৰিল, জাৰ্মান সম্ৰাট কাইজাৰ দ্বিতীয় ভিল্হেল্ম্ ৰাজ্য এৰি পলাল; আগদিনা (৯ নভেম্বৰ) জাৰ্মানিক গণৰাষ্ট্ৰলৈ (ৰিপাব্লিক্) ৰূপান্তৰিত কৰি গণতান্ত্ৰিক চৰ্কাৰে শাসনৰ জৰী হাতত লৈছে; পাছদিনা (১১ নভেম্বৰ) ফ্ৰান্সৰ কঁপিয়েন বোলা ঠাইত নতুন চৰ্কাৰৰ প্ৰতিনিধিয়ে, শান্তি স্থাপনৰ চৰ্তবিলাক ছিদাং নোহোৱালৈকে, সাময়িক যুদ্ধ-বিৰতিৰ (armistice) সন্ধিপত্ৰত চহী দিব। সেই বাতৰি পাই হিট্লাৰৰ মনৰ অৱস্থা কি হৈছিল, তাৰ বৰ্ণনা তেওঁ 'মাইন্ কাম্ফ'ত দিছে: চকুৰ আগত মই আন্ধাৰ দেখিলোঁ; আমাৰ সকলো ত্যাগ, সকলো নিকাৰ তেনেহ'লে অথলে গ'ল, আমাৰ দুই নিযুত সাহসী সেনাই তেনেহ'লে যুদ্ধৰ যজ্ঞত জীৱন আহুতি দিলে, যাতে এদল চোৰ-ডকাইতে আমাৰ পবিত্ৰ পিতৃভূমিৰ ওপৰত বৰমতা বোলাব পাৰে! **This is the greatest villainy of the century.** জাৰ্মান সেনা যুদ্ধত হৰা নাই। ক্লঁমাচ' (ফ্ৰান্সৰ প্ৰধান-মন্ত্ৰী), লয়ড্ জৰ্জ (ইংলণ্ডৰ প্ৰধানমন্ত্ৰী) আৰু উড্ৰ উইল্চন্ (আমেৰিকাৰ যুক্তৰাজ্যৰ প্ৰেচিডেণ্ট্)—সিঁহত তিনিওটা ইহুদী। আমাৰ মানুহেই ষড়যন্ত্ৰ কৰি, সিঁহতৰ লগত সমিলমিল হৈ যুদ্ধ বিৰতিৰ প্ৰস্তাৱ দিছে; আমাৰ মানুহেই আমাৰ এই বিপৈ ঘটাইছে। অসহ্য! অসহ্য!........ ৰাজনীতিত যোগ দিবলৈ সেই দিনাই মই খাটাং সিদ্ধান্ত ললোঁ।

অকল হিট্লাৰৰ জীৱনৰে নহয়, জগতৰ বুৰঞ্জীৰ দিশৰপৰাও, তেওঁৰ সেই দিনাৰ সেই সিদ্ধান্ত এক মাৰাত্মক সিদ্ধান্ত আছিল।

জাৰ্মানিৰ সামৰিক, আৰু এচাম অসামৰিক নেতৃবৃন্দই ৰটোৱা পশ্চাৎঘাতকতাৰ (**stab in the back**) উপৰোক্ত আখ্যান অকল হিট্লাৰেই নহয়, জাৰ্মানিৰ অসংখ্য প্ৰজাই সৰ্বান্তঃকৰণেৰে সঁচা বুলি বিশ্বাস কৰিছিল। কিন্তু এই আখ্যান যে সম্পূৰ্ণ ভিত্তিহীন, তাৰ অহৰ্ণীয়া প্ৰমাণ আছে।

প্ৰথম মহাসমৰত জাৰ্মানিৰ ফিল্ড্ মাৰ্শ্বেল্ ফন্ হিণ্ডেনবুৰ্গ খাইমুৰীয়া সেনাপতি (Supreme Commander) আছিল যদিও তেওঁ বুঢ়া হৈছিল ; কাৰ্যক্ষেত্ৰত মুখ্য সেনাপতিৰ কাম চলাইছিল জেনেৰেল এৰিষ লুডেন্ডৰ্ফে। তেৱেঁই আছিল সেই সময়ত জাৰ্মানিৰ শিৰমুটা সেনাপতি আৰু জাৰ্মান-জাতিৰ শিৰৰ মুকুট। ১৯১৮ চনৰ ২৮ চেপ্টেম্বৰৰ দিনাই তৎক্ষণাৎ যুদ্ধ বিৰতিৰ প্ৰস্তাৱ আগ বঢ়াব লাগে বুলি লুডেন্ডৰ্ফে দাবী কৰিছিল আৰু ফিল্ড্ মাৰ্শ্বেল হিণ্ডেনবুৰ্গে সেই প্ৰস্তাৱ ন দি সমৰ্থন কৰিছিল। ২ অক্টোবৰৰ দিনা স্বয়ং কাইজাৰ উইলহেল্মৰ সভাপতিত্বত বহা ৰৰমুৰীয়াসকলৰ এখন বৈঠকত হিণ্ডেন্ বুৰ্গে কৈছিল, "আৰু আঠচল্লিছ ঘণ্টা তিষ্ঠাৰ সামৰ্থ্যও আমাৰ সৈন্যবাহিনীৰ এতিয়া নাই" পিঠিত মিত্ দা বহুওৱাৰ (stab in the back) কথা কোনেও তেতিয়া ওম তৎ নৎ এষাৰো মতা নাছিল। দৰাচলতে সেনাপতিদ্বয়ে যুদ্ধবিৰতিৰ বাবে পুঁৰ দি ধৰাৰ পিছতো চান্চেলৰ (প্ৰধানমন্ত্ৰী) বাডেনৰ যুৱৰাজ মাক্সৰ অসামৰিক চৰ্কাৰে কেইবা সপ্তাহো দিন টোচৰাই, উপায়ান্তৰ নোহোৱা হ'লত হে, পৃথিৱী এৰি পাৰ দিবলৈ নু'ৰৈ, মিত্ৰশক্তিলৈ আৰ্মিটিচৰ প্ৰস্তাৱ পঠাইছিল। তথাপি পিছত লগে উজাই, পাৰ পালে ইপাৰ পাৰ পালে সিপাৰ হোৱা, নেতৃৰীয়া ফিল্ড্ মাৰ্শ্বেলজনেও সেই আখ্যানতে হয় দিছিল। অতি তাকৰসংখ্যক কেইজনমান সৎসাহসী সেনাপতিয়েহে মাথোন প্ৰকৃত সত্য প্ৰকাশ কৰিবলৈ পিছ নোহকা নাছিল। তাৰে এজন, জেনেৰেল গ্ৰাইহাৰ ফন্ স্তোনাইবে 'ফ্ৰাঙ্ক্ফুৰ্টাৰ্ চাইটুং' বোলা এখন খিতপীয়া বাতৰি-কাকতত বুকু ডাঠ কৈ লিখিছিল :

আমাৰ সামৰিক কৰ্তৃপক্ষ অসামৰিক কৰ্তৃপক্ষৰ ওপৰহতীয়া হোৱাটোৱেই আছিল আমি উচ্ছন্ন হোৱাৰ একমাত্ৰ কাৰণ। জাৰ্মানিৰ পল্টনীয়া শাসনযন্ত্ৰই আপোনাৰ মাৰ আপুনি চিস্তিছিল।[১১]

তথাপি লাখবিলাক জাৰ্মানে চকুৰ আগৰ জলজল্-পটপট্ কৈ ওলাই থকা সঁচা কথাকো নামানি, কাল্পনিক পশ্চাৎঘাতকতাৰ জলজীয়াত, সপ্চালনীয়া মিছা আখ্যানকেহে ধ্ৰুৱ সত্য বুলি মানি লৈছিল।

---

১১। We owe our ruin to the supremacy of the military authorities over civilian authorities······In fact, German militarism committed suicide ; Telford Taylor in Sword and Swastika.

নিজৰ দোষ ঢাকিবলৈ আনৰ মূৰত দোষ জপা মানুহ জাতিৰে স্বভাৱ। পৰাজয় মানি ল'ব নোৱাৰি জাৰ্মান জাতিয়েও সেই সময়ছোৱাত বিচাৰিছিল কেতবোৰ scapegoats—পৰাজয়ৰ বলি। যিসকল অসামৰিক নেতাই বলশেভিষ্টইঁতৰ কবলৰপৰা জাৰ্মানিক ৰক্ষা কৰিবলৈ, সেনাপতিসকলৰ দিহা অনুসৰিহে, ইংৰাজ, ফৰাচী আৰু মাৰ্কিনৰ চৰ্ত্তত সন্ধিপত্ৰত চহী কৰিবলৈ মান্তি হৈছিল, সেইসকলেই হৈছিলগৈ অষ্টমীৰ বলি—The November criminals; আৰু ঐ কিল খাই কঁকাল পেলোৱা সেনাপতিসকল হৈছিল গৈ সত্যনাৰায়ণৰ ভতিজাক।

জাৰ্মান জাতিৰ এটি দুৰ্বলতাৰ কথা হিটলাৰে 'মাইন কাম্ফ'ৰ কেইবা ঠাইতো দোহাৰিছে। কোনো বাই ঢক ফুটাই কিবা এটি ৰব তুলিবহে লাগে, আগ্‌পাচ্‌ নুগুণি জাৰ্মানইঁত তাতে ভোল যায়। জাৰ্মানৰ জাতীয় চৰিত্ৰৰ ই এটি বিশেষ লক্ষণ। জাৰ্মান চৰিত্ৰৰ সেই গুণৰ আলমতে হিট্‌লাৰে জগতৰ মূৰত ভৰি দি ৰজা হ'বলৈ, মূৰে ভৰি কাঢ়ি, তলৰ মাটি ওপৰ কৰি, পৃথিৱী সাত ফাল কৰিছিল।[১২] ৰাজনীতিত যোগ দিবৰ দিনাৰেপৰা জীৱনৰ শেষ মুহূৰ্ত্তলৈকে, আঠোপৰে, বৌজাল-বৌজাল কৰি, November criminals সকলৰ চৈধ্যপুৰুষ উদ্ধাৰ কৰি, উৰাতে ভুকিবলৈ হিট্‌লাৰে এৰা নাছিল। যাইকৈ এনেবোৰ মিছাকথাৰ চাং পাতিয়েই, জাৰ্মান জাতিৰ চকুত আঙুলি দি, তেওঁ এদিন জাৰ্মানিৰ দোৰ্দণ্ড প্ৰতাপী একাধিপতি হৈছিল গৈ।

হিটলাৰৰ এই কৌশল বিশেষকৈ সাফল্যমণ্ডিত কৰিছিল তেওঁৰে মনৰ মানুহ, গুণৰ মাণিক, এজন সহকাৰীৰ শনাইত সুতীক্ষ্ণ মস্তিষ্কই। সেইজনৰ নাম আছিল পল্ য়জেপ্‌ গ্যোবেল্‌চ্‌। ৰহণ খুৱাই মিছাক সঁচা কৰিব পৰা তেওঁৰ সমসৰ এজন প্ৰচাৰ—বা অপপ্ৰচাৰ—বিভাগৰ মন্ত্ৰী কোনো দেশত, কোনো জাতিৰ মাজত আজিলৈকে ওলোৱা নাই। তেওঁৰ কথা আৱশ্যক অনুসৰি পিছত ঠায়ে ঠায়ে উনুকিওৱা হ'ব।

১২। The gullibility of the Germans is a subject which Hitler often harps in Mein Kampf. He was shortly to take full advantage of it: *Shirer*.

# তিনি

## নাৎচি পাৰ্টিৰ জন্ম

১৯১৮ চনৰ শেহ ভাগত দৃষ্টিশক্তি ঘূৰাই পাই, নিজৰ পল্টনত যোগ দিবলৈ হিট্‌লাৰ যেতিয়া মিউনিকত উপস্থিত হ'ল, তাত তেতিয়া বিপ্লৱৰ অগনি জ্বলিবলৈ ধৰিছে। বাভেৰিয়াৰ প্ৰজাই বাৰ্লিনৰ কেন্দ্ৰীয় চৰ্কাৰক নামানে। তেওঁলোকে তাত এখন স্বাধীন গণৰাষ্ট্ৰ (Peoples' State) স্থাপনা কৰিলে। কিন্তু, সেই ৰাষ্ট্ৰ মুঠেই তিনি মাহ হে তিষ্ঠিল। গণৰাষ্ট্ৰৰ বৰমূৰীয়া নেতা আইচ্‌নাৰক গুলি কৰি বাভেৰিয়াৰ কমিউনিষ্ট্‌ দলে ৰুচিয়াৰ আহিত এখন চ'ভিয়েট ৰাষ্ট্ৰ অনুষ্ঠিত কৰিলে। পিছে, সেই ৰাষ্ট্ৰৰ আয়ুসো আছিল চুটি। ১৯১৯ চনৰ মে মাহত কেন্দ্ৰীয় চৰ্কাৰে বিদ্ৰোহ দমাই বাভেৰিয়ালৈ শৃঙ্খলা ঘূৰাই আনিলে।

ঘূৰাই আনিলে হয়, কিন্তু তলে তলে তুঁহ গুড়িৰ জুইৰ দৰে বিপ্লৱৰ অগনি জ্বলিয়েই থাকিল। গণতান্ত্ৰিক ৰাষ্ট্ৰ কোনো জাৰ্মানকে নালাগে। সিপিনে জাৰ্মান প্ৰজাৰ তেতিয়া পানীত হাঁহ নচৰা অৱস্থা। যুদ্ধৰ সাজ-সৰঞ্জাম তৈয়াৰ কৰা কাৰখানাবোৰত কৰিবলৈ কাম নোহোৱা হ'লত, লাখবিলাখ নিবনুৱাই দুবেলা দুমুঠি আহাৰ, জাৰৰ কাপোৰৰ মুখ নেদেখা হ'ল। তাতে আকৌ আহি বা মৰলী লাগক হি-হাজাৰ বিজাৰ সৈন্যবাহিনীৰপৰা খালাচ্‌ পাই অহা চিপাহী। বিপ্লৱৰ নাম শুনিলে হাতত বন নোহোৱা, পেটত শানে কটা, এনে বিধ লোকৰ স্বভাৱতে গা দাং খায়। এই পৰিস্থিতিত কমিউনিজ্‌মৰ পুলিও লহপহাই বাঢ়ি অহা স্বাভাৱিক কথা।

জাৰ্মান সামৰিক বিষয়াসকলে আগতে ৰাজনীতিৰ ভাগ নলৈছিল। বোপাকলীয়া সেই সংস্কাৰ পৰিহাৰ কৰি তেওঁলোকেই হ'লগৈ এতিয়া ৰাজনীতি ক্ষেত্ৰৰ আগৰণুৱা। অসামৰিক কেন্দ্ৰীয় চৰ্কাৰৰ হাতৰপৰা প্ৰকৃত ক্ষমতা লাহে লাহে সামৰিক নেতাসকলৰ হাতলৈ চুঁচৰিবলৈ ধৰিলে। তেওঁলোকক লাগে বিচ্‌মাৰ্কৰ যুগৰ, কাইজাৰৰ যুগৰ, এখন **authoritarian**[১৩] সমৰতান্ত্ৰিক

---

১৩। **Authoritarian State**—যি ৰাষ্ট্ৰত গণতান্ত্ৰিক ব্যক্তিগত স্বাধীনতা ভৰিৰে মোহাৰি শাসকে নিজৰ মৰ্জি অনুযায়ী দেশ শাসন কৰে।

ৰাষ্ট্ৰ (militaristic state), যাতে সি বৈচা যুদ্ধত পোৱা মাথ ৰাবৰ পোটক আন এখন যুদ্ধত তুলি, আঁউসীৰ ধাৰ পূর্ণিমাত ভুজিব পাৰে। মোটৰ ওপৰত সমগ্ৰ জার্মানি তেতিয়া বিপ্লৱৰ বাবে সাজু—জার্মান জাতিৰ বুৰঞ্জীত প্ৰথম বাৰলৈ অনুষ্ঠিত হোৱা গণতান্ত্ৰিক ৰাষ্ট্ৰ, ভাইমাৰ ৰিপাব্লিকক[১৪] পুলিতে উতালিবলৈ উৎকণ্ঠ।

১৯২০ চনৰ ১৪ মার্চৰ দিনা সামৰিক বিষয়াসকলে মিলি কেন্দ্রীয় চর্কাৰে বাভেৰিয়া ৰাজ্যত আগৰ বছৰ থাপনা কৰা 'চ'চিয়েল ডেমক্রেটিক' পার্টিৰ চর্কাৰক ওফৰাই, গুচ্‌তাফ্‌ ফন্‌ কাহ্‌ৰক বৰমুৰীয়া পাতি, এখন সোঁপন্থীয়া চর্কাৰ থাপনা কৰিলে। সেইদিনাৰেপৰা জার্মানিৰ চুকেকোণে লুকাই থকা বিপ্লৱীৰ দল, আৰু লগতে লুডেন্‌ডৰ্ফ, গ্যোৰিঙকে আদি কৰি, যুদ্ধৰ পিছত দেশ এৰি পলাই যোৱা গোঁফাল-নেজাল সেনাপতিসকলেও, বাভেৰিয়াৰ ৰাজধানী মিউনিকৰ পিনে বাট লৈ, তাৰে আশেপাশে থলি পুতিলেহি।

হিট্‌লাৰে ইতিমধ্যে ৰাজনীতিত যোগ দিবলৈ মন থিৰ কৰাৰ কথা আগতে কোৱা হৈছে। চকুৱাল আডল্‌ফৰ বুজিবলৈ সৰহ পৰ নালাগিল যে ৰাজনীতিৰ নাটঘৰত ওৰা পাতিবলৈ মিউনিকেই হ'ব সকলোতকৈ সুচল ঠাই।

পিছে, সুচল ঠাই হ'লে কি হ'ব? বাভেৰিয়াত তেওঁ আচহুৱা, অনাতুৰা, নোমনেগুৰ বর্জিত, থান্‌থিত্‌ নোহোৱা, ঠেকছিগা, চিপাহীতকৈ এচাপহে ওপৰৰ মাথোন এটি হাবিলদাৰ। ৰাজনীতিৰ নাটঘৰত তেওঁ সোমায়গৈ কেনেকৈ? হাতত কণটো নোহোৱাকৈ বৰ সৰাহলৈ মনটো মেলিলে তো কাম নিসিজিব। কিন্তু হিট্‌লাৰ এতিয়া ভিয়েনাৰ ধহুৱা, উকলি-পুঙাটি হৈ আৰু নাই। লো পুৰিলেহে তীখা হয়। চাৰি বছৰ কাল যুদ্ধৰ জুইশালৰ মাজেদি পাৰ হৈ তেওঁ ইতিমধ্যে গঢ়ে-পিটে এটি থামিভাঠ পুৰুষ হৈ উঠিছিল। তদুপৰি তেওঁ আছিল জাতে-পাতে, হাড়ে-মগজুৰে বিপ্লৱী। সমুখত 'দুর্গম গিৰি কান্তাৰ মৰু দুস্তৰ পাৰাবাৰ' দেখি দমি যোৱা বিধৰ ভকত আডল্‌ফ হিট্‌লাৰ নাছিল। তেওঁৰ মনে গঢ়া বাটেদি তেওঁ আগুৱাবই—সেই সঙ্কল্পত তেওঁ শিলৰ খুটি। আকাশ পাতাল গুনি-গাঁঠি চিপাহীৰ ছাউনিত উজাগৰে নিশাৰ পিছত নিশা পাৰ কৰি, কোন বাটেদিনো আগবঢ়া

---

১৪। নতুনকৈ পতা গণতান্ত্রিক ৰাষ্ট্ৰৰ সংবিধানৰ খচৰা ভাইমাৰ বোলা ঠাইত তৈয়াৰ কৰা হৈছিল বাবে সেই ৰাষ্ট্ৰক (১৯১৮-১৯৩৩, 'ভাইমাৰ ৰিপাব্লিক' আৰু সংবিধান খনক ভাইমাৰ কন্‌ষ্টিটিউশন' বোলা হয়।

ৰুটীটোৰ হ'ব আজি-চিটি তেওঁ কাল নিয়াওঁতে ভাগ্যদেৱীয়ে নিজেই আহি এদিন তেওঁক বাট দেখুৱাই আগ বঢ়াই দিলেহি।

জাৰ্মানিত সেই সময়ত কমিউনিষ্ট্ পাৰ্টি দিনক দিনে বলীয়ান হৈ উঠিছিল। সেই দলটো অকল সৈন্য বাহিনীৰে চকুৰ শূল নহয়, অসামৰিক কেন্দ্ৰীয় চৰ্কাৰৰো শত্ৰু। সেইদলক দমন কৰাই হৈছিল সেই সময়ছোৱাত চৰ্কাৰৰ সকলোতকৈ আগতীয়াকৈ কৰিবলগীয়া কাম। ১৯১৯ চনৰ আৰম্ভণিতে বাভেৰিয়াত যিটো কমিউনিষ্ট্ চৰ্কাৰ অনুষ্ঠিত হৈছিল, তাৰ অন্তৰালত গুৱিয়াল-সকল নো কোন আছিল, বিচাৰি উলিয়াবলৈ চৰ্কাৰে এখন তদন্ত-আয়োগ বহুৱাইছিল। হিট্লাৰে ত'ত অ'ত গা ঢাকি লুকাই থকা কমিউনিষ্ট্ সকলৰ খোৰ উলিয়াই গুপুতে আয়োগক বাতৰি যোগাবলৈ ধৰিলে। এই চোৰাংচোৱাগিৰিকে 'মাইন্ কাম্ফ'ত হিট্লাৰে ৰাজনীতিৰ পঢ়াশালিত তেওঁ প্ৰথম ফলিগুটি হাতত লোৱা কাম বুলি কৈছে।[১৫] যি কি নহওক, এই কাৰ্যত পাৰ্গতালি দেখুৱাই তেওঁ কৰ্তৃপক্ষৰ চকুত পৰিল। তাৰ পিছত এদিন চিপাহী সকলক ৰাজনীতি সম্বন্ধে শিক্ষা দিয়া এখন বৈঠকত ইহুদীসকলৰ বিৰুদ্ধে বিষোদ্গাৰ কৰি তেওঁ এনে এক বক্তৃতা জাৰিলে যে তেওঁৰ ওপৰৱালাসকলে মোহ গৈ, লেখাপঢ়া বৰ্জিত হৰমোহন পণ্ডিত, মেট্ৰিকুলেশনৰ জপনা পাৰ নোহোৱা এই হাবিলদাৰজনক পাতিলে মিউনিকৰ এটা পল্টনৰ ( ৰেজিমেণ্ট্ৰ ) 'বিল্ডুংচ-অফিৎচিয়েৰ' ( education officer —অৰ্থাৎ শিক্ষকৰ পদত মোতায়েন কৰিলে। তেওঁক নিৰ্দেশ দিয়া হ'ল যে তেওঁৰ ঘাই কাম হ'ব চিপাহী আৰু তল খাপৰ সামৰিক বিষয়াসকলক বুজনি দি শান্তিপ্ৰিয়তা, সাম্যবাদ আৰু গণতন্ত্ৰৰ[১৬] প্ৰতি বিমুখ কৰা। যিসকল সামৰিক বিষয়াই হিট্লাৰক এই নিৰ্দেশ দিছিল, দুদিন আগতে সেইসকলেই কেন্দ্ৰীয় গণতান্ত্ৰিক চৰ্কাৰৰ প্ৰতি আনুগত্য জনাই সৈনিকৰ শপত গ্ৰহণ কৰিছিল।

হিট্লাৰে যি বিচাৰিছিল তাকেই পালে—সৰহসংখ্যক শ্ৰোতাৰ আগত অকল বক্তৃতা দিয়াৰ সুযোগেই নহয়, তেওঁৰ নিজৰ মনৰ কথাকে কৈ বক্তৃতা দিয়াৰ সুযোগ। দুই এবাৰ চিপাহীৰ পঢ়াশালিত বক্তৃতা দিয়াৰ পাছত তেওঁ আৱিষ্কাৰ কৰিলে যে তেওঁ ব'ঢ়িয়া বক্তৃতা দিব পাৰে, ভাল বক্তা হ'বলৈ সৰহ দিন নালাগিব। যাথোন ভাল বক্তাই নহয়, কেই বছৰ মানৰ ভিতৰতে

১৫। "First more or less political activity"

১৬। "Pacifism, socialism, democracy" : *Sherer*

তেওঁ জাৰ্মানিৰ মুখ্যাকুটা, পহিলা নম্বৰ বাগ্মীৰ হৈ, বাক্তিভাৰ বলেৰে তেজলোৰাখ মাৰি জাৰ্মানিৰ কোটি কোটি নৰনাৰীক পুতলা নচুওৱা দি নচুৱাব। হিট্‌লাৰৰ সমসৰ এজন বাগ্মীৰ চৰ্বাজ্ পৃথিৱীত আজিলৈকে ওলোৱা নাই।

১৯১৯ চনৰ চেপ্টেম্বৰ মাহত, 'জাৰ্মান কৰ্মী সংঘ' নামেৰে এটি অনুষ্ঠানৰ ভিতৰুৱা খা-খবৰ যোগাৰ কৰিবলৈ হিট্‌লাৰে হুকুম পালে। হুকুম তামিল কৰি তেওঁ সেই সংঘৰ এখন বৈঠকলৈ গ'ল। বৈঠক বহিছিল টিম্বিৰ-চামাক্ কৈ জলি থকা এটি চাকিৰ পোহৰত, এখন 'বিয়াৰচেলাৰ'ৰ[১৭] এটি কোঠাত। সংঘৰ সদস্য পঁচিছজনমান তাত উপস্থিত আছিল। কিছুপৰ বহি সদস্যসকলৰ কথন-মথন শুনি হিট্‌লাৰে পোনতে ভাবিলে, দেশৰ বৰ্তমান পৰিস্থিতিয়ে সৃষ্টি কৰা ব্যাপক বিক্ষোভৰ ফলত নানান তৰহৰ ন ন ৰাজনৈতিক দল গঢ়ি উঠি, দুদিন পিছতে উম্‌ঘাম্ নোহোৱা হৈ মৰি যোৱা স্বাভাৱিক কথা, কৰ্মীসংঘও তেনে ধৰণৰে এটি সংঘ হ'ব।

এনেতে ঘটিল এটি ঘটনা। এজন অধ্যাপক সদস্যই প্ৰস্তাৱ দিলে যে বাভেৰিয়া ৰাজ্য জাৰ্মানিৰপৰা ফাটি গৈ এখন স্বকীয়া স্বাধীন ৰাজ্য হ'ব লাগে। সেই কথা শুনি হিট্‌লাৰৰ উঠিল ভমক। ৰুদ্ৰমূৰ্তি ধৰি অধ্যাপকক তেওঁ এনে জাৰণ জাৰিলে যে তেওঁৰ মূৰ্তি দেখি সমজুৱা সকলে তভক মাৰিলে।

সভা ভঙ্গ হ'ল। বিয়াৰ চেলাৰৰপৰা হিট্‌লাৰ ওলাই আহোঁতে এজন মানুহে অকণমানি এখন কিতাপ তেওঁৰ হাতত গুঁজি দিলেহি। মানুহজনৰ নাম আছিল আণ্টন ড্ৰেক্সলাৰ। তেওঁৰ পেচা আছিল তলা মেৰামতি কৰা মিস্ত্ৰীৰ। তেওঁকে এক হিচাপে নাৎচি পাৰ্টিৰ প্ৰতিষ্ঠাতা বুলিব পাৰি।

পাছদিনা হিটলাৰে কিতাপখন পঢ়ি চাই দেখে তাত লিখা ভালেমান কথা তেওঁৰ নিজৰ মনৰ ভাবৰ লগত খাপে খোপে মিলি পৰে। সেই দিনা সেই কিতাপখন পঢ়িয়েই বোলে তেওঁৰ প্ৰাণত ৰাজনৈতিক জাগৰণ জাগিল (Political awakening)।

সেইদিনাই ভাটিবেলা হিট্‌লাৰলৈ এখন চিঠি আহিল। চিঠিত লিখা হৈছিল যে জাৰ্মান কৰ্মীসংঘই তেওঁক সংঘৰ সদস্য হিচাপে গ্ৰহণ কৰিছে। এই সম্বন্ধে হিট্‌লাৰে মাইন কাম্ফত লিখিছে, "চিঠিখন পাই হাঁহিমেই নে কান্দিম ক'ব নোৱৰা

১৭। চেৰাপ মহল, য'ত বহি ফটিকা সেৱন কৰিবলৈ আৰু লগতে খাজবস্তু খাবলৈ পোৱা যায়, Restaurant-cum-bar.

হলোঁ। মোৰ ইচ্ছা আছিল নিজে এটা পাৰ্টি গঢ় তোলাৰ ; আগে গঢ়া পাৰ্টিত যোগ দিয়াৰ মতলব মোৰ অকণো নাছিল। মোৰ অলপ খঙো উঠিছিল। সেই পাৰ্টিত যোগ নিদিও বুলি উত্তৰ এটা লিখিবলৈ লৈ মোৰ মনত কিবা এক কুতূহল জাগিল। থিৰ কৰিলোঁ যে সংঘই মোক কমিটিৰ যিখন বৈঠকত উপস্থিত থাকিবলৈ আমন্ত্ৰণ জনাইছে, সেই আমন্ত্ৰণ ৰক্ষা কৰি, কিয় মই সেই পাৰ্টিত যোগ নিদিম তাৰ কাৰণ নিজেই গৈ দৰ্শাম।

'সাঁজবেলা বৈঠকত উপস্থিত হলোঁগৈ। সেইদিনা যিটো চেৰাপ মহলত বৈঠক বহিছিল, সেইটো আছিল এটা এৰাপৰলীয়া ঘৰৰ লেখিয়া জাহ খহি যোৱা ঘৰ। চাকিৰ ঢকা-চমকা পোহৰ পৰি থকা খানাকামৰাটোত সোমাই কাকো নেদেখিলোঁ। দুৱাৰ এখন ঠেলি সৰু কোঠা এটাত সোমালোঁ। তাতো টিমিক-টামাককৈ এটা গেচৰ চাকি জ্বলি আছিল। মেজ এখনৰ চাৰি ফালে চাৰিজন মানুহ বহি আছিল। তাৰে এজন আছিল ড্ৰেক্সলাৰ। পাৰ্টিৰ ধনভঁৰালীয়ে দাখিল কৰা ইতলাৰপৰা গম পালোঁ, পাৰ্টিৰ ভঁৰালত তেতিয়া ধন আছিল সাত মাৰ্ক পঁকাছ ফেনিং ( চাৰে সাত টকা )। ছেঃ। এনে এটা অনুষ্ঠানত নো মই যোগ দিমনে' ?"

কিন্তু, হিট্‌লাৰে নিজেই ক'ব নোৱাৰিলে কিয় সেই মানুহ চাৰিজনৰ প্ৰতি কিবা এক অদ্ভুত আকৰ্ষণ তেওঁ অনুভৱ কৰিলে। 'সেই দিনা ছাউনিলৈ উলটি গৈ মোৰ জীৱনত সকলোতকৈ জটিল প্ৰশ্নৰ মই সমুখীন হ'বলগীয়া হলোঁ। দুদিন দুনিশা ছাটি-ফুটিকৈ কটাই, সেই পাৰ্টিতে যোগ দিবলৈ মই থিৰাংকৈ সিদ্ধান্ত ললোঁ। সেয়ে আছিল মোৰ জীৱনৰ সকলোতকৈ খাটাং, ভাঙৰ সিদ্ধান্ত। সেইদিনা যি বাট ধৰিলোঁ, উলটি চোৱাৰ প্ৰশ্ন কোনোদিনা আৰু নুঠিল'—মাইন কাম্ফ। সেই দিনাৰ সেই অগস্ত্য যাত্ৰাই কোন শিখৰত নি তেওঁক যে এদিন তুলিবগৈ ভাবি বিস্ময় নামানি নোৱাৰি।

সেই দিনাই হিট্‌লাৰ কমিটিৰ সপ্তম সদস্যৰূপে নিৰ্বাচিত হ'ল।

পাৰ্টিৰ মেম্বৰৰ সংখ্যা আছিল এশতকৈয়ো তাকৰ। তাৰ মাজত ড্ৰেক্সলাৰৰ উপৰি, লেখত লবলগীয়া কিজন আছিল :

১। ডিয়েত্ৰিখ একাৰ্ট : তেওঁ আছিল এজন মতোৱাল কবি ; অগৰ্দানিকৈ ফটিকা গিলি লোনকালে সিক্তলীয়া হৈছিল। পুৰুষ-সঙ্গমী ( **homo-sexual** ) বুলিও তেওঁৰ খিতাপ আছিল।

২। কেপ্টেইন আৰ্নেষ্ট ৰোম : তেওঁ আছিল এজন নৃশংস সামৰিক বিষয়া ; খিতপীয়া পুৰুষ-সঙ্গমী।

৩। কত্তল্ফ্ হেচ্: অৱসৰপ্ৰাপ্ত সামৰিক বিষয়া, এদিন হিট্লাৰৰ বক্তৃতা শুনিয়েই হিট্লাৰ ভক্ত হৈ পাৰ্টিত যোগ দিছিল। তেওঁ আটস্কিয়াৰ পুৰুষ আছিল; ধন-বিত্ দি হিট্লাৰৰ পেট পুঁহিছিল।

৪। আলফ্ৰেড ৰজেনবের্গ: তেওঁৱেই আছিল বোলে পাৰ্টিৰ ধী-শক্তিমান চিন্ময় নেতা ( Intellectual leader ), কাৰণ স্থপতিবিদ্যাত বিশ্ববিদ্যালয়বপৰা তেওঁ এখনি ডিপ্লমা আৰ্জিছিল।

৫। হাৰ্মেন গ্যোৰিং: এওঁ আছিল প্ৰথম মহাসমৰৰ বিমানবাহিনীৰ বীৰ। তেওঁ পাৰ্টিত যোগ দিছিল হিট্লাৰক লগ পোৱাৰ পিছত। তেওঁৰ চৰিত্ৰৰ পৰিচয় পিছত পোৱা যাব।

একে ঘাটৰ নাৱৰীয়া, এনে বিধৰ এমথাকে লৈ পাৰ্টি নামধাৰী, নাম গোত্ৰ নোহোৱা এটি তৰ্কচক্ৰ আৰম্ভ হৈছিল, কিন্তু হিট্লাৰে সেই চক্ৰত যোগ দিয়াৰ পাছত লাহে লাহে তাত নতুন জীৱনৰ সঞ্চাৰ হ'ল। তেওঁৰ অক্লান্ত পৰিশ্ৰম, বাগ্মিতা আৰু আন আন গুণৰ বলত শই শই হাজাৰে হাজাৰে জাৰ্মানে সেই পাৰ্টিত যোগ দিবলৈ ধৰিলে। তেৰ বছৰৰ ভিতৰত সেই পাৰ্টিয়েই ক্ষমতাত অধিষ্ঠিত হৈ, 'তৃতীয় ৰাইখ' গঢ়ি তুলি, অকল জাৰ্মানিতে নহয়, সমগ্ৰ পৃথিৱীত লঙ্কাকাণ্ডৰ সৃষ্টি কৰিছিল।[১৮]

হিট্লাৰে থাপনা কৰা জাৰ্মান ৰাষ্ট্ৰক 'তৃতীয় ৰাইখ' কিয় বোলা হয়, তাৰ ব্যাখ্যা এই খিনিতে দিয়া যুগুত হ'ব। তেওঁৰ মতে প্ৰথম ৰাইখখন আছিল মধ্যযুগৰ Holy Roman Empire, যিখন সাম্ৰাজ্য সম্বন্ধে ফৰাচী দাৰ্শনিক ভলতেৰে কৈছিল যে সেইখন সাম্ৰাজ্য হ'লিও নাছিল, ৰোমানো নাছিল, সাম্ৰাজ্যও নাছিল।[১৯] Holy নাছিল, কাৰণ প'প সেই সাম্ৰাজ্যৰ সম্ৰাট নাছিল,

---

১৮। **Such was the weird assortment of misfits who founded National Socialism, which in thirteen years would sweep the country and bring to Germany its third Reich······ Adolf Hitler, not quite thirty-one and utterly unknown, took leading part in building up what had been no more than a backroom debating society into what would soon be a formidable political party : *Shirer.***

১৯। তাকে অনুকৰণ কৰিয়েই পণ্ডিত জৱাহৰলাল নেহেৰুৱে আই-চি-এচ্ সম্বন্ধে কৈছিল: **It is neither Indian, nor civil, nor service.**

আছিল অষ্ট্ৰিয়াৰ ৰজা, ৰোমান তো নাছিলেই, আছিল জাৰ্মান; আৰু সাম্ৰাজ্যও নাছিল, কাৰণ সম্ৰাট নামধাৰী অষ্ট্ৰিয়াৰজৰ, জাৰ্মানিৰ সৰু বৰ অসংখ্য ৰজাৰ ওপৰত প্ৰভুত্ব নাম'হে আছিল, কামত নাছিল। ১৮০৬ চনত নাপলেয়ঁ বনাপাৰ্টে সেই টুলুঙা সাম্ৰাজ্যৰ পতন ঘটাইছিল।

দ্বিতীয় ৰাইখন আছিল উনৈছ শতিকাৰ শেহ ভাগত বিচ্‌মাৰ্কে গঢ়ি তোলা জাৰ্মান সাম্ৰাজ্য, ১৯১৮ চনৰ নৱেম্বৰ মাহত যাৰ সমাপ্তি ঘটে।

গতিকে হিট্‌লাৰৰ সাম্ৰাজ্যখন হ'লগৈ তৃতীয় ৰাইখ।

১৯২০ চনৰ আৰম্ভণিতে হিট্‌লাৰে পাৰ্টিৰ প্ৰচাৰ বিভাগৰ ভাৰ ল'লে। ২৪ ফেব্ৰুৱাৰীৰ (১৯২০) দিনা তেওঁ এখন বিৰাট সভাৰ আয়োজন কৰিলে। তাত তেওঁ বক্তৃতা দিবলৈ আৰম্ভ কৰোঁতে বিৰোধী দলৰ বিশেষকৈ কমিউনিষ্ট পাৰ্টিৰ, উপস্থিত ভদ্ৰমণ্ডলীয়ে হাইউৰুমি লগাই, চিঞৰি-বাখৰি, সভা পণ্ড কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু সেইবোৰ কথালৈ কেৰেপ নকৰি হিট্‌লাৰে অনৰ্গল বলকি যাবলৈ ধৰিলে। তেওঁৰ মুখেদি যেতিয়া আখৈ ফুটিবলৈ লাগিল, লাহে লাহে কোলাহল পাতলি আহিল। সকলোৱে কাণ পাতি তেওঁৰ বাণী শুনিবলৈ ধৰিলে। চাৰি ঘণ্টা সময় একেৰাহে তেওঁ বক্তৃতা জাৰিলে। তেওঁ নিজে কোৱা মতে তেওঁৰ বাগ্মিতাই যেনো শ্ৰোতামণ্ডলীৰ অন্তৰত বিজুলী চমকাই দিছিল ("electrified")।

সেই সভাতে তেওঁ পাৰ্টিৰ পঁচিছ দফীয়া কাৰ্য্যসূচীৰ ঘোষণাপত্ৰও (manifesto) দাঙি ধৰে। তাৰ বিশেষকৈ উল্লেখযোগ্য দফাকেইটি হ'ল:

১। য়ুৰোপৰ সকলোবোৰ জাৰ্মানভাষী অঞ্চল একেলগ কৰি এখন জাৰ্মান ৰাষ্ট্ৰ গঢ়ি তুলিব লাগিব।

২। কোনো ইহুদীৰ সেই ৰাষ্ট্ৰত নাগৰিকৰ অধিকাৰ নাথাকিব, আৰু কোনো চৰকাৰী বা ৰাজহুৱা কামতৰ চাকৰিত ইহুদীক মকৰল কৰা ন'হ'ব। ১৯১৪ চনৰ ২ আগষ্টৰ পিছত জাৰ্মানিত প্ৰৱেশ কৰা সকলো ইহুদীক জাৰ্মানিৰ পৰা বহিষ্কৃত কৰা হ'ব।

৩। ভেৰ্চাইৰ সন্ধিপত্ৰ[20] গ্ৰাহ্য কৰা ন'হ'ব।

---

২০। প্ৰথম মহাসমৰৰ অন্তত জাৰ্মানি আৰু মিত্ৰশক্তিৰ মাজত হোৱা শান্তি সন্ধিপত্ৰ পূৰ্বৰ ফৰাচী ৰজা সকলৰ বাসস্থান ভেৰ্চাইৰ ৰাজপ্ৰাসাদত স্বাক্ষৰিত হৈছিল।

৪। এইটিয়েই আছিল শেষ, অর্থাৎ ২৫নং দফা। সেই দফাত কোৱা হৈছিল যে পার্টিয়ে এখন বলিষ্ঠ কেন্দ্ৰীয় চৰ্কাৰ থাপনা কৰিব।

বাভেৰিয়াৰ প্ৰজাই ভাবিছিল জাৰ্মানিপৰা কাটি গৈ এখন স্বাধীন ৰাজ্য হোৱাৰ কথা, নাইবা অষ্ট্ৰিয়াৰ লগত লাগোৰ খাই স্বকীয়া এখন ৰাজ্য থাপনা কৰাৰ কথা, কিন্তু কাৰ্য্যসূচীৰ শব্দাৱলীৰপৰা বুজা গ'ল যে হিট্‌লাৰৰ দৃষ্টি আছিল সুদূৰণিৰ পিনে, বাৰ্লিনো পাৰ হৈ বৃহত্তৰ জাৰ্মানিৰ চক্ৰবাত।

সেইদিনাৰেপৰা হিট্‌লাৰ আৰু হিট্‌লাৰৰ পাৰ্টিৰ বল খোপত খোপে বাঢ়ি যাবলৈ ধৰিলে। ১৯২০ চনৰ পহিলা এপ্ৰিলৰ দিনা হিট্‌লাৰে সৈন্যবাহিনীৰ খাতাৰপৰা নিজৰ নাম খাৰিজ কৰাই, এদনীয়া হৈ, এহাতেধোৱাকৈ পাৰ্টিৰ কামত লাগি গ'ল। সেইদিনাই পাৰ্টিৰ নামটোও (জাৰ্মান কৰ্মীসংঘ) সলাই তাৰ নাম দিয়া হ'ল Nacional Sozialicticbe Deutsche Arbeispartei (National Socialist German Workers' Party)। তাকে চমুৱাই পাছত পাৰ্টিক বোলা হ'ল 'নাৎচি পাৰ্টি'। নাৎচি পাৰ্টিৰ দুই মহামন্ত্ৰ হ'ল গৈ 'ডয়েৎশ্বলাণ্ড্ আৰভাখে (Deutscheland Erwache = Germany Awake) আৰু 'ডয়েৎশ্বলাণ্ড্ উবাৰ আলেচ (Deutscheland uber Alles = Germany above All)।

লাহে লাহে সেই দুই মন্ত্ৰৰ ধনিয়ে গোটেই জাৰ্মানিক কোবালে; আলিয়ে-পদূলিয়ে, জাৰ্মানিৰ প্ৰতিটো চুকেকোণে আঠোপৰে গগণ ফালি সেই মন্ত্ৰ প্ৰতিধ্বনিত হ'বলৈ ধৰিলে।

Evil genius হ'লেও হিট্‌লাৰ যে জিনিয়াচ্ আছিল, সেই কথা তেওঁৰ সাত শত্ৰুৱেও দুই কৰিব নোৱাৰে। শেহান্তৰত হিট্‌লাৰে তেওঁৰ মনে খনা পুখুৰীত পানী খাবলৈ নাপালে যদিও, ভিয়েনাৰপৰা জাৰ্মানিলৈ বাগৰি অহা নিঠৰুৱা, অশিক্ষিত এটি অচিন কাঠৰ খোৱাই সেইদিনাৰপৰা যি অতৰ্কী মহিমাৰে ক্ষমতাৰ জখলাত খোপত খোপে বগাবলৈ ধৰিছিল, তেনে কাৰ্য্য সম্পাদন জিনিয়াচৰ বাহিৰে আনে কৰা সম্ভৱপৰ নাছিল।

# চাৰি

## গুণ্ডামি আৰু স্বস্তিকা

Nothing succeeds like success. হিট্লাৰৰ বক্তৃতা, প্ৰচাৰকাৰ্য্য আৰু 'জয় জাৰ্মান' ধ্বনিয়ে যেতিয়া চুম্বকে টনাদি জাৰ্মান প্ৰজাক নাৎচি পাৰ্টিৰ সভালৈ টানিবলৈ ধৰিলে, হিট্লাৰৰ মুৰত তেতিয়া নিতৌ ন ন বুধি ওলাল। তেওঁৰ প্ৰচাৰকাৰ্য্যৰ কিটিপ আছিল এই: কেই আষাৰমান সহজ সৰল লাগতিয়াল মন্ত্ৰ জাৰ্মান ৰাইজৰ মগজুৰ মাজত খাৰি বান্ধি নোযোৱালৈকে, মইনা পঢ়োৱাদি পঢ়াই থাকিব লাগিব, কিন্তু অকল তাৰেই সতকাই কাম নিসিজিব, তাৰ লগতে ৰাইজৰ চকুৰ আগত জকমকাই জিলিকাকৈ দাঙি ধৰিব লাগিব কেতবোৰ ৰংচঙীয়া প্ৰতীক (symbols), আৰু তাৰ লগতে কৰিব লাগিব ৰাইজৰ প্ৰাণত সন্ত্ৰাস জন্মোৱা ভয়ঙ্কৰ ভয়ঙ্কৰ কেতবোৰ কাম (terroristic act)—কাৰণ হাপুৰ দিনৰেপৰা বলে নোৱৰা শিলক পৰি নমস্কাৰ কৰা আৰু হাঁহৰ ওপৰত শিয়াল ৰজা ওলোৱাত জাৰ্মানহঁত জনাজাত আছিল[২২]।

সেই উদ্দেশ্যেৰে হিট্লাৰে নাম কটা চিপাহী, চোৰ, ডকাইত, গুণ্ডা কেতবোৰ গোটাইপিটাই, সিহঁতক ইটাগুড়ীয়া বৰণৰ পোছাক (uniform) পিন্ধাই, পাৰ্টিৰ নিজা এটা ফৌজ গঢ়ি তুলিলে। ফৌজটোৰ নাম হ'ল Sturm Abeitlung (Storm Troopers) বা S. A., আৰু সিহঁতৰ কাম হ'ল, হিট্লাৰে আহ্বান কৰা সভাত বিৰোধী দলৰ কোনোবাই আহি ব্যাঘাত জন্মালে ম'ৰিপিটি সিহঁতক সভাৰপৰা বাহিৰ কৰি খেদোৱা, আৰু বিৰোধী দলে—বিশেষকৈ কমিউনিষ্টসকলে সভা পাতিলে বলেৰে গৈ তাক ভাঙি দিয়া। ১৯২১ চনত এদিন হিট্লাৰে তেওঁৰ এচ-এ ফৌজ লগত লৈ কমিউনিষ্ট পাৰ্টিৰ এখন সভাত উপস্থিত হৈ নিৰ্দিষ্ট বক্তাকে আদি কৰি উপস্থিত ভদ্ৰমণ্ডলীৰ এমথাক টঙনিয়াই সভা ভাঙি দিয়াৰ

---

২২। **What the masses needed, he thought, were not only ideas—a few simple ideas that he could ceaselessly hammer through their skulls—but symbols,···pageantry and colour ···and acts of violence and terror, which if successful, would attract adherents (were not the Germans drawn to the strong ?) : *Shirer.***

জগৰত তেওঁক পুলিচে গ্ৰেপ্তাৰ কৰে আৰু বিচাৰত তেওঁৰ তিনি মাহৰ কাটেক হয়, পিছে এমাহৰ পিছতে তেওঁক মুকলি কৰি দিয়া হয়।

কাটেকলৈ গৈ হিট্‌লাৰৰ লাপেই বৰ হ'ল ; শহীদ আৰু দেশপ্ৰেমী বুলি তেওঁ বাইজৰ অবিহণাহে পালে। বৰ চকৰ ভাত খাই, বগা ঘৰৰপৰা ওলাই আহি হিট্‌লাৰ নেওৰ কটা বাঘ হে হৈ উঠিল। পুলিচক বুঢ়া আঙুলি দেখুৱাই তেওঁ ক'লে : আমাৰ কাম সিদ্ধিল। জাৰ্মান জাতিক কোনোবাই লক্ষ্যভ্ৰষ্ট কৰিবলৈ চেষ্টা কৰিলে, আমি তাৰ যথোচিত বিধান হাতত ল'বই লাগিব।

এজন সামৰিক বিষয়াৰ গইনা নোপোৱা হ'লে হিট্‌লাৰে সেই সময়ছোৱাত এনে বিধৰ আগলী-দীঘলী আচৰণ কৰিবলৈ সাহ নাপালেহেঁতেন। সেই বিষয়াজন আছিল বন্ধুবৰ কেপ্তেইন্ ৰ্যোম্। এচ-এ বোলা নাৎচি পাৰ্টিৰ ফৌজটো গঢ়ি তোলা কামতো ৰ্যোম্ হিট্‌লাৰৰ সোঁহাত আছিল।

ইতিমধ্যে ( ১৯২০ চনৰ জহ কালি ) হিট্‌লাৰে এটি প্ৰকৃত জিনিয়াচৰ কাম সাধিছিল। জকমকীয়া চোকা ৰঙা কাপোৰ এখনৰ সোঁ মাজত বগা এটি চক্ৰ আৰু তাৰ মাজত কিচ্‌কিচীয়া ক'লা চক্ৰকীয়া স্বস্তিকাৰ চিন এটি বহুৱাই নাৎচি পাৰ্টিৰ তেওঁ এখন নিচান সাজি উলিয়াইছিল। সেই নিচানেই পিছত জাৰ্মানিৰ জাতীয় পতাকা হৈছিল গৈ। স্বস্তিকাৰ চিনটো আছিল আদিম আৰ্য্যসকলৰ ধৰ্মৰ লগত জড়িত কিবা অজানিত গূঢ়, গুপ্ত মৰ্মৰ (mystic) প্ৰতীক। বিশুদ্ধ আৰ্য্য জাতি, জাৰ্মান জাতিৰ জয়যাত্ৰাৰ পথতো হ'ব সেয়ে সেই জাতিৰো প্ৰতীক। হিট্‌লাৰৰ এই আৱিষ্কাৰ প্ৰকৃত জিনিয়াচৰ কাম আছিল বুলি কোৱা হৈছে এই কাৰণত যে যুদ্ধৰ অন্তত জাৰ্মান ৰাইজৰ আলৈবিলৈ কুলাই পাচিয়ে নধৰা হ'লত* নিম্নমধ্য শ্ৰেণীৰ জাৰ্মান প্ৰজাক এই নিচানখনিয়ে কিবা এক অতীন্দ্ৰিয় চৌম্বক শক্তিৰে আকৰ্ষণ কৰিছিল। লাখে লাখে জাৰ্মান সেই নিচানৰ ছাঁত থিয় দিবলৈ আগ বাঢ়ি আহিছিল। তাৰ পিছৰপৰা পাৰ্টিৰ ধনওঁৱালসকলেও টোপোলাটোপোলে ধন আহিবলৈ ধৰিছিল।[২৩]

---

* সেই সম্বন্ধে পিছত বিতংকৈ কোৱা হ'ব।

২৩। **The hooked cross (Swastika) seemed to possess some mystic power of its own, to beckon the insecure lower middle classes which had been floundering in the uncertainty of the chaotic post-war years. They began to flock to its banner : *Shirer*.**

## পাঁচ

## ফ্যুৰাৰৰ আৱিৰ্ভাৱ

ক্যাটেক খোৱাৰ আগতে ১৯২০ চনৰ ডিচেম্বৰ মাহত হিট্লাৰে পাৰ্টিৰ হৈ 'ফ্যোল্‌কিশাৰ বেৱবাখ্‌টাৰ' (Voelkischer Beobachter) বোলা, মিউনিকৰপৰা সপ্তাহত দুবাৰকৈ প্ৰকাশিত হোৱা, ইহুদীবিৰোধী এখন বাতৰিকাকত ষাঠি হাজাৰ মাৰ্ক (সেই দিনত জাৰ্মান মাৰ্কটোৰ মূল্য আমাৰ তাহানিখনৰ টিকা কণাটিৰে সৈতে প্ৰায় সমান আছিল) দি কিনি লৈ, তাক দৈনিক বাতৰিকাকতলৈ পৰিণত কৰিছিল। এই টকাও ৰ্যোমেই যোগাৰ কৰি দিছিল, তেওঁৰ ওপৰৱালা বিৰয়া জেনেৰেল ৰিট্টাৰ ফন্ এপক ধৰি, সৈন্যবাহিনীৰ গুপুত পুঁজিৰপৰা। ১৯২৩ চনত হিট্লাৰে বন্ধুবৰ ৰজেনবেৰ্গক সেই কাকতৰ সম্পাদক পাতে। ৰজেনবেৰ্গ কিছু পঢ়াশুনা কৰা হিট্লাৰতকৈ অলপ শিক্ষিত লোক আছিল। সেই দেখি হিট্লাৰ আৰু তেওঁ, দুয়ো দুয়োৰো গুৰু আৰু শিষ্যও আছিল।

লাহে লাহে হিটলাৰ নাৎচি পাৰ্টিৰ একচেটিয়া ওদাইদাৰ হৈ উঠিল; কমিটিৰ আন সদস্যসকল হ'লগৈ সাথীগোপাল। সিসকলক হিট্লাৰে খেৰকুটা যেন হে দেখিবলৈ ধৰিলে। এই কথা লৈ পেটে পেটে নাৰাজ হ'লেও মুখামুখিকৈ হিট্লাৰৰ বিৰোধিতা কৰাৰ সাহ সদস্যসকলৰ নাছিল।

১৯২১ চনৰ জহ কালি বাভেৰিয়াৰ বাহিৰেও উত্তৰ জাৰ্মানিত পাৰ্টিৰ প্ৰভাৱ বিস্তাৰ কৰাৰ অভিপ্ৰায়েৰে হিট্লাৰ বাৰ্লিনলৈ যায়। তেওঁৰ অনুপস্থিতিৰ ছেগ বুজি কমিটিৰ সদস্যসকলে হিট্লাৰৰ একনায়কত্বৰ প্ৰতিবাদ কৰি এটি প্ৰস্তাৱ লয়। পিছে, পাতৰ আঁৰত লুকোৱা ধানপুৰীয়া কঁঠাল হ'বগৈ হিট্লাৰে পাৰ্টিত যোগ দিয়া নাছিল, দিহিল বৰ নাৰৰ কাণ্ডাৰী হ'বগৈ। কমিটিয়ে গ্ৰহণ কৰা প্ৰস্তাৱৰ বাতৰি পাই ততাতৈয়াকৈ মিউনিকলৈ উলটি আহি তেওঁ কমিটিৰ ওচৰত ইস্তফাপত্ৰ (পাৰ্টি ত্যাগ কৰাৰ) দাখিল কৰিলে। বাঘৰ নেগুৰেদি কাণ খজুৱাবলৈ গৈ, কমিটিৰ সদস্যসকল চেঁচেৰাত পৰিল; কমিটিত ঠাই দি দেখোন এতিয়া তেওঁলোকে হিট্লাৰৰ টপ্‌টপনিহে শুনিব লগা হ'ল। পিছে, কমিটিৰ সদস্যসকলে বঢ়িয়াকৈ গম পাইছিল যে হিট্লাৰে পাৰ্টি এৰিলে দুদিনতে পাৰ্টি ভাগিব, কিয়নো হিট্লাৰেই আছিল পাৰ্টিৰ সকলোতকৈ পটু বক্তা, সংগঠক আৰু প্ৰচাৰক—খোৰতে ক'বলৈ গ'লে পাৰ্টিৰ লাইখুটা।

বোলে, গপে সিদ্ধি ভপে সিদ্ধি। হিট্‌লাৰৰ ইস্তফাপত্ৰ গ্ৰহণ কৰিবলৈ কমিটি সন্মত নহ'লত হিট্‌লাৰে টাউকি দিলে যে তেওঁ পাৰ্টিত থাকিবলৈ হ'লে, তেওঁক পাৰ্টিৰ ওপৰত একনায়কত্ব চলাবলৈ দিব লাগিব। সদস্যসকল ভেৰিয়া মুৰব্বীয়া হৈ সেই দাবীকে মানি ল'লে। পাৰ্টিৰ সংবিধান সংশোধন কৰি কমিটী উঠাই দিয়া হ'ল; হিট্‌লাৰক পতা হ'ল পাৰ্টিৰ সভাপতি আৰু একাধিপতি—ফ্যুৱাৰ (Fuehrer = Leader). তেওঁৰ ভঁৰিয়লি নোহোৱা হ'ল। সেই দিনাৰেপৰা (জুলাই, ১৯২১) 'ফ্যুৱাৰ প্ৰিঞ্জিপ্' (Fuehrer Prinzip = Leader Principle) অৰ্থাৎ ৰৰমুৰীয়াৰ একনায়কত্বৰ নীতি, নাৎচি পাৰ্টিৰ (আৰু পিছত গৈ জাৰ্মান ৰাষ্ট্ৰৰো) শিলৰ বেধ হ'ল।

একনায়কত্ব আদায় কৰি, কমিটীৰ পাখি কাটি, জোনাকী পৰুৱাৰ গা পোহৰ হ'ল; পাৰ্টি আৰু পাৰ্টিৰ পল্টন এচ এ-ক শকত আৰু সৱল কৰা কামত হিট্‌লাৰে এইবাৰ বজ্ৰলেপ দি ধৰিলে। ৰোামক তেওঁ সেই পল্টনৰ কমাণ্ডাৰ (সেনাপতি) পাতিলে। ৰাজ্যৰ য'ৰ যেতুটি চোৰ, ডকাইত, কুটনা, গুণ্ডা, খুনী, পুৰুষ-সঙ্গৰী, ব্যভিচাৰী, কানিয়া ভঙুৱা আছিল, সোপাকে আনি তেওঁ সেই পল্টনৰ চিপাহী আৰু পাৰ্টিৰ মেম্বৰ পাতিলেহি। হেৰমান্ গোয়েৰিঙে তেওঁক এই সংগঠনৰ কাৰ্য্যত অম্লানবদনে, একাগ্ৰচিত্তেৰে—আনকি নিজৰ জোলোঙাৰ অজস্ৰ ধন ভাঙিও—সহায় কৰিছিল।[২৪]

---

২৪। Murderers, pimps, homosexual perverts, drug-addicts or just plain rowdies were all the same to him if they served his purposes……Such were the men whom Hitler gathered around him to become dictator of a nation which had given the world a Luther, a Kant, a Goethe and Schiller, a Bach, a Beethoven and a Brahms: *Shirer.*

## ছয়

# ভাইমাৰ্ বিপাব্লিক্

মিউনিকৰপৰা এতিয়া বার্লিনলৈ যোৱা যাওক।

১৯২১ আৰু ১৯২৩ চনৰ মাজৰ কালছোৱাত জাৰ্মানিত ইটোৰ পিছত সিটোকৈ ভালেমান গুৰুত্বপূর্ণ ঘটনা ঘটিছিল।

১৯২১ চনৰ জুন মাহত ভাইমাৰ চৰ্কাৰৰ প্ৰতিভাবান পৰৰাষ্ট্ৰ মন্ত্ৰী ভাল্‌থাৰ্ ৰাথেনাওক, আৰু আগষ্ট মাহত মধ্যপন্থী ৰাজনীতিজ্ঞ পুৰুষ মাথিয়াচ্ এর্ত্‌চ্‌বের্গক হত্যা কৰা হয়, কাৰণ সেনাপতিসকলে মিত্ৰশক্তিৰ লগত হোৱা আর্মিচ্‌টিচত চহী দিবলৈ পিছ হোঁহকা দিওঁতে, এর্ত্‌চ্‌বের্গে সাহ কৰি তাত চহী দিছিল, আৰু ৰাথেনাৱে সন্ধিপত্ৰৰ চৰ্ত্ত মানি চলিব বুলি প্ৰতিশ্ৰুতি দিছিল; তদুপৰি তেওঁ আছিল ইহুদী। চান্‌চেলৰ (প্ৰধানমন্ত্ৰী) শ্বাইডামেনকো গুমি কৰাৰ এটা চেষ্টা দিয়া হৈছিল; কাণক কাণ মাৰিহে তেওঁৰ জীৱন ৰক্ষা পৰিছিল।

১৯১৮ চনৰ ৯ নবেম্বৰৰ দিনা জাৰ্মানিত অনুষ্ঠিত হোৱা চৰ্কাৰ থনেই আছিল জাৰ্মানিৰ প্ৰথম গণতান্ত্ৰিক চৰ্কাৰ। তাৰ আগতো হওঁতে 'ৰাইখটাগ্' (লোকসভা) আৰু 'বুণ্ডেচ্‌ৰাট (ৰাজ্যসভা) বোলা দুখন সদনেৰে গঠিত এখন সংসদ (পাৰ্লামেণ্ট) জাৰ্মানিত আছিল, কিন্তু সেইখন নামতহে পাৰ্লামেণ্ট আছিল, কামত আছিল মাথোন এখন তর্কচক্র (debating society)। চান্‌চেলৰৰ ওপৰত পাৰ্লামেণ্টৰ হাত নাছিল; চান্‌চেলৰজন আছিল কাইজাৰৰ (সম্ৰাট) আজ্ঞাবহ ভৃত্য আৰু কাইজাৰ আছিল দৰাচলতে এজন ডিক্‌টেটৰ। নহ'লে কুৰি শতিকাত (১৯১০ চনত) তেওঁ Divine Right of Kings—ঈশ্বৰপ্ৰদত্ত ৰাজশক্তিৰ নাম লৈ বুকু ফিন্দাই ঘোষণা কৰিব নোৱাৰিলেহেঁতেন যে "মই ৰাজমুকুট পিন্ধিছোঁ ঈশ্বৰৰ অনুগ্ৰহত; মোৰ ৰাজমুকুট পাৰ্লামেণ্টে বা জনগণে মোক দান দিয়া বস্তু নহয়; যি বাটেদি মোৰ যাবৰ মন যায়, সেই বাটেদিয়েই মই যাম।"

গতিকে ১৯১৮ চনৰ ৯ নবেম্বৰৰ দিনাৰপৰা জাৰ্মানিত এক নতুন যুগৰ প্ৰবৰ্তন হ'ব বুলি বহুতে আশা কৰিছিল, কিন্তু এইখন গণৰাষ্ট্ৰক উপজিবৰ দিনাৰে পৰা শনিয়ে পালে।

ৰাইখ্‌টাগত তেতিয়া একক সংখ্যাগৰিষ্ঠ দল এটাও নাছিল। চ'চিয়েল

ডেমক্রেট্‌চৰ দলটোৱেই আছিল আটাইতকৈ ডাঙৰ। সেই দলৰ নেতা আছিল ফীড্‌বিখ্‌ এবার্ট। তেওঁ আছিল ঘোঁৰাৰ জীন সজা এজন মুচী। ৰক্ষণশীল দলসমূহে গণতন্ত্ৰ বিচৰা নাছিল, আৰু জাৰ্মান সৈন্যবাহিনীয়ে তো গণতন্ত্ৰৰ নাম শুনিলে মাটিতে সাত গোৰ মাৰিছিল। তথাপি হিণ্ডেনবুৰ্গ আৰু লুডেনডৰ্ফে মিলি, একপ্ৰকাৰ বলেৰেই, অগত্যা মধুসূদন এবাৰ্টৰ মূৰত শাসনৰ ভাৰ জাপি দি আপদাহ সাৰিছিল, যাতে আৰ্মিচ্‌টিচত্‌, আৰু পিছত ছিদা'কৈ সন্ধিপত্ৰত চহী দিয়াৰ আৰু যুদ্ধৰ অন্তত দেশত দেখা দিয়া সকলো বিলৈ-বিপত্তিৰ বাবে জাৰ্মান জাতিয়ে নতুন গণতান্ত্ৰিক চৰ্কাৰৰ বৰমূৰীয়াসকলহে জগৰীয়া বুলি ধৰে। গতিকে এই কাৰ্য্যৰ গুৰিত আছিল কাপুৰুষালি। পৰাজয়ৰ কলঙ্ক মূৰ পাতি ল'বলৈ পিছ হুঁহকি সেনাপতিদ্বয়ে এই দুষ্কৰ্ম কৰিছিল। জতুৱা মাতেৰে ক'বলৈ হ'লে, গৰু চুৰ কৰি বিক্ৰমী সেনাপতি দুজনে পঘা ধৰিবলৈ লাজ পাইছিল।

যেই হওক, দুই এক মধ্য আৰু সোঁপন্থী দলৰ সহায়ত এবাৰ্টে ৰাজ্যভাৰ হাতত ল'লে। তেওঁ হ'ল ৰাষ্ট্ৰপতি; ফিলিপ্‌ শ্বাইডামেনক পতা হ'ল চান্‌চেলৰ। সৈন্যবাহিনীৰ কাজকামত হেঁতাওপৰা নকৰিব বুলি এবাৰ্টে প্ৰতিশ্ৰুতি দিলত সেনাপতিসকলেও গণতান্ত্ৰিক চৰ্কাৰৰ প্ৰতি আনুগত্য জনাই শপত গ্ৰহণ কৰিলে। এই দৰে সৈন্যবাহিনী ৰক্ষা পৰিল, কিন্তু ৰিপাব্লিকৰ দিন চমুৱাই আহিল। পিছত গৈ হিণ্ডেনবুৰ্গেই নাৎচি পাৰ্টিৰ হাতত ৰাজ্যভাৰ তুলি দিবগৈ।

সিপিনে বাৰ্লিনত তে'ত্‌য়া জুই লাগিছে। কমিউনিষ্টইতে ( স্পাৰ্টাচিষ্ট্‌চ্‌ ) হিণ্ডেনবুৰ্গক মুখ্য সেনাপতিৰপৰা বৰ্খাস্ত কৰিব লাগে, আৰু ৰুচিয়াৰ আৰ্হিত জাৰ্মানিত চ'ভিয়েট চৰ্কাৰ থাপনা কৰিব লাগে বুলি দাবী জনাই কাইজাৰৰ ( ভূতপূৰ্ব ) কাৰেংঘৰ আক্ৰমণ কৰিলে। নচ্‌কে নামেৰে এজন নিকৰুণ, দক্ষ সেনাপতিয়ে জানিবা এসপ্তাহৰ (Bloody Week) ভিতৰতে কমিউনিষ্টইতক বজ্ৰমুষ্টিৰে দমন কৰিলে।

জাৰ্মানিৰ বাবে এখন নতুন সংবিধান ৰচনা কৰিবৰ কাৰণে এখন ব্যৱস্থাপক সভা (National Assembly) অনুষ্ঠিত কৰিবলৈ ১৯১৯ চনৰ জানুৱাৰী মাহৰ ১৯ তাৰিখে নিৰ্বাচন (election) পতা হ'ল। নিৰ্বাচনত কোনো দলে একক সংখ্যাগৰিষ্ঠতা লাভ কৰিব নোৱাৰিলে।

সাত মাহৰ মূৰত ( ৩১ জুলাই ) যিখন সংবিধান নেশনেল এচেম্‌ব্লিত গৃহীত হ'ল, তাতকৈ উদাৰনৈতিক গণতান্ত্ৰিক সংবিধান কুৰি শতিকাত আন কোনো দেশে ৰচনা কৰিব পৰা নাছিল। ফ্ৰান্স আৰু ইংলণ্ডৰপৰা Cabinet form

এই Government-অৰ ব্যৱস্থা ধাৰ কৰা হ'ল; আমেৰিকাৰ যুক্তৰাজ্যৰ আহিত এজন ক্ষমতাশালী, জনপ্ৰিয় প্ৰেচিডেণ্ট পতা হ'ল; চুইট্‌জাৰলেণ্ডৰপৰা লোৱা হ'ল referendum-অৰ ব্যৱস্থা। সংখ্যালঘিষ্ঠ সকলো সম্প্ৰদায়ে পাৰ্লামেণ্টত বুজন পৰিমাণৰ ঠাই পাব পৰাকৈ নিৰ্বাচনৰ আইন-কানুন কৰা হ'ল। মোটৰ ওপৰত নতুন সংবিধানে জাৰ্মান নাগৰিকক যিমানখিনি ব্যক্তিগত স্বাধীনতা দিলে, সিমানখিনি স্বাধীনতা—অন্ততঃ কাগজে-কলমে—সেই দিনত আন কোনো দেশৰ নাগৰিকৰে নাছিল।

## সাত

## ভেৰ্চাই ডিক্‌টাট্*

জাৰ্মান আকাশত উজ্জ্বল ভৱিষ্যতৰ বেলি ব'দ ওলাবলৈ ধৰোঁতেই ক'লা ডাৱৰে আকাশ ছাটি পেলালে; হৰিষত বিষাদ মিলিল।

১৯১৯ চনৰ মে মাহত ভেৰ্চাইৰ সন্ধিপত্ৰৰ—অৰ্থাৎ মিত্ৰশক্তি আৰু জাৰ্মানিৰ মাজত শান্তিস্থাপনৰ ব্যৱস্থাৰ—ছিদাংকৈ বন্ধা চৰ্তবিলাক মিত্ৰশক্তিয়ে ঘোষণা কৰিলে:

১৮৭০ চনৰ জাৰ্মান-ফৰাচীৰ যুদ্ধৰ পিছত জাৰ্মানিয়ে ফ্ৰান্সৰপৰা কাঢ়ি লোৱা আলচাচ-লৰেইন প্ৰদেশখন ফ্ৰান্সক ঘূৰাই দিয়া হ'ল; ঊনৈছ শতিকাত অষ্ট্ৰিয়া, ৰুচিয়া আৰু প্ৰুচিয়াই মিলি ডকাইতি কৰি প'লাণ্ড ৰাজ্যখন তিনিভাগ কৰি নিজৰ মাজত ভগাই লৈছিল, প'লাণ্ডবাসীক তেওঁলোকৰ ৰাজ্য ঘূৰাই দিয়া হ'ল, জাৰ্মানিৰ ডাঞ্জিগ বন্দৰটোও প'লাণ্ডক দিয়া হ'ল, আৰু তালৈ যাব পৰাকৈ পূব জাৰ্মানিৰ মাজেদি এটা বাটো (corridor) দিয়া হ'ল। ফলত পূৰ্ব-প্ৰুচিয়া দ্বিখণ্ডিত হ'ল; জাৰ্মানিয়ে আফ্ৰিকাত পতা তিনি ডোখৰ উপনিবেশ জাৰ্মানিৰপৰা কাঢ়ি লোৱা হ'ল; যুদ্ধ আৰম্ভ কৰাৰ বাবে মিত্ৰ শক্তিয়ে জাৰ্মানিক দায়ী কৰিলে, আৰু কাইজাৰ আৰু আঠ শ war criminals-অক মিত্ৰশক্তিৰ হাতত শোধাই দিবলৈ জাৰ্মান চৰকাৰক নিৰ্দেশ

---

* Diktat—Dictation: মধ্যযুগীয় দাসত্ব প্ৰথাৰ প্ৰচলনৰ দিনত প্ৰভুৱে ক্ৰীতদাসক দিয়া অলঙ্ঘনীয় আদেশ।

দিলে। যুদ্ধৰ বাবে ক্ষতিপূৰণ হিচাপে কিমান ধন দিব লাগিব—সেই সংখ্যা তেতিয়াও থাটাংকৈ নিৰ্দ্ধাৰিত হোৱা নাছিল, সত্বৰে প্ৰথম কিস্তী হিচাপে পাঁচিছ নিযুত মাৰ্ক দিব লাগিব বুলি, আৰু তাৰ উপৰিও বৃহৎ পৰিমাণৰ কয়লা, কাঠ, গৰু-ঘোঁৰা আৰু কেতবোৰ জাহাজো মিত্ৰশক্তিক গোটাই দিব লাগিব বুলিও চৰ্ত্ত ৰখা হ'ল।

ভেৰ্চাইৰ সন্ধিপত্ৰৰ চৰ্ত্তবিলাকৰ বাতৰি পাই সমগ্ৰ জাৰ্মানিত জুই জ্বলিল। ৰাষ্ট্ৰপতি এবাৰ্টে ফ্ৰান্সৰ বৰমুৰীয়া ক্লেমাচ'লৈ লিখিলে যে পৰাজিত হ'লেও কোনো আত্মসন্মানী জাতিয়ে এনে এখন ডিক্‌টাটত চহী দিয়া সম্ভৱপৰ নহয়। উত্তৰত ক্লেমাচ'ই লিখিলে যে সন্ধিপত্ৰৰ সকলোবিলাক চৰ্ত্ত জাৰ্মান চৰকাৰে বিনাবাক্যে মানি ল'ব লাগিব, নলয়, ১৬ জুনৰ ভিতৰত তাৰ থাটাং উত্তৰ নিদিলে, মিত্ৰশক্তিয়ে সমুচিত বিধান হাতত ল'ব।

জাৰ্মান চৰকাৰে তেতিয়া বৰমুৰীয়া সেনাপতিসকলক সুধিলে, আৰু কিছুদিন যুদ্ধ চলাব পৰা হ'ব নে নহয়। সেনাপতি সকলে একমুখে জনালে—নহয়। উপায়ন্তৰ নেদেখি জাৰ্মান চৰকাৰৰ প্ৰতিভূৱে ২৮ জুনৰ দিনা ভেৰ্চাইৰ প্ৰসিদ্ধ ৰাজকাৰেংৰ দাপোণ-কক্ষত ( চাল্ দে মিৰোৱাৰ···Hall of Mirrors) ভেৰ্চাই ডিক্‌টাটত চহী দিলে।

সেই দিনাৰপৰাই জাৰ্মানি দ্বিখণ্ডিত হ'ল। কন্‌জাৰভেটিভ ( ৰক্ষণশীল দল ) সকলে ভেৰ্চাইৰ সন্ধিপত্ৰ মানি লবলৈ অস্বীকাৰ তো কৰিলেই, ৰিপাব্লিকৰ কিমান সোনকালে আধ্যা পেলাব পাৰে সেই চিন্তাতে সিসকলৰ ডাঙৰ হ'ল। অৰ্থনৈতিক ক্ষমতা প্ৰায় সকলোখিনি আছিল কনজাৰভেটিভ সকলৰ হাতত। জাৰ্মানিৰ সকলো বিৰাট বিৰাট শিল্প-প্ৰতিষ্ঠান, ডাঙৰ ডাঙৰ জমিদাৰী আৰু জাতীয় ধনৰ সৰহভাগৰে গৰাকী আছিল তেওঁলোকেই। ৰিপাব্লিকবিৰোধী ৰাজনৈতিক যি কোনো দল আৰু বাতৰি কাকতক ধনবিত্ত দি তেওঁলোকে গণতান্ত্ৰিক চৰকাৰৰ বিৰুদ্ধে ৰাইজক উত্তেজিত কৰিবলৈ লাগিল।

সামৰিক নেতাসকলেও ভেৰ্চাইৰ ডিক্‌টাট মানি নল'ব বুলি মনে মনে থিৰ কৰি, জাৰ্মান চৰকাৰে চহী দিয়া সন্ধিপত্ৰৰ চিয়াঁহী শুকাবলৈ নৌ পোৱাৰেপৰা তলে তলে সৈন্যবাহিনীক সবল আৰু পুষ্ট কৰা কামতহে হাত দিলে। নতুন সংবিধানে সামৰিক নেতাসকলক সম্পূৰ্ণৰূপে অসামৰিক চৰকাৰৰ অধীন কৰিছিল, সামৰিক নেতাসকলেও সেইমতে সৈনিকৰ শপত লৈছিল, কিন্তু সংবিধানে দিয়া এই ক্ষমতা কামত খটুৱাবলৈ গণতান্ত্ৰিক অসামৰিক চৰকাৰে একোকে কৰা

নাছিল। ফলত জাৰ্মান সৈন্যবাহিনী জাৰ্মান ৰাষ্ট্ৰৰ অন্তৰ্গত স্বকীয়া স্বাধীন ৰাষ্ট্ৰ এখন (state within a state) হৈ উঠিল।

তাৰ পিছত ঘটা ঘটনাৱলীয়ে জাৰ্মানিৰ সামাজিক আৰু ৰাজনৈতিক পৰিস্থিতি আৰু উত্তপ্ত, অশান্ত কৰি তুলিলে। ভেৰ্চাইৰ সন্ধি অনুসৰি জাৰ্মানিয়ে ফ্ৰান্সক কয়লা আৰু কাঠৰ যোগান নিদিয়াত ফৰাচীয়ে জাৰ্মানিৰ ৰূঢ় প্ৰদেশখন দখল কৰি ৰাখিলে। ৰূঢ় প্ৰদেশতে আছিল জাৰ্মানিৰ প্ৰায় ভাগ বিশাল বিশাল শিল্প প্ৰতিষ্ঠানৰ কেন্দ্ৰস্থল। ফৰাচীৰ এই কাৰ্য্যই জাৰ্মান শিল্পৰ শুৰিত কুঠাৰ মাৰিলে। এই কাৰ্য্যৰ প্ৰতিবাদত জাৰ্মান কৰ্মীসকলে ধৰ্মঘট কৰিলে, কল কাৰখানাবোৰ বন্ধ হৈ গ'ল। সমগ্ৰ জাৰ্মানিত হাহাকাৰ লাগিল।

১৯২১ চনৰ মাজ ভাগতে জাৰ্মান মাৰ্কৰ মূল্য এক পাউণ্ডৰ (তেতিয়াৰ দিনৰ তেৰ টকা) সমান যোলৰপৰা ২৯০ লৈ, আৰু তাৰ পাছৰ বছৰত ১৬০০ লৈ নামিছিল। ফৰাচীয়ে ৰূঢ় অঞ্চল দখল কৰাৰ পাছত, ১৯২৩ চনৰ আৰম্ভণিত তেৰ টকাৰ সামগ্ৰী কিনিবলৈ ৭২০০০ জাৰ্মান মাৰ্ক লগা হ'ল। জুলাই মাহত এক পাউণ্ডৰ মূল্য ৬,৪০,০০০ আৰু নৱেম্বৰ মাহত যোল নিযুত মাৰ্কলৈ চৰিল। তাৰ কিছুদিনৰ পিছত মাৰ্কৰ নামত জাৰ্মান চৰকাৰে যিবোৰ নোট ছপোৱাই উলিয়াইছিল তাৰ যোল ছপা কৰা তুলাপাত তুথৰিৰ মোলৰে সৈতে সমান হ'ল। এক পাউণ্ডৰ মূল্য কোটি, অৰ্বুদ, বৃন্দ, খৰ্ব, নিখৰলৈ উঠিবলৈ লাগিল। আজীৱন খাটি লুটি গোটোৱা মধ্যবিত্ত আৰু বনুৱা শ্ৰেণীৰ প্ৰজাৰ সাঁচতীয়া ধন চকুৰ পচাৰতে খোলাকটি হ'ল, লাখ-বিলাখ আটষ্ঠিয়াৰ পৰিয়াল নিশাটোৰ ভিতৰতে বাটৰ ভিকহ হ'ল। জাৰ্মান প্ৰজাৰ গতিৰ গতি নোহোৱা হৈ হাকনি নিকানি লাগিল।

সকলো দুখ দুৰ্গতিৰ কাৰণে জাৰ্মান প্ৰজাই স্বাভাৱিকতে তৎকালীন জাৰ্মান চৰকাৰকে জগৰীয়া পাতিলে। এই পৰিস্থিতিৰ বাবে খাইকৈ চৰকাৰেই যে দায়ী আছিল সেই কথাও মিছা নহয়। সমুচিত বিত্তীয় বিধান হাতত লৈ চৰকাৰে মাৰ্কৰ মূল্য গড়া খহাদি থহিবলৈ নিদিয়াৰ ব্যৱস্থা কৰিব পাৰিলেহেঁতেন, কিন্তু শিল্পপতি আৰু জমিদাৰসকলৰ বুধি পৰামৰ্শ মতে তেনে বিধান হাতত লোৱা ন'হ'ল, কাৰণ জনসাধাৰণৰ বিপদ-বিপত্তিয়ে শিল্পপতি আৰু জমিদাৰসকলৰ উপকাৰহে সাধিছিল। মূল্যহীন মাৰ্ক দি তেওঁলোকে বহুৱাসকলক খটুৱাব পাৰিছিল, আৰু যুদ্ধৰ সময়ত টেঁটুলৈকে লগা ধাৰ, তেনেবোৰ মাৰ্কৰ নোটেৰেই পৰিশোধ কৰিব পৰা হৈছিল। চৰকাৰো লাভ হৈছিল। তেনেবোৰ খোলা-কটিৰ

মাকেবেই মিত্র শক্তিয়ে দাবী কৰা ক্ষতিপূৰণৰ প্ৰথম কিস্তীৰ আদায় দি চৰকাৰৰ গা জৰ্জৰীয়া লাগিছিল।

জনসাধাৰণে এইবিলাক গুপুত ৰহস্যৰ ভুং বিচাৰি পোৱাৰ কথা নহয়। চকুৰ আগত' তেওঁলোকে দেখিবলৈ পাইছিল যে বেংকত জমাই থোৱা বুজন পৰিমাণৰ ধনেৰে জাৰ্মান পৰিয়াল একোটিয়ে বজাৰত কটী এটা আৰু আলুগুটি বা মূলা দুটিও কিনিব নোৱৰা হ'ল। চৰকাৰৰ চহা মোহৰ থকা হাজাৰটকীয়া নোট এখনেৰে যদি এপইচাৰ চণ্ডাও কিনিবলৈ পোৱা নাযায়, তেনেহ'লে তেনেখন চৰকাৰৰ ওপৰত নো' কাৰ আস্থা থাকিব? খুন্দাভন্নাত কলবজপৰ হৈ জাৰ্মান প্ৰজা বিদ্ৰোহী হৈ উঠিল।

হিটলাৰে সিপিনে খেন চাই টকলিয়াই আছিল। ৰাজনৈতিক আৰু সামাজিক পৰিস্থিতিৰ এই দুৰ্যোগে ঘোদালি পেলোৱা পানীত যেন টেপীয়া মাছ ধৰিবলৈ তেওঁৰ এতিয়া বটিয়া জুতি লাগিল।

## আঠ

## বিয়াৰ-হল পাটশ্ *

বাভেৰিয়াতে প্ৰথমে বিদ্ৰোহ আৰম্ভ হ'ল। থুৰিঞ্জিয়া, হামবুৰ্গ আদি আন আন অঞ্চলতো কমিউনিষ্টসকল আকৌ মূৰ দাঙি উঠিল। বিদ্ৰোহৰ অগনি সমগ্ৰ জাৰ্মানিত বিয়পি পৰাৰ সম্ভাৱনা দেখি, নতুনকৈ হোৱা চান্‌চেলৰ গুচতাফ ষ্ট্ৰেচেমানে প্ৰেচিডেণ্ট এবাৰ্টৰ হতুৱাই 'ইমাৰজেন্সি' ঘোষণা কৰোৱালে। তদুপৰি এবাৰ্ট আৰু ষ্ট্ৰেচেমানে প্ৰস্তাবায় সাৰি ডিফেন্স মন্ত্ৰী অট' গেচলাৰ আৰু সৈন্যবাহিনীৰ কমাণ্ডাৰ জেনেৰেল ফন্ চীক্‌টৰ হাতত শাসনৰ ভাৰ গোধাই দিলে। মোটৰ ওপৰত ১৯২৩ চনৰ ২৬ চেপ্টেম্বৰৰ দিনাৰপৰা ১৯২৪ চনৰ ফেব্ৰুৱাৰী মাহলৈকে জেনেৰেল চীক্‌টক, নামত নহ'লেও কামত, জাৰ্মানিৰ ডিক্‌টেটৰ পতা হ'ল।

বাভেৰিয়াই কেন্দ্ৰীয় চৰকাৰৰ এই ব্যৱস্থা মানি ন'ল'লে। বাজ্যিক চৰকাৰে

---

* বিয়াৰ হল—বিয়াৰ চেলাৰ—১৮ নং টোকা চাওক Putsch—revolt, কু দে-তা (coup d'etat); বিদ্ৰোহ; বিপ্লৱ।

মুকীয়াকৈ এক ইমাৰ্জেঞ্চি ঘোষণা কৰি গুস্তাভ ফন্ কাহ্ৰক ষ্টেইট কমিশ্বনাৰ উপাধি দি, জাৰ্মান সৈন্যবাহিনীৰ বাভেৰিয়াত অৱস্থিত অংশৰ মুখ্য সেনাপতি জেনেৰেল অট্ট' ফন্ ল'চো আৰু পুলিচ বাহিনীৰ বৰমূৰীয়া কৰ্ণেল হান্স ফন্ চাইচাৰক তেওঁৰ সহকৰ্মী পাতি—এই তিনিজনেৰে গঠিত এখন ট্ৰায়ামভিৰেইটক ৰাজ্যশাসনৰ ভাৰ দিলে। এই বাতৰি পাই কেন্দ্ৰীয় চৰ্কাৰে জেনেৰেল ল'চোক কামৰপৰা বৰ্খাস্ত কৰিলে, কিন্তু কাহ্ৰে সেই আদেশ উভতাই ল'চোক নিজৰ কাম কৰি থাকিবলৈ তো দিলেই, তাৰ উপৰিও বাভেৰিয়াৰ ৰাজ্য-চৰ্কাৰৰ প্ৰতি আনুগত্য জনাই সৈন্যবাহিনীক নতুনকৈ শপত লোৱালে। হিট্‌লাৰে ইতিমধ্যে তেওঁৰ বাতৰি কাকত 'ফ্যোলকিশাৰ বেয়বাখ্‌তাৰ'ত কেন্দ্ৰীয় চৰ্কাৰৰ, আৰু বিশেষকৈ ষ্ট্ৰেচেমান, গেচলাৰ আৰু চীক্‌টৰ বিৰুদ্ধে বিষোদ্গাৰ কৰি নিৰঙ্কুশ আক্ৰমণ চলাবলৈ লাগিছিল। কেন্দ্ৰীয় চৰ্কাৰে বাতৰি কাকতখন বন্ধ কৰিবলৈ ৰাজ্য চৰ্কাৰলৈ নিৰ্দেশ দিলত কমিশ্বনাৰ কাহ্ৰে সেই আদেশো অমান্য কৰিলে। হিটলাৰৰ অনুচৰ, তিনিটা অঘাইত, দুৰ্নামী ষড়যন্ত্ৰকাৰীক গ্ৰেপ্তাৰ কৰিবলৈ দিয়া কেন্দ্ৰীয় চৰ্কাৰৰ আদেশো যেতিয়া কাহ্ৰে উভৰিলে, তেতিয়া বাভেৰিয়াৰ বিদ্ৰোহ দমাই কাহ্ৰক এশিকা দিবলৈ চীক্‌ট সাজু হ'ল। বাভেৰিয়াৰ ট্ৰায়ামভিৰেইট আৰু হিট্‌লাৰলৈ তেওঁ সঁকীয়নি পঠালে যে তুৰন্তে তেওঁলোক ষড়যন্ত্ৰ আৰু বিদ্ৰোহৰপৰা বিৰত নহ'লে তেওঁলোকক সমুচিত শিক্ষা দিয়া যাব। এই সঁকীয়নি পাই ট্ৰায়ামভিৰেইট কোঁচ খালে, কিন্তু আগতে উদ্ধকি ওৱা হৈছে, দৈৰকীৰ গভুৰা ল'ৰা হিট্‌লাৰ সহজে কোঁচ খোৱা বিধৰ ভকত নাছিল। তদুপৰি ট্ৰায়াম-ভিৰেইটৰ লগত হিট্‌লাৰৰ মতবো অমিল আছিল। কেন্দ্ৰীয় চৰ্কাৰক উভলাৰ উদ্দেশ্য ট্ৰায়ামভিৰেইটৰ নাছিল, তেওঁলোকে ভাবিছিল অষ্ট্ৰিয়াৰ লগত বাভেৰিয়াক সাঙুৰি জাৰ্মানিৰপৰা কাটি যোৱাৰ কথা হে; হিট্‌লাৰক লাগে কেন্দ্ৰীয় চৰ্কাৰক ওফৰাই অষ্ট্ৰিয়াকো জাৰ্মানিৰ লগত সাঙুৰিবলৈ। হিট্‌লাৰে ভাবিলে কেন্দ্ৰীয় চৰ্কাৰক ওফৰোৱাৰ মাহেন্দ্ৰক্ষণ উপস্থিত হৈছে; ছেগ চাই চাপৰি নাবালে তেওঁৰ গোটেই আঁচনিত মৰা পৰিব; দেশলৈ শান্তি-শৃঙ্খলা ঘূৰাই আনিবলৈ বাৰ্লিনৰ চৰ্কাৰক সময় দিলে তেওঁৰ সকলো চক্ৰান্ত ফলংলডীয়া হ'ব। জোনাকত হেকুৰাই আন্ধাৰত খেপিয়ালে কি লাভ হ'ব? গতিকে অন্যায়ে-সন্যায়ে যি কোনো উপায়েৰে হওক ট্ৰায়াম্‌ভিৰেইটৰ তিনিউজনকে তেওঁৰ হাতৰ মুঠিলৈ আনিব লাগিব, কাৰণ ৰাষ্ট্ৰশক্তিৰ আৰু সৈন্যবাহিনীৰ সহায় নাপালে অকল এচ-এৰ বলতে তেওঁ একো কৰিব নোৱাৰিব। সেই ভাবি হিট্‌লাৰে এইবাৰ এটি নৰ সাহসৰ

কাম কৰিবলৈ সিদ্ধান্ত ল'লে—মনুষ্য-হৰণৰ সিদ্ধান্ত, অৰ্থাৎ ষ্টাৰ্হেম্বাৰ্গৰ তিনিউজনক kidnap কৰাৰ সিদ্ধান্ত।

মনুষ্য হৰণ কাম কেনেকৈ কোন সেজাৰে সিজোৰা সম্ভৱ হ'ব সেই কথা হিটলাৰে ভাবি-গুণি থাকোঁতে বাতৰি-কাকতত এখন জাননী ওলাল যে নৱেম্বৰ মাহৰ ৮ তাৰিখৰ দিনা ষ্টেইট্ কমিশনাৰ কাহ্‌ৰে মিউনিকৰ চহৰতলিৰ ভাৰৰ এটা বিয়াৰ-হলত দেশৰ তৎকালীন পৰিস্থিতি সম্পৰ্কে এটি গুৰুত্বপূৰ্ণ ভাষণ দিব, জেনেৰেল ল'চৌ, কৰ্ণেল হাজ্ আৰু আন আন গণ্যমান্য লোকসকলো তাত উপস্থিত থাকিব।

এই বাতৰি পাই হিটলাৰে থিৰ কৰিলে যে সেই সভাতে বাজাৰ তিনিউজন ৰৰমূৰীয়াক আটক কৰিবলৈ ব'ঢ়িয়া সুযোগ মিলিব।

কিছুদিনৰ আগৰেপৰা হিট্‌লাৰে জেনেৰেল লুডেন্‌ডৰ্ফৰ চৰণত তেল-টকচা ঘঁহি জেনেৰেলজনক নিজৰ ফলীয়া কৰি লৈছিল, কাৰণ জাতীয় বীৰ হিচাপে জনগণৰ মাজত তেওঁৰ প্ৰভাৱ আছিল অসীম। লুডেন্‌ডৰ্ফকো সেই সভাত উপস্থিত থাকিবলৈ হিটলাৰে চিঠিৰে টানি অনুৰোধ জনালে, কিন্তু মনুষ্য-হৰণৰ আখিন্দা সম্বন্ধে ঘূণাক্ষৰেও তেওঁক জানিবলৈ নিদিলে।

প্ৰায় তিনি হাজাৰ মানুহ কাহ্‌ৰৰ বাণী শুনিবলৈ বিয়াৰ হলত গোট খাইছিল, প্ৰত্যেকৰে হাতে হাতে জাৰ্মানসকলৰ অতি প্ৰিয় পানীয় একো-গিলাচ্‌কৈ বিয়াৰ। আধা ঘণ্টামান সময় কাহ্‌ৰে বক্তৃতা দিছে এনেতে, নিশা ন মান বজাত, হিট্‌লাৰৰ এচ্-এ ফৌজৰ এগোট চিপাহীয়ে বিয়াৰ-হলটো ঘেৰাও কৰি, দুৱাৰমুখত এটা বৰতোপ (machine gun) বহুৱালেহি। পিস্তল এটা জোকাৰি জোকাৰি বিয়াৰ হলত সোমাই, টেবুল এখনলৈ জঁপ মাৰি উঠি লৈ হিটলাৰে চালৰ পিনলৈ টোৱাঁই একাঁই কাকা-আবাজ কৰিলে। বক্তৃতা স্থগিত ৰাখি কাহ্‌ৰ থমকিল। ঘটনা নো কি ঘটিছে জানিবলৈ উপস্থিত ভদ্ৰমণ্ডলীয়ে ঘূৰি চাওঁতে হিটলাৰে টেবুলৰপৰা জঁাপ মাৰি নামি কোঁ-কোঁৱাই বক্তৃতামঞ্চৰ পিনে আগবাঢ়ি গ'ল। পুলিচৰ চিপাহী এজনে তেওঁক আগ ভেটি ধৰিলত পিস্তলটো টোৱাঁই তেওঁৰ কাষেদিয়েই চাৎ কৰে পাৰ হৈ হিটলাৰ মঞ্চলৈ জঁপিয়াই উঠিল। কাহ্‌ৰৰ মুখখন শেঁতা পৰি তেওঁ বেবুৱা লাগিল। হিটলাৰে মঞ্চৰ সোমাজত থিয় দি ঘোষণা কৰিলে:

"জাতীয় বিপ্লৱ আৰম্ভ হ'ল, ছশ সশস্ত্ৰ চিপাহীয়ে বিয়াৰ-হল ঘেৰি আছে; দুৱাৰ মুখত বৰতোপ বহুওৱা হৈছে। ইয়াৰপৰা কোনেও যেন ওলাই যাবলৈ

চেষ্টা নকৰে—ই মোৰ আদেশ। সকলো মনে মনে থিয়েৰে থকি নাথাকিলে ৰৰতোপ তিতৰলৈ অনোৱা হ'ব। বাভেৰিয়াৰ ৰাজ্য চৰ্কাৰ আৰু ৰাইখৰ (কেন্দ্ৰীয়) চৰ্কাৰ ভাঙি দিয়া হৈছে। তাৰ ঠাইত নতুন এক চৰ্কাৰ গঠন কৰা হৈছে। পুলিচ আৰু সৈন্যবাহিনী স্বস্তিকা পতাকা হাতত লৈ আগুৱাই আহিব লাগিছে।"

পিছৰ কথা কিআবাৰ অৰম্ভে সম্পূৰ্ণ মিছা কথা আছিল, কিন্তু সময় বুজি মিছা কথা ক'বলৈ হিট্‌লাৰে সংকোচ নকৰিছিল। হিট্‌লাৰৰ হাতৰ পিস্তল, বিয়াৰ-হলৰ দুৱাৰমুখত পতা ৰৰতোপ আৰু এচ-এৰ চিপাহীহঁতক দেখি হিট্‌লাৰৰ কথা সঁচাই নে মিছা থিৰাং কৰিব নোৱাৰি উপস্থিত ভদ্ৰমণ্ডলী বিমোৰত পৰিল।

হিট্‌লাৰে তাৰ পাছত কাহৰ, ল'চো আৰু হান্সক হুকুম দিলে তেওঁৰ লগত আন এটা কোঠালৈ যাবলৈ। এচ-এ চিপাহীৰ হিলৈৰ নলীৰ খুন্দাত বাভেৰিয়া ৰাজ্যৰ তিনিউৰ্জন ৰৰমুৰীয়া সুৰসুৰকৈ হিট্‌লাৰৰ পিছে পিছে আন এটা কোঠালৈ গ'ল।

সমজুৱাসকলে পোনতে ভেবা লাগি এই দৃশ্য চাই আছিল, কিন্তু খন্তেক পিছতে সিসকলৰ খঙে মূৰৰ চুলি পালেগৈ। গতি-গোত্ৰ বিষয়ৰ পিনে চাপ ল'ব খোজা যেন দেখি গ্যোৰিঙে মঞ্চলৈ জঁপিয়াই উঠি ঘোষণা কৰিলে :

"ভয়ৰ কাৰণ একো নাই ; আপোনালোকে নিশ্চিন্তমনে বিয়াৰ শুহি থিৰেৰে বহি থাকক।"

সিখোঁটালীত সিপিনে হিট্‌লাৰে ৰাজ্যৰ ৰৰমুৰীয়া তিনিজনক ভৰকণি মাৰি ক'লে, "মোৰ অনুমতি বিনে কোনো ইয়াৰপৰা ওলাই যাব নোৱাৰিব। ৰাজ্য আৰু কেন্দ্ৰীয় চৰ্কাৰত আপোনালোক তিনিউজনকে পথ বাব দিয়া যাব। লুডেনডৰ্ফে আৰু মই নতুন চৰ্কাৰ গঠন কৰিম।"

লুডেনডৰ্ফ? লুডেনডৰ্ফৰ নাম শুনি ৰৰমুৰীয়া তিনিজন অলপ আচৰিত হোৱা যেন দেখি, হিট্‌লাৰে তেওঁলোকক বক্তৃতা জাৰিবলৈ ধৰিলে। পিছে ৰৰমুৰীয়া তিনিজনৰ এজনেও হিট্‌লাৰৰ ভৰকণিলৈ ভ্ৰুক্ষেপ নকৰিলত হিট্‌লাৰে পিস্তলটো জোকাৰি দমদমাই উঠিল, "মোৰ এই পিস্তলত চাৰি জাঁই গুলি আছে।" তাৰ পাছত পিস্তলটো নিজৰ কপাললৈ টোৱাই ক'লে, "কাইলৈ ভাটীবেলাৰ আগতে বিজয়ী হ'ব নোৱাৰিলে মই জীয়াই নাথাকিম।"

হিট্‌লাৰে সাতোটা শিয়ালৰ বাগি দিব জানিছিল! তেওঁৰ গাজনি-গুমৰণি,

থৈ থৈ দা জোকাৰণিলে বৰমূৰীয়া তিনিজনে কেৰেপ নকৰি, ৰূপাৰ তাৰ মেখুৰাই আন পিনে মুকৈ মনে মনে বহি থকা দেখি, তেওঁৰ মুখত নতুন বুধি ওলাল। মাউপ্ কৰে কোঠাটোৰপৰা ওলাই টোপা কাঁড়টো যোৰাদি সমজুৱাসকল বহি থকা ঘাই কোঠাটোলৈ ওলাই হনুমন্ত জঁাপ দি পুনৰ মঞ্চলৈ উঠি, সমজুৱাৰ চকুত বালি মাৰি, এইবাৰ তেওঁ ঘোষণা কৰিলে :

"ট্ৰয়োমভিৰেইটৰ তিনিউজনে নতুন চৰ্কাৰ গঠন কৰাত মোৰ লগত সহযোগিতা কৰিবলৈ মান্তি হৈছে। মই প্ৰস্তাৱ কৰে। যে মোৰ হাতত ৰাষ্ট্ৰ শাসনৰ সকলো ক্ষমতা অৰ্পণ কৰা হওক। লুডেনডৰ্ফে সৈন্যবাহিনীৰ ভাৰ ল'ব। কাইলৈকে হয় নতুন চৰ্কাৰ গঠিত হ'ব, নহ'লে আমি কোনো জীয়াই নাথাকিম।"

আজীৱন হিট্লাৰ মিছাৰ আশ্ৰয়তে বৰ্তিছিল। অজস্ৰ উভ্-নাডট্ মিছা কথা তেওঁ কৈছিল আৰু লিখিছিল। তাৰ মাজত তেওঁৰ সেই দিনাৰ এই ব'ম্টো আছিল মোক্ষম।

সমজুৱাৰ মন ঘূৰি গ'ল। কাহুৰ, ল'চৌ, হান্স আৰু লুডেনডৰ্ফ হিট্লাৰৰ লগ লগা বুলি শুনি সমজুৱাঃ হাত চাপৰি বাই ৰঙৰ ফুৰুলি মাৰি উঠিল। সিটো কোঠাৰপৰা বৰমূৰীয়া তিনিজনে আনন্দৰ সেই জয়ধ্বনি শুনি বিস্ময় মানিলে।

এনেতে বাজীকৰৰ টুপীৰ মাজৰপৰা নোহোৱানোপজা জীৱ এটি ওলোৱাদি বিয়াৰ-হলত লুডেনডৰ্ফ ওলালহি। হিট্লাৰৰ কাণ্ড-কাৰখণা দেখি শুনি পোনতে লুডেনডৰ্ফে খঙত সাত কুৰা অগ্নিমূৰ্তি ধৰিলে, কিন্তু সকলো কথা লাহে ধীৰেৰে তং কৰি চাই অভিজাত গোষ্ঠীৰ মূৰ্খিয়াল সেনাপতিয়ে থিৰ কৰিলে যে পাবত পৰা অকৰ্মণ্য কেন্দ্ৰীয় চৰ্কাৰক ওফৰোৱাৰ এনেহেন ছেগ হেৰুৱালে দুনাই হয়তো আৰু পোৱা নাযাব। হিট্লাৰকে সমৰ্থন কৰি তিনিউজন বৰমূৰীয়াক তেওঁ বুজনি দিবলৈ ধৰিলে। লুডেনডৰ্ফৰ নেতৃত্বত ধৰি ওলমিবলৈ পাই হিট্লাৰ ৰক্ষা পৰিল। সেই দিনা তাপেঘাতে লুডেনডৰ্ফ আহি বিয়াৰ-হল নোপোৱাহি হ'লে ঘটনাই শেহলৈ কি ৰূপ ল'লেহেঁতেন ক'ব নোৱাৰি।

কেউজন বৰমূৰীয়া একেলগে ঘাই কোঠালৈ ওলাই আহিল। প্ৰত্যেকজনে তাত ইজনৰ প্ৰতি সিজনৰ আৰু নতুনকৈ গঠিত হ'বলগীয়া চৰ্কাৰৰ প্ৰতি আনুগত্য ঘোষণা কৰিলে। ঘোষণা শুনি সমজুৱাসকলে আনন্দত মতলীয়া হৈ টেবুলৰ ওপৰত উঠি নাচিবলৈ ধৰিলে। হিট্লাৰৰ মুখত হাঁহি বিৰিঙিল; তাৰিলে বৈতৰণী পাৰ হলোঁ।

পিছে, এনেতে বাতৰি আহিল যে চহৰৰ আন এঠাইত বাহিনীয় সেনা আৰু

এচ-এৰ সেনাৰ মাজত সংঘৰ্ষ ঘটিছে। চৈন্যৰ ভিতৰত আকৌ লাগিল কোন্দল। কথা বিষয় যেন পাই, বৰমূৰীয়া তিনিজনক লুডেন্‌ডৰ্ফৰ জিম্মাত থৈ হিট্‌লাৰে কোৰ ল'লে সেই উপচক্ৰৰ ঘঁতবা ভাঙিবলৈ!

এই কামটি কৰি গিছে তেওঁ তাওৰ ভুল কৰিলে। সেই ছেগতে বৰমূৰীয়া তিনিউজন লাউৎ কৰে বিয়াৰহলৰপৰা সৰকি উধাও হ'ল। সেই দিনা মিউনিকত ঘটা ঘটনাৱলীৰ বতৰা ইতিমধ্যে বালিনৰ চৰ্কাৰৰ কাণত পৰিছিলগৈ। তাৰপৰা বাভেৰিয়াত থকা সৈন্যবাহিনীলৈ আদেশ আহিল্ তুৰন্তে পাট্‌খ্ দমন কৰিব লাগে! কাহুৰে বিয়াৰ চেলাৰৰপৰা ওলাই আহিয়েই নগৰৰ ইমূৰৰ পৰা সিমূৰলৈ জাননী দি ঘোষণা কৰিলে :

'বিয়াৰ-হলত জেনেৰেল ল'চৌ, কৰ্ণেল হান্স আৰু মোৰপৰা বিভঙ্গভাৱ দেখুৱাই আদায় কৰা ঘোষণাৰ কোনো মূল্য নাই ; সেই ঘোষণা বদ হ'ল।"

হিট্‌লাৰ বিপাভত পৰিল। হাবাথুৰি খাই তেওঁ আকৌ বিয়াৰ-হল পালেহি ; তেতিয়া তাত সমজুৱাৰ কেও নাছিল : লুডেন্‌ডৰ্ফ হে অকলশৰে থম্ প্ৰম্ কৈ বহি আছিল।

হিট্‌লাৰৰ আঁচনি আছিল ৰাষ্ট্ৰীয় শক্তিৰ সহায় লৈ বিপ্লৱ ঘটোৱাৰ; অন্তৰ্বিপ্লৱ তেওঁ বিচৰা নাছিল। সৈন্য আৰু পুলিচ বাহিনীৰ লগত বল জোখাৰ শক্তি যে তেওঁৰ এচ-এ ফৌজৰ নাছিল, সেই কথা তেওঁ বঢ়িয়াকৈ বুজিছিল। তেনেহ'লে উপায় কি? সিঁজো সিজো হোৱা কাম দেখোন এতিয়া গেঠেলা যাবে!

এই বিপাকত লুডেন্‌ডৰ্ফে এটি বুধি সাজি উলিয়ালে। তেওঁ ক'লে, 'তোমাৰ এচ-এ বাহিনীৰ আগৰণুৱা হৈ মই যাম। নগৰৰ সোঁ মাজলৈ গৈ আমি নতুন চৰ্কাৰ থাপনা কৰাৰ কথা ঘোষণা কৰিম। কোনো সৈনিক বা পুলিচৰ চিপাহীয়ে মোৰ পিনলৈ হিলৈ দাঙি চাব নথৰে, সেই কথা মই জাঠি ক'ব পাৰোঁ। বৰং মোৰ আদেশ মানি সিহঁতে আমাৰ লগত যোগদে দিব। বিনা ৰক্তপাতে কাৰ্য্যসিদ্ধি হ'ব।

পানীত পৰা মানুহে খেৰ কুটাকো ধৰে। হিট্‌লাৰে ভাবিলে হয়, সেয়ে সজ উপায় হ'ব—ধৰ জৰী মাৰ টাঙোন।

লুডেন্‌ডৰ্ফৰ সেই দিহা মতে পাছ দিনা (৯ নৱেম্বৰ) আগবেলা এৰাৰমান বজাত, তিনি হাজাৰ এচ-এ ফৌজৰ চিপাহী লগত লৈ হিট্‌লাৰ আৰু লুডেন্‌ডৰ্ফ জয়যাত্ৰাত ওলাল। ৰোমৰ অধীনত থকা এদল এচ-এৰ চিপাহীক যুদ্ধ

সমৰবত (war ministry) বাহিনী সেনাই আগ দিনাবপৰা আটক কৰি থৈছিল। হিট্‌লাৰ আৰু লুডেন্‌ডৰ্ফে পোনতে পোনালে সেই পিনে, ব্যোম আৰু তেওঁৰ লগত থকা কৌজক মোকলাবলৈ।

এশ গজ নৌ যাওঁতেই পুলিচে তেওঁলোকক আগ ভেটিলে। যাত্ৰাৰ আৰম্ভণিতে খিলিংকাৰ লগা দেখি গ্যোৰিঙে জাঁপ মাৰি আগলৈ ওলাই পুলিচক সঁকীয়ালে: এজাক পুলিচ্‌ আমি আটক কৰি থৈছো, তোমালোকে গুলি চলালে সিহঁতৰ এটিবো প্ৰাণ নাথাকিব। সঁচা মিছা বিচাৰ নকৰি গ্যোৰিঙৰ কথাতে পতিয়ন গৈ পুলিচে বাট এৰি দিলে।

কিন্তু যুদ্ধ দফ্‌তৰৰ ওচৰ চাপিলত হিলৈধাৰী পুলিচ বাহিনীয়ে শোভাযাত্ৰাক আকৌ আগচিলে—লাগিলে গুলি চলাবলৈকো এইবাৰ পুলিচ্‌ সাজু। থকামকাত কোনে পোনৰ জাই হিলৈ ফুটালে ক'ব নোৱাৰি, চকুৰ পলকতে দুয়োপক্ষৰ মাজত গুলিয়াগুলি আৰম্ভ হ'ল। এই চুৰ্চুৰীয়া ৰণখন পিছে এক মিনিটমান হে মুঠেই চলিল। কৰঙণত এজাঁই গুলি লাগি গ্যোৰিঙে চিৎভোলোঙা খালে; ধোলটা নাৎচি আৰু তিনিটা পুলিচৰ চিপাহী খিতাপতে মৰিল আৰু ভালেমান ঘূণীয়া হ'ল। হিট্‌লাৰ আৰু তেওঁৰ অনুচৰবৰ্গৰ খেনোৱে নিজৰ জান বঁচাবলৈ মাটিত পেট পেলাই পৰিল। জীয়াই থকা আৰু লৰচৰ কৰিব পৰা বাকীবোৰ নাৎচিয়ে কৰিং ছিটিকা দিলে। একমাত্ৰ লুডেন্‌ডৰ্ফে তেওঁৰ দুয়ো কালে দুশাৰী হিলৈৰ নললৈ ভ্ৰূক্ষেপ নকৰি, অকলে অকলে মিলিটেৰি কদমত আগ বাঢ়ি গৈ থাকিল। যুদ্ধ বিভাগৰ দফ্‌তৰ গৈ পোৱাৰ আগতে পিছে তেওঁক গ্ৰেফ্‌তাৰ কৰা হ'ল। মৃত আৰু আহত লগৰীয়াসকলক ৰণাঙ্গণতে এৰি কোনোবা ছেগত, কাষতে ৰৈ থকা মটৰ গাড়ী এখনত উঠি হিট্‌লাৰ উধাও হ'ল।

বোলে: খাই কাঁড়শলা ভালত উঠিল;
কাঠী চেলেকাৰ মৰণ মিলিল।

কেঁকোৰা গাঁত বিচাৰি কোনোবা এখন গাঁৱত গৈ হিট্‌লাৰ দুদিন লুকাই থাকিল। তিনি দিনৰ দিনা তাতে তেওঁ ধৰা পৰিল। তেওঁৰ সাঙোপাঙ্গসকলকো প্ৰায় গোটেই মধ্যাকে পুলিচে ধৰিলে। নাৎচি পাৰ্টিৰ সিয়ানতে সমাপ্তি ঘটিল। নাৎচি পাৰ্টি থান্‌ থান্‌ বান্‌ বান্‌ হ'ল। লোকে ভাবিলে হিট্‌লাৰৰ ভিকাচন ভাগিল, নেখনেল্‌ চ'চিয়েলিজমৰ তেটি উছন হ'ল। কিন্তু এঠাইত

কাটিলে হিট্‌লাৰ যে সাত ঠাইত গজিব পাৰে, সেই কথাৰ ভু লোকে তেতিয়াও পোৱা নাছিল। কালৰ গৌত কেতিয়া কেনি বয় আগতে কোনে ক'ব পাৰে ?

১৯২৪ চনৰ ফেব্ৰুৱাৰী মাহৰ ২৬ তাৰিখে আদালতত বিচাৰ আৰম্ভ হ'ল। বিচাৰৰ বাতৰি সংগ্ৰহ কৰিবলৈ, অকল জাৰ্মানিৰে নহয়, আন আন দেশৰো সাংবাদিকসকল মিউনিকত ঠাহ খালেহি। ঘঁটাগ্ৰা-পিণ্ডৰা হিট্‌লাৰে ততালিকে বুজিলে যে নিজৰ মুৰ জিলিকোৱাৰ এটি স্বৰ্ণ সুযোগ তেওঁৰ সমুখত উপস্থিত হৈছেহি।

২৪ দিন ধৰি বিচাৰ চলিল।

নিজেই নিজৰ উকীল হৈ হিট্‌লাৰে আদালতত অনৰ্গল বক্তৃতা জাৰিবলৈ আৰু সাক্ষীসকলক জেৰা কৰিবলৈ ধৰিলে। তেওঁ যে নিৰ্দোষী সেই কথা প্ৰমাণ কৰিবলৈ পাচতনিতে তেওঁ দিয়া বক্তৃতাটো একেবাহে চাৰি ঘণ্টা চলিছিল। গণতন্ত্ৰ বিৰোধী ন্যায় বিভাগৰ মন্ত্ৰীৰ টিপ্পনি পাই আদালতৰ বিচাৰকসকলেও হৈপাহ পলুৱাই বলকিবলৈ আৰু সাক্ষ'ক জেৰা কৰিবলৈ হিট্‌লাৰক সুবিধা দিছিল। তেওঁৰ বাগ্মিতাই সকলোৰে চকুত চমক লগাই দিলে। জাৰ্মান জাতিৰ পূজনীয়, যশস্বী সেনানায়ক জেনেৰেল লুডেনডৰ্ফ ক'ৰবাতে পৰি থাকিল, বিচাৰালয়ত অভিনীত নাটকৰ নায়ক হ'লগৈ হাবিলদাৰ হিট্‌লাৰ। অকল বাভেৰিয়াৰে নহয়, জাৰ্মানিৰে নহয়, বিশ্বৰ সকলো বাতৰি-কাকতত হিট্‌লাৰৰ ছবি জিলিকি উঠিল। তেওঁৰ বক্তব্যৰ সাৰমৰ্ম আছিল এই :

যিসকলে জাৰ্মান জাতি আৰু দেশক বেচিছিল, সেই সকলেই হৈছেগৈ এতিয়া দেশৰ শাসনকৰ্তা। সেইসকলৰ বিৰুদ্ধে বিদ্ৰোহ কৰা দোষণীয় কাৰ্য্য নহয়। মই ৰাজদ্ৰোহী নহওঁ, মোৰ বিচাৰ ন'হৈ দেশদ্ৰোহীসকলৰহে বিচাৰ হ'ব লাগিছিল। বিদ্ৰোহ অনুষ্ঠিত কৰাৰ বাবে ময়েহে অকলে দায়ী, কিন্তু অপৰাধী মই নহওঁ। মাননীয় বিচাৰকমণ্ডলী, আপোনাসকলে মোৰ কি বিচাৰ কৰিব ? মোৰ বিচাৰ কৰিব বুৰঞ্জীয়ে।

প্ৰাক্তন হাবিলদাৰৰ এই ভোৰ্ভোৰণিলোপা শুনি চাগে খঙত, ঘৃণাত লুডেনডৰ্ফৰ চকুৰেদি জুই আগুনি ওলাইছিল।

ৰবৰ দোৰ পিছলাই পকা আঙঠা বুলি মুখ চাই পৰশি আদালতে লুডেনডৰ্ফক খালাচ দিলে। হিট্‌লাৰৰ পাঁচ বছৰ কাটেক হ'ল। বাকী আঠজন আচামীও কাৰাঘৰত সোমাল। অৱশ্যে, আদালতে হিট্‌লাৰক জনালে যে

ফাটেকত লজ ব্যৱহাৰ কৰিলে কেইমাহ মানৱ মুৰতে হয়তো তেওঁক মুক্তি দিয়া যাব পাৰে।

'বিয়াৰ হল পাট্শ্' ফুচ্ফাচ্ হ'ল যদিও, বিচাৰৰ ফলত হিট্লাৰ অপ্ৰতিভ, দেশপ্ৰেমী বীৰৰ চাপলৈ উঠিল। ফাটেকত তেওঁলৈ সন্ত্ৰমী অতিথিৰ প্ৰাপ্য সম্মানজনক আতিথ্য আগ বঢ়োৱা হ'ল।

ন

## মাইন্ কাম্ফ্

লাণ্ডচবেৰ্গ বোলা ঠাইৰ ফাটেকত সোমায়েই হিট্লাৰে তেওঁৰ—বেদকেই বোলক, বা কোৰাণ, বাইব্ল, যিহকে বোলক—'মাইন্ কাম্ফ্' যুগুত কৰা কামত হাত দিলে। তেওঁ বক্তৃতা দি যাবলৈ ধৰিলে, বন্ধুবৰ কণ্ডলফ হেচে শ্ৰুতলিপি লিখাদি হিট্লাৰৰ মুখেদি ওলোৱা বাণী লিখি গ'ল। প্ৰায় আঠ শ পিঠীয়া এই অপাঠ্য পুথিখনত মূল কথাৰ লগত ভালেমান অবাস্তৱ কথা সুমুৱাই জগলিমোহন কৰা হৈছে। তিনি ভাগৰ এভাগ কথা বাদ দি বাকী দুভাগ কথা কিন্তু, পঢ়িবলৈ আমনি লগোৱা হ'লেও, গুৰুত্বপূৰ্ণ। এই দুভাগৰ সাৰ অংশ হ'ল দুটি:

(১) কেনে ৰূপ দি নতুন এখন জাৰ্মান ৰাষ্ট্ৰ—হাজাৰ বছৰীয়া ৰাইখ—তেওঁ গঢি তুলিব, তাৰ এখন আঁচনি;

(২) তেওঁৰ 'ভাল্টেন্ষাউং' (**Weltanschauung World View** বা **Life View**), অৰ্থাৎ জগৎ আৰু জীৱন সম্বন্ধে তেওঁৰ ধাৰণা, বা তেওঁৰ জীৱনদৰ্শন।

'মাইন্ কাম্ফ'ত হিট্লাৰে নিৰ্দ্বিধাই ঘোষণা কৰিছে যে আৰ্য্য জাতিসমূহ হ'ল জগতৰ শ্ৰেষ্ঠ জাতি, আৰু সেই জাতিসমূহৰ মাজতো সকলোতকৈ শ্ৰেষ্ঠ, বিশুদ্ধ, পবিত্ৰ আৰ্য্যজাতি হ'ল জাৰ্মান জাতি—**"the highest specimens of humanity on this earth", "the master race."** সেই জাতিয়েই এদিন সমগ্ৰ পৃথিৱীৰ ওপৰত প্ৰভুত্ব চলাব—তাকো তেওঁ পানী পানী কৈ বুজাই দিছে:

জাৰ্মান জাতিয়ে আন আন বিশুদ্ধ আৰ্য্য নৰ্ডিক* জাতিৰে সৈতে মিলি এখন

---

* জাৰ্মানি, স্কেন্ডিনেভিয়া আৰু বৃটেনৰ অধিবাসীসকল

-ভিক সাম্ৰাজ্য গঢ়ি তুলিব। সেই সাম্ৰাজ্যত ইহুদী, শ্লাভ**আদি অপবিত্ৰ, নিকৃষ্ট জাতিৰ ঠাই ন'হ'ব। সেইবিলাক জাতিৰ মানুহক মনুষ্য বুলি গণ্য কৰাই ভুল।[২৫] তেনেবোৰ জাতিৰ লোকক হয় নিৰ্মূল কৰিব লাগিব, নাইবা জাৰ্মান জাতিৰ উৎকৰ্ষ সাধনৰ অৰ্থে সিহঁতক বহতীয়া গোলাম হিচাপে খটুৱাব লাগিব।

কি পন্থাৰে নো তেওঁ এই অপূৰ্ব, অভিনৱ সাম্ৰাজ্যখন গঢ়ি তুলিব, কাৰো মনত অকণো খুহুৰি নৰখাকৈ, সেই কথাও তেওঁ ফটফটীয়াকৈ বুজাই দিছে :

(১) যুৰোপৰ সকলোবোৰ জাৰ্মানভাষী অঞ্চল, অৰ্থাৎ অষ্ট্ৰিয়া, চুডেটেন্‌লাণ্ড (চেক'শ্লভাকিয়াৰ এক অংশ), আৰু প'লাণ্ডৰ পশ্চিম অংশ, জাৰ্মান ৰাইখৰ অন্তৰ্ভুক্ত হ'ব লাগিব। (চুইটজাৰলেণ্ডৰ জাৰ্মানভাষী অঞ্চলৰ কথা তেওঁ উলিওৱা নাছিল)।

(২) ভেৰ্চাইৰ সন্ধিপত্ৰ কালি ছিৰাছিৰকৈ দলিয়াই পেলাই জয়ে জয়ে জাৰ্মানিৰ সাঁতাম পুৰুষীয়া শত্ৰু ফ্ৰান্সৰ লগত ছিঙাকটাকৈ এখন শেষ যুদ্ধ দিব লাগিব,[২৬] আৰু সেই কাম কৰিবলৈ জাৰ্মানিত বিপুল এক সামৰিক শক্তি গঢ়ি তুলিব লাগিব। কিয়নো, ফ্ৰান্সক পুলিয়ে পোখাই উভালিব লাগিব, তাৰ কাৰণো হিট্‌লাৰে দৰ্শাইছে : "কাৰণ, ফ্ৰান্সক ধ্বংস নকৰিলে আমাৰ যাই কামত আমি আগুৱাব নোৱাৰিম।"

(৩) সেই যাই কামটো নো কি ? তাকো হিট্‌লাৰে জাৰ্মান জাতি আৰু বিশ্বৰ চকুৰ আগত জলজল পট্‌পট্‌কৈ দাঙি ধৰিছে :

"জাৰ্মান জাতিৰ বৰ্তমান লোকসংখ্যা আঠ কোটি, কেইবছৰমানৰ পিছত সেই সংখ্যা পঁচিছ কোটিলৈ বাঢ়িব। ইমানবিলাক জাৰ্মানৰ জাৰ্মানিত বাস কৰিবলৈ ঠাই ওলাবনে ? নোলায়। গতিকে জাৰ্মান জাতিয়ে খাই জী থাকিবলৈ হ'লে জাৰ্মানিৰ বাহিৰে বাসভূমি—'লেবেন্‌স্ৰাউম্' (Lebensraum = Living space)—বিচাৰি উলিয়াব লাগিব। হহেন্‌চলাৰ্ণ বংশৰ (কাইজাৰ সকলৰ বংশ) বংশধৰসকলৰ দৰে আফ্ৰিকাত উপনিবেশ পাতিবলৈ যোৱাৰ সকাম ন'হ'ব। আমাৰ পূৰ্বলৈ আমি ৰাজ্য বিস্তাৰ কৰিম। আমাৰ পূৰ্বদিনৰ বিশাল সাম্ৰাজ্যখন

---

** ৰুচ্‌, চেক্‌, প'ল আদি জাতিসমূহ।

২৫। "All who are not of good race in this world are chaff."

২৬। "There must be a final active reckoning with France·· a last decisive struggle."

পকি ভুলভুলীয়া হৈ সৰো সৰো হৈ আছে। সেই সাম্ৰাজ্য আমাৰ হাতলৈ সৰি-পৰিবলৈ সৰহ পৰ নালাগে।[২৭] গতিকে কটিয়াৰ বুকুৰ ওপৰেদিয়েই যে তেওঁ সাম্ৰাজ্য বিস্তাৰ কৰিব, তেওঁৰ সেই আখিজা খোপেগোপে থ'বলৈ হিট্লাৰে অকণো চেষ্টা কৰা নাছিল।

তেওঁৰ হাজাৰ বছৰীয়া ৰাইখৰ শাসনপ্ৰণালী কেনে বিধৰ হ'ব তাৰো এখন স্পষ্ট ছবি হিট্লাৰে 'মাইন্ কাম্ফ'ত আঁকিছে:

তেওঁৰ সাম্ৰাজ্যত গণতন্ত্ৰ ফণতন্ত্ৰ ("democratic nonsense") নচলিব। 'ফ্যুৰাৰ প্ৰিন্স্‌চিপ'ৰ (Leader Principle) ভেটিত সেই সাম্ৰাজ্যৰ শাসন-ব্যৱস্থা গঢ়ি তোলা হ'ব। সকলোৰে ওপৰত থাকিব সৰ্বশক্তিমান এজন 'ফ্যুৰাৰ'—একচেটীয়া, দোৰ্দণ্ড-প্ৰতাপী ৰৰমূৰীয়া, তেওঁৰ তলত চামে চামে, চাপে চাপে থাকিব অলেখ পালি-ফ্যুৰাৰ। প্ৰত্যেকজন পালি-ফ্যুৰাৰে তেওঁৰ ওপৰৱালা ফ্যুৰাৰৰ সকলো হুকুম বিনাবাক্যে তামিল কৰিব লাগিব।

থোৰতে এয়ে আছিল হিট্লাৰৰ হাজাৰ বছৰীয়া ৰাইখৰ আঁচনি। এতিয়া 'ভাণ্টেন্‌ষ্টাউং' সম্বন্ধে একাষাৰ কোৱা যাওক। 'মাইন্ কাম্ফ'ত বৰ্ণোৱা হিট্লাৰৰ জীৱন-দৰ্শনক খেনোৱে a crude form of Darwinism বুলিছে। হিট্লাৰৰ মতে বলীয়ে নিৰ্বলীক মাৰি খোৱা প্ৰকৃতিৰ নিয়ম (Survival of the fittest)। গতিকে পৃথিৱীৰ সকলোতকৈ বলী জাতি—জাৰ্মান জাতিয়ে আনবোৰ নিকৃষ্ট জাতিক ধ্বংস কৰি হ'লেও সমগ্ৰ পৃথিৱীৰ ওপৰত এদিন নহয় এদিন প্ৰভুত্ব কৰিবই কৰিব, কাৰণ সেয়ে প্ৰকৃতিৰ বাঞ্ছা আৰু ব্যৱস্থা।

'মাইন্ কাম্ফ'ৰ কথাৰ প্ৰাসৰপৰা বঢ়িয়াকৈ বুজিব পাৰি যে তে'ৱেঁই যে এদিন হাজাৰ বছৰীয়া ৰাইখৰ ফ্যুৰাৰ হৈ তেওঁৰ অভিনৱ আঁচনি অনুসৰি জগতক এক নতুন ৰূপ দিব, সেই সম্বন্ধে হিট্লাৰৰ মনত লেশমাত্ৰও খুকুৰি নাছিল। ফ্যুৰাৰ হোৱাৰ পিছত নো তেওঁ কি কি কাম হাতত ল'ব সেই কথাবো বতৰতে তেওঁ জগতক জাননী দিছিল। ইংলণ্ড আৰু ফ্ৰান্সৰ প্ৰভুসকলে 'মাইন্ কাম্ফ' পঢ়ি চাগৈ ভাবিছিল, ছাগলীয়ে নাখায় কি, পগলাই নকয় কি। কিন্তু 'মাইন্ কাম্ফ'ৰ কথাবোৰ অহোবলিয়াৰ অহোবাং কথা বুলি উকৰাই নিদি সিসকলে যদি অলপ ৰ কৈ টলকি সময়ৰ পৰ সময়তে সাৱিলেহেঁতেন, তেতিয়া হ'লে এখন- মহামাৰী

২৭। The Great empire in the East is ripe for collapse. And the end of Jewish rule in Russia will also be the end of Russia as a State"

মহাসমৰে পৃথিৱী ধ্বংস কৰিবলৈ নাপালেহেঁতেন, আৰু ১৯৩৯ চনৰপৰা ১৯৪৫ চনলৈকে, এই কালছোৱাত হিট্‌লাৰে য়ুৰোপ মহাদেশত যি পাশৱিক তাণ্ডৱলীলা অনুষ্ঠিত কৰিছিল, মানৱজাতি তাৰো দৰ্শক হ'বলগীয়া নহ'লহেঁতেন। যাৱচ্চন্দ্ৰ দিবাকৰ মানৱজাতিৰ মানসপটৰপৰা সেই দানৱীয়, আসুৰিক লীলাৰ স্মৃতি মাৰ নাযায়। তাতকৈ জঘন্য, বীভৎস এক অধ্যায় বিশ্বৰ বুৰঞ্জীত বিচাৰি পাবলৈ নাই।* হিট্‌লাৰৰ স্পষ্ট সঁকীয়নি শুনিও ফ্ৰান্স আৰু ইংলণ্ডৰ প্ৰভুসকল সাৰ পোৱা নাছিল কিয় ভাবি আচৰিত লাগে, আৰু তাতোকৈ আচৰিত লাগে এই কথা ভাবি যে জাৰ্মানৰ দৰে ইমান এক বুদ্ধিমন্ত, ঐতিহ্যমণ্ডিত সুসভ্য জাতিয়ে হিট্‌লাৰৰ এনেবোৰ বেৰেবিবাং কথাকে বেদবাক্য বুলি মানি লৈ জাঁয়া জুইত জাঁপ দিছিল কি বুলি। যদিও হিট্‌লাৰৰ বাগ্মিতা আৰু মোহিনী শক্তিয়েই কোটি কোটি জাৰ্মানক মন্ত্ৰমুগ্ধ কৰিছিল, তথাপি এই অদ্ভুত ঘটনাৰ গুৰিত বুৰঞ্জীমূলক আন তথ্যও নিহিত আছিল:

১৯১৮ চনৰ শেষ ভাগলৈকে গণতন্ত্ৰ নো কি বস্তু, খায় নে কাণত পিন্ধে, সেই কথা জাৰ্মান জাতিয়ে নাজানিছিল। উনৈছ শতিকাৰ শেষলৈকে জাৰ্মান জাতি বা ৰাষ্ট্ৰৰ অস্তিত্বই নাছিল। শ শ বছৰ ধৰি জাৰ্মানিৰ অসংখ্য সৰু সৰু ৰাজ্যক মইমতীয়া ভাৱেৰে শাসন কৰি আছিল এমুঠি পালি-ৰজাই। তাৰ মাজত সকলোতকৈ ডাঙৰ আৰু বল' ৰাজ্যখন আছিল প্ৰুছিয়া। সেই কাৰণেই বুৰঞ্জীত 'প্ৰুছিয়া' আৰু 'জাৰ্মানি', 'প্ৰুচ্' আৰু 'জাৰ্মান' এই দুই শব্দ বহু ঠাইত সমাৰ্থক (synonymous) শব্দ ৰূপে ব্যৱহৃত হোৱা দেখা যায়।

জাৰ্মানীটোক এটা জাতি হিচাপে গঢ়ি তুলিবলৈ পোন প্ৰথম চেষ্টা দিছিল নাপলেয়ঁ ব'নাপাৰ্টে। ভেষ্টফালিয়া বোলা জাৰ্মানিৰ এখন ৰাজ্যত গণতন্ত্ৰৰ এক পৰীক্ষণ দি চাবলৈকো তেওঁ ওলাইছিল।[২৮] কিন্তু নাপলেয়ঁৰ পতনৰ পাছত তেওঁৰ সেই প্ৰয়াস বিফলে গৈছিল। এই সম্বন্ধে বিদগ্ধ মাৰ্কিন পণ্ডিত ডাব্লিউ, সি, মানৰ'ই তেওঁৰ Government of Europe বোলা প্ৰসিদ্ধ পুথিত কৈছে:

"By extinguishing a number of small states Napoleon

---

অৱশ্যে ভাৰতবাসী হিচাপে হিট্‌লাৰৰ ওচৰত আমি অলপ কৃতজ্ঞ নহৈয়ো নোৱাৰোঁ। দ্বিতীয় মহাসমৰ নলগা হ'লে, ১৯৪৭ চনত ভাৰতে স্বাধীনতা নাপালেহেঁতেন।

২৮। He (নাপলেয়ঁৰ ভুমলীয়া ভায়েক জেৰম্) was to make a great experiment in democracy; he was to transform four→

**cleared the ground for a new structure. He showed the (German) people how to organize. For this reason Nepoleon Bonoparte deserves a place among the makers of modern Germany. He forced Prussia to transform itself from a mediaeval to a modern State. And Prussia repaid him, when the opportunity came, by throwing her new army into the field against him at Waterloo."**

তাৰ পাছত যুগ তগ গ'ল। উনৈছ শতিকাৰ শেহ ভাগত অষ্ট্ৰিয়াৰ বাহিৰে জাৰ্মানিৰ সকলোবোৰ জাৰ্মান ৰাজ্য প্ৰুচিয়াৰ অধীনলৈ আনি বিচমাৰ্কে এখন জাৰ্মান সাম্ৰাজ্য গঢ়ি তুলিলে, আৰু সেই সাম্ৰাজ্যৰ ডিক্টেটৰ হ'ল পোনতে বিচমাৰ্ক্ নিজে, আৰু তেওঁৰ পাছত কাইজাৰ দ্বিতীয় ভিল্‌হেলম্। জাৰ্মানিত গণতন্ত্ৰ প্ৰচলন কৰাৰ উদ্দেশ্য বিচমাৰ্কৰ নাছিল, কাইজাৰৰ তো নাছিলেই।

তদুপৰি তাৰো বহু আগৰেপৰা ফিশ্‌টে, হেগেল[২৯], নিয়েৎশ্বে আদি মহা মহা বিশ্ববিশ্ৰুত জাৰ্মান দাৰ্শনিকসকলে একনায়কত্ব, জাৰ্মান জাতিৰ শ্ৰেষ্ঠতা আৰু যুদ্ধৰ জয় গীত গাই থৈ গৈছিল। জানস্থ মোমা হিট্‌লাৰ বুৰঞ্জী আৰু দৰ্শন-শাস্ত্ৰত ভো পণ্ডিত হ'লেও, ৰজেনবেগ আদিৰ মুখে এইবোৰ কথা তেওঁ নিশ্চয় শুনিছিল। **"Lords of the Earth"** কথাষাৰ হেগেলৰেপৰা তেওঁ ধাৰ কৰা কথা। হেগেলে কৈছিল, সময়ে সময়ে জগতৰ ৰূপ সলনি কৰিবলৈ একোজন

---

**←million Germans** ( ভেইকালিয়াৰ ) **from subjects into citizens. Had this impetus been successful the whole nation might have been spared resubjugation to princely arrogance :** নবেল বঁটা লাভ কৰা সুপ্ৰসিদ্ধ জাৰ্মান সাহিত্যিক আৰু ঐতিহাসিক এমিল লুড্‌উইগৰ 'নেপলিয়ন' (p. 287)।

২৯। **He ( Hegel ) predicts that "Germany's hour 'will come and its mission will be to regenerate the world.'"** হেগেলৰ মতে **"The State has the supreme right against the individual······war is the great purifier" :** ***Hegel,*** **Lectures on the Philosophy of History : Quoted by Alan Bullock in Hitler : A Study in Tyranny (p. 351)**।

মহামানৱৰ আবিৰ্ভাৱ ঘটে। আলেকজাণ্ডাৰ, চিজাৰ আৰু নাপলেয়ঁ আছিল তেনে বিশ্ব তিনিজন পুৰুষ। তেনে এজন পুৰুষ পুনৰ ওলাব, আৰু এইবাৰ ওলাব জাৰ্মানিত।[৩০]

বিদগ্ধ দাৰ্শনিকসকলৰ এনেবিলাক মতৰ কথা শুনি প্ৰাক্তন হাবিলদাৰ হিট্‌লাৰে থাটাং কৈ ধৰি ল'লে যে হেগেলৰ ভৱিষ্যবাণীৰ সেই মহাপুৰুষজন আচলতে হিট্‌লাৰত বাজে আন কোনো হ'ব নোৱাৰে। সেই বিশ্বাস যেতিয়া তেওঁৰ মনত অহংকাৰী হ'ল, সেই মতে তেওঁ জগতক অপৰূপ এক নতুন ৰূপ দিবলৈ ওলাল।

জাৰ্মানিৰ উপৰোক্ত বুৰঞ্জীমূলক পটভূমিলৈ মন কৰিলে বুজিবলৈ সৰহ পৰ নালাগে কিয় প্ৰায়ভাগ জাৰ্মান ভাইমাৰ ৰিপাব্লিকৰ বিৰোধী আছিল। একাধি-পতিত্বৰ প্ৰতি থাউতি জাৰ্মান জাতিৰ হাড়ে-হিমজুৰে সোমাই থকা বোপা-ককাৰ দিনৰ সজ। সেইদেখি হিট্‌লাৰে জাৰ্মান জাতিৰ চকুৰ আগত দাঙি ধৰা জাৰ্মানিৰ ভৱিষ্যতৰ ভগমগীয়া ছবিখনিয়ে সেই জাতিক বৰকৈ মুহিছিল, আৰু হিটলাৰেও জাৰ্মানইতৰ এই বোপাকলীয়া মনোবৃত্তিৰ যোল অনা সুবিধা আদায় কৰিছিল।[৩১]

---

৩০। "They may be called 'Heroes' in as much as They have derived their purpose and their vocation from that inner Spirit which impinges on the outer world, as on a shell and bursts it into pieces. Such were Alexander, Caesar, Napoleon" : *Alan Bullock.*

৩১। Stripped of their romantic trimmings Hitler's ideas can be reduced to a simple claim for power which recognizes only one relationship, that of domination, and only one argument, that of force…Hitler's originality lay not in his ideas but in the terrifyingly literal way in which he set to translate fantasty into reality.

He had succeeded in persuading a great part of the German people that in him they had found…a man of genius raised up by Providence to lead them into the Promised Land : (*Alan Bullock*)

## দ্বিতীয় অধ্যায়

# অপেক্ষা, প্ৰস্তুতি আৰু ক্ষমতালাভ

( ১৯২৫—১৯৩৩ )

### এক

### মুক্তি আৰু সংগঠন

ভবিষ্যতলৈ সজ ব্যৱহাৰ কৰি চলিব বুলি বাভেৰিয়াৰ ৰাজ্য চকাৰৰ ওচৰত হিটলাৰে অঙ্গীকাৰপত্ৰ দাখিল কৰাত, ন মাহকাল বৰ চৰুৰ ভাত খোৱাৰ পাছত ১৯২৪ চনৰ ডিচেম্বৰ মাহৰ ২০ তাৰিখে হিটলাৰক 'পাবল'ত মুকলি কৰি দিয়া হয়। ইতিমধ্যে জাৰ্মানিৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক পৰিস্থিতিৰ আমূল পৰিবৰ্তন ঘটিছিল। জাৰ্মানি এতিয়া শান্তি, উন্নতি, সমৃদ্ধিৰ পথত, ভাইমাৰ ৰিপাব্লিক আৰু গণতান্ত্ৰিক জাৰ্মান চৰকাৰ সুপ্ৰতিষ্ঠিত।

হিটলাৰে ফাটেকত থকাৰ খাওঁতে ডক্টৰ য়ালমাৰ গ্ৰীলি শাখট্ নামেৰে এজন অসামান্য বিত্তমন্ত্ৰীয়ে ভাইমাৰ চৰ্কাৰত যোগ দিছিল। নাপলেয়ঁ বনাপাৰ্তৰ বাহিৰে তেওঁৰ লেখিয়া বিত্তীয় মস্তিষ্কৰ পৰিচয় আজি পৰিমিত বোধকৰোঁ কোনেও দিব পৰা নাই। যাদুৰ বলেৰে কৰাদি জাৰ্মানিৰ জহি-খহি পৰা অৰ্থনৈতিক অৱস্থা অলপ দিনৰ ভিতৰতে এই 'Economic Wizard' জনে কৰায়ত্ত কৰিলে। মূল্যহীন জাৰ্মান মাৰ্কৰ মূল্য দোপত দোপে বাঢ়ি যাবলৈ ধৰিলে। এই পৰিস্থিতি দেখি জাৰ্মানিক কোটি কোটি ডলাৰ ধাৰে দিবলৈ আমেৰিকা আগবাঢ়ি আহিল। আমেৰিকাৰ সহায়ত মৰোঁ মৰোঁ হোৱা জাৰ্মান শিল্প-বাণিজ্য পুনৰ ঠন ধৰি উঠিল। নতুন নতুন শিল্প প্ৰতিষ্ঠান স্থাপিত হ'ল। নিবনুৱাৰ সংখ্যা ছয় নিযুতৰ পৰা এক নিযুতৰো তললৈ নামিল। জাৰ্মান চৰ্কাৰৰ শিক্ষা, স্বাস্থ্য আদি বিভাগ জগতৰ আদৰ্শস্বৰূপ হৈ উঠিল। চানচেলৰ ষ্ট্ৰেচেমানে কূটনীতিৰ ক্ষেত্ৰতো যশস্যা অৰ্জন কৰিলে। ফৰাচী সেনা ৰুৰ্ অঞ্চলৰপৰা আঁতৰি গ'ল। সেই অঞ্চলৰ জাৰ্মান শিল্পপ্ৰতিষ্ঠানবিলাক পুনৰ সজীৱ হ'ল। জনসাধাৰণৰ আৰ্থিক অৱস্থা দিনক দিনে টনকিয়াল হৈ আহিল।

নাৎচি পাৰ্টিৰ নাম আৰু কোনেও নোলোৱা হ'ল। 'বিয়াৰ হল পাট্‌চ'ৰ ভেকো-ভাৱনাৰ কথা শুঁৱৰি হিট্‌লাৰ আৰু তেওঁৰ পালিসকলৰ কথা কৈ সেই সময়ত জনসাধাৰণে পেংলাই কৰাকে মাজে সময়ে লোকৰ কাণত পৰিছিল। এই পৰিস্থিতিত জগতে ভাবিছিল যে জাৰ্মানিৰ দুৰ্দিন উকলিল; তাইমাৰ চৰ্কাৰ নিগাজী হ'ল, শান্তিপ্ৰিয়, প্ৰগতিশীল, উদাৰপন্থী, গণতান্ত্ৰিক এক নতুন জাৰ্মানি এইবাৰ গঢ়ি উঠিব।

'বিয়াৰ হল পাট্‌চ'ৰ পাছত নাৎচি পাৰ্টি থান্‌ থান্‌ বান্‌ বান্‌ হোৱাৰ কথা আগত উল্লিখিত হৈছে। হিট্‌লাৰ ফাটেকত থাকোঁতে পাৰ্টিক পুনৰ সজীৱ কৰাৰ কথা দুই চাৰিয়ে তেওঁৰ কাণত পেলাইছিল। সেই প্ৰস্তাৱত তেওঁ কিন্তু সঁহাৰি নিদিলে, কাৰণ তেওঁৰ পাৰ্টিৰ ওপৰত তেওঁৰ অনুপস্থিতিত আনে প্ৰভুত্ব কৰাৰ কথা তেওঁ ভাবিবকে নোৱাৰিছিল। ক্ষমতাৰ ভাগ পাৰিতপক্ষে আনক দেখুৱালো দিয়াত তেওঁ নাছিল। তেওঁৰ সেইটো এক প্ৰকাৰ বাতিকেই আছিল। তেওঁৰ মনত অটল বিশ্বাস আছিল যে ফাটেকৰপৰা ওলাই পাৰ্টিক পুনৰ সবল কৰিবলৈ তেওঁৰ সময় পৰ নালাগিব।

ফাটেকৰপৰা ওলোৱাৰ দুসপ্তাহৰ পাছতে হিট্‌লাৰে বাভেৰিয়া ৰাজ্যৰ মুখ্যমন্ত্ৰী হাইনৰিখ হেল্ডক দেখা কৰি তেওঁক জনালে যে ভৱিষ্যতে বিদ্ৰোহ বা বিপ্লৱৰ মাধ্যমেদি চৰ্কাৰ দখল কৰাৰ চেষ্টা তেওঁৰ পাৰ্টিয়ে আৰু কেতিয়াও নকৰে, সাংবিধানিক পন্থা অৱলম্বন কৰিহে জাৰ্মানিক জগতৰ অন্যতম সম্মানিত, পৰাক্ৰমী জাতিৰূপে পুনৰ প্ৰতিষ্ঠা কৰাৰ চেষ্টা কৰিব। ইতিমধ্যে নাৎচি পাৰ্টি বে আইনী বুলি ঘোষিত হৈছিল, 'ফ্যোলকিশাৰ বেয়বাখ্‌টাৰ' বোলা হিট্‌লাৰৰ বাতৰি-কাকতখনো বন্ধ কৰি দিয়া হৈছিল। হিট্‌লাৰৰ প্ৰতিশ্ৰুতিৰ ওপৰতে ভাৰসা কৰি বাভেৰিয়া চৰ্কাৰে নাৎচি পাৰ্টিৰ ওপৰত জাৰি কৰা নিষেধাজ্ঞা তুলি ল'লে, আৰু বাতৰি-কাকতখনো পুনৰ প্ৰকাশ কৰিবলৈ হিট্‌লাৰক অনুমতি দিলে। মুখ্যমন্ত্ৰী হেল্ডে সহকৰ্মী এজনক ক'লে: "বনৰীয়া জানোৱাৰটো সেও হ'ল: শিকলিডাল এতিয়া ঢিলাই দিব পাৰি।"[৩৩] মুখ্যমন্ত্ৰীৰ এই ধাৰণা যে অতি ভুল ধাৰণা আছিল তাৰ প্ৰমাণ অচিৰে পোৱা যাব।

ফাটেকৰপৰা ওলাই দেশৰ আৰু পাৰ্টিৰ অৱস্থা দেখি হিট্‌লাৰ হতাশ হোৱাৰ কথা আছিল। অশান্তি, বিক্ষোভ, বিশৃংখলাৰ মাজতহে হিট্‌লাৰ সদৃশ চৰ্কাৰ-

৩৩ **The wild beast is checked. We can now afford to loosen the chain : *Otto Strasser* : Hitler and I ; p. 71**

সকলে গা কৰিব পাৰে। শান্তি আৰু সমৃদ্ধিৰ পৰিৱেশত তেওঁৰ শ্ৰেণীৰ বিপ্লৱী নেতাৰ স্থান নাই। কিন্তু কোনো পৰিস্থিতিতে হতাশ হোৱা বিধৰ ভকত আত্মক্ষ হিটলাৰ নাছিল। আনে নুবুজিলেও তেওঁ বুজিছিল যে জাৰ্মানিৰ তৎকালীন সমৃদ্ধি ধস্তেকীয়া, কাৰণ সেই সমৃদ্ধি আছিল মাৰ্কিন মুলুকৰপৰা ধাৰ কৰা সমৃদ্ধি। পিছে, এই কথাও তেওঁ বুজিছিল যে সময় তেতিয়া তেওঁৰ পক্ষে প্ৰশস্ত নহয়, সময়ৰ সুযোগলৈ বাট চাব লাগিব। বাট চাবও তেওঁ জানিছিল। নিজৰ লক্ষ্যৰপৰা এক মুহূৰ্তলৈকো তেওঁৰ দৃষ্টি লৰচৰ হোৱা নাছিল। সেই লক্ষ্য আছিল জাৰ্মানিৰ ওপৰত একনায়কত্ব, আৰু জাৰ্মান জাতিৰ সহায়ত জগতৰ ওপৰত আধিপত্য। সৎ, অসৎ, যি কোনো উপায়েৰে হওক, তেওঁৰ লক্ষ্যত এদিন যে তেওঁ উপনীত হ'বই হ'ব সেই সম্বন্ধে হিটলাৰৰ মনত কোনো দিনা নিমিষলৈকো সন্দেহ জগা নাছিল, আৰু এদিন সেই লক্ষ্যত তেওঁ প্ৰায় উপনীত হৈছিলগৈও। কিন্তু কেনে ধৰণৰ মিথ্যাচাৰ, প্ৰৱঞ্চনা, বিশ্বাসঘাতকতা, ঘৃণ্য ষড়যন্ত্ৰ ও হত্যাকাণ্ডৰ মাজেদি হৈছিলগৈ, সেই কথা ভাবিলে বিস্ময় মানিব লগা হয়।

'বিয়াৰ হল পাট্‌শ্চ'ত পোৱা শিকনিৰ পিছত হিটলাৰে এই কথা গম পাইছিল যে অস্ত্ৰৰ বলেৰে, বিদ্ৰোহৰ যোগেদি ক্ষমতা লাভ সহজ কাম নহ'ব; জাৰ্মান জনগণক বাগ্মিতাৰ বলেৰে হাতৰ মুঠিলৈ আনি, সাংবিধানিক বাটেদি আগবাঢ়িলেহে বাট সুগম হ'ব। কাৰ্ল লুডেকে নামৰ এজন তেওঁক শিষ্যক হিটলাৰে এদিন কৈছিল: "আকৌ যেতিয়া মই কাম আৰম্ভ কৰিম, তেতিয়া নতুন পদ্ধতি অৱলম্বন কৰিম। সশস্ত্ৰ বিদ্ৰোহৰ যোগেদি ক্ষমতা লাভৰ চেষ্টা নকৰি আমি কমিউনিষ্ট আৰু মাৰ্কচিষ্টসকলৰ বিপক্ষে থিয় দি 'ৰাইষ টাগ'ত (সংসদ) সোমাব লাগিব। গুলিয়াই সিহঁতক শেষ কৰাতকৈ ভোটত সিহঁতক হৰুৱাবলৈ সৰহ দিন লাগিব হয়, কিন্তু পিছৰটো পন্থা অৱলম্বন কৰিলে সংবিধানৰ আমি সমৰ্থন পাম। ন্যায়সঙ্গত সকলো পন্থাই ধীৰগামী।......এদিন নহয় এদিন আমি সংখ্যাগৰিষ্ঠতা লাভ কৰিমেই, আৰু তাৰ পাছত আমাৰ হাতলৈ আহিব—জাৰ্মানি।"[৩৪]

১৯২৬ চনৰ ২৬ ফেব্ৰুৱাৰীৰ দিনা 'ফোলকিশাৰ বেয়বাখটাৰ' পুনৰ প্ৰকাশিত হ'ল। "নতুন আৰম্ভণি" শীৰ্ষক সম্পাদকীয়ত হিটলাৰে তেওঁৰ এই

৩৪ *Karl Ludecke*: **I Know Hitler: pp. 217-218**

নতুন নীতি ঘোষণা কৰিলে। তাৰ পাছ দিনা নাৎচি পাৰ্টিৰ এখন সভাত তেওঁ এটি দীঘলীয়া বক্তৃতা জাৰিলে। আগৰ লগৰীয়া ভালেমান সভালৈ নাহিল যদিও প্ৰায় চাৰি হাজাৰ লোক গোট খাইছিল। তেওঁৰ সম্মোহনী বাণীৰে আগৰ দৰে সেই দিনাও তেওঁ শ্ৰোতৃমণ্ডলীক মুহি পেলালে। দুঘণ্টা চলা বক্তৃতাৰ অন্তত, অন্তৰৰ অন্তৰতম ভাব প্ৰকাশ কৰিবলৈ পিছ নুহুঁহকি তেওঁ ঘোষণা কৰিলে: আন্দোলনৰ নেতৃত্ব কৰিম একমাত্ৰ মই; কোনেও মোক আদেশ দিছিব নোৱাৰিব; সকলো দায়িত্ব মই অকলে মূৰ পাতি ল'ম।

বক্তৃতাৰ উত্তেজনাত বাভেৰিয়াৰ মুখ্যমন্ত্ৰীক দিয়া প্ৰতিশ্ৰুতিৰ কথা পাহৰি গৈ হিট্‌লাৰে ইয়াকো কৈ পেলালে যে পুনৰ সশস্ত্ৰ বিদ্ৰোহৰ পন্থাও অৱলম্বন কৰিব লগা হ'ব পাৰে। এই বাতৰি পাই মুখ্যমন্ত্ৰীয়ে ভাবিলে, আৰে! বনৰীয়া জানোৱাৰটো যেখোন সেও হোৱা নাই। পাচ দিনাই বাভেৰিয়াৰ কৰ্তৃপক্ষই হিট্‌লাৰক দুবছৰলৈ কোনো সভা-সমিতিত বক্তৃতা দিব নোৱৰা কৰি নিষেধাজ্ঞা জাৰি কৰিলে। নিষেধাজ্ঞাই হিট্‌লাৰৰ মূৰত মাৰধাত মাৰিলে, কাৰণ বক্তৃতা-বিহীন হিট্‌লাৰ ঢাল-তৰোৱাল নোহোৱা নিধিৰাম চৰ্দাৰ। অন্ততঃ সৰ্বসাধাৰণে সেই বুলিয়েই ভাবিছিল, কিন্তু সেই ধাৰণা ভুল আছিল। হিট্‌লাৰ কেৱল বাগ্মীৰেই নাছিল, তেওঁ আছিল সংগঠনৰ কামত এজন অসামান্য কৰ্মী।[৩৫]

নাক স্বাধীনতা হেৰুওৱাৰ পাছত হিট্‌লাৰে তেওঁৰ অসীমিত কৰ্মশক্তি প্ৰয়োগ কৰিলে পাৰ্টিৰ সংগঠনৰ কামত, আৰু সেই কাম তেওঁ এনে সুচাৰুৰূপে সম্পাদন কৰিলে যে নাৎচি পাৰ্টিয়ে লাহে লাহে জাৰ্মান ৰাষ্ট্ৰৰ অন্তৰ্গত সুকীয়া এখন ৰাষ্ট্ৰৰ (State within a State) ৰূপ ল'লে। চৰকাৰৰ সমান্তৰালভাৱে পাৰ্টিৰ এখন চৰকাৰকে (Parallel Government) তেওঁ গঢ়ি তুলিলে, যাতে সময় আৰু সুযোগ অহা মাত্ৰকে পাৰ্টিক তুৰন্তে চৰকাৰলৈ ৰূপান্তৰিত কৰিব পাৰি। সেই উদ্দেশ্যেৰে প্ৰত্যেক জিলাই জিলাই তেওঁ একোজন 'গাউলাইটাৰ', অৰ্থাৎ পালি-ডিৰেক্টৰ নিযুক্ত কৰিলে। সিসকলৰ গাত ভাৰ পৰিল নিজৰ জিলাত

---

৩৫ (ক) A silent Hitler was a defeated Hitler, as effective as a hand-cuffed pugilist in a ring. Or so most people thought. But again they were wrong: *Shirer.*

৩৫ (খ) He (Hitler) was a rapist using a Phallus of words: *Alan Wykes*: *Hitler.*

পাৰ্টিৰ একোটি প্ৰশংসনীয় যন্ত্ৰ গঢ়ি তোলাৰ, আৰু তাৰ লগে লগে পাৰ্টিলৈ নিয়মিতৰূপে ধনগুণি যোগোৱা মেম্বৰ মকৰল কৰাৰ। সিসকলৰ চেষ্টাৰ গুণত তেনে মেম্বৰৰ সংখ্যা দিনক দিনে বাঢ়ি গৈ ২৭০০০-অৰপৰা ১৯২৯ চনত ১,৭৮,০০০-অলৈ চৰিল।

এচ এ নামৰ গুণ্ডা, চোৰ, ডকাইতেৰে গঠিত পল্টনীয়া ফৌজটোৰ আৰু সেই ফৌজৰ কাৰ্য্যকলাপৰ কথা আগত উল্লিকিওৱা হৈছে। সেই ফৌজত লাখে লাখে বেচৰ্কাৰী চিপাহী মকৰল কৰা হ'ল। সেই ফৌজৰ চৰ্দাৰ ৰোম আৰু তেওঁৰ তলতীয়া বিষয়াসকলৰ আখিন্দা আছিল হিট্‌লাৰ ৰাষ্ট্ৰীয় ক্ষমতাত অধিষ্ঠিত হোৱা মাত্ৰকে জাৰ্মানিৰ সৈন্যবাহিনীক গুফৰাই নিজে সৈন্য বাহিনীৰ ঠাই অধিকাৰ কৰাৰ। কিন্তু হিট্‌লাৰে হ'লে বুজিছিল যে গুণ্ডা-ডকাইতৰ ফৌজক সেই দায়িত্ব দিব পৰা নহ'ব। সেই দেখি এচ্-এৰ উপৰিও এচ্-এচ্ (Schutzstaffel – Blackshirts) নাম দি আৰু এটা বাছকবনীয়া ফৌজ তেওঁ গঢ়ি তুলিলে। এচ্-এৰ চিপাহীৰ পোচাকৰ বৰণ আছিল ইটাগুৰীয়া, এচ্-এচ্‌ৰ চিপাহীক তেওঁ পোচাক দিলে ক'লা বৰণীয়া, আৰু সেই ফৌজৰ অধিপতি পাতিলে হাইনৰিখ্ হিম্‌লাৰক, যাৰ নাম শুনিলে এসময়ত অকল জাৰ্মানইতৰে নহয়, সমগ্ৰ য়ুৰোপৰ অধিবাসীৰ প্ৰাণত ত্ৰাসৰ সৃষ্টি হৈছিল। হিম্‌লাৰৰ সহায়তে পিছত সৈন্য আৰু পুলিচ বাহিনীৰ ওপৰত একাধিপতিত্ব চলাবলৈ হিট্‌লাৰ সক্ষম হৈছিল।

পোনতে পুঁজিপতিসকলেও হিট্‌লাৰৰ পাৰ্টিলৈ গুপুতে ধনগুণি যোগাইছিল, হিট্‌লাৰৰ মোহৰ নহয়, এচ-এ আৰু এচ্-এচৰ ভয়ত। সেই সময়তে জাৰ্মান চৰ্কাৰে হিট্‌লাৰক দমোৱা হ'লে তেওঁৰ ভিকাচন ভাগিল হেঁতেন, কাৰণ জাৰ্মান নাগৰিক নহয় বুলি চৰ্কাৰে তেওঁক জাৰ্মানিৰপৰা খেদাই বাহিৰ কৰে বুলি হিট্‌লাৰৰ প্ৰাণতো তেতিয়া যথেষ্ট ভয় আছিল। কিন্তু হিট্‌লাৰে তলে তলে কি কাণ্ড কৰি আছিল সেই কথালৈ মনকাণ দিয়াৰ আৱশ্যকতা জাৰ্মান চৰ্কাৰে বোধ নকৰিলে। চৰ্কাৰৰ ৰথমুৰীয়াসকলে ভাবিছিল, তেতিয়াৰ সমৃদ্ধ, সুখী জাৰ্মানিৰ হিট্‌লাৰে একো ক্ষতিসাধন কৰিব নোৱাৰিব।

যেতিয়া ১৯৩৩ চনত হিট্‌লাৰ যেতিয়া ৰাষ্ট্ৰীয় ক্ষমতাত অধিষ্ঠিত হৈছিল, তেতিয়া ৰজেৰে এখন ৰাষ্ট্ৰ ভাঙি দিয়াৰ প্ৰশ্নই আৰু উঠা নাছিল। নাৎচি পাৰ্টিৰ অন্তৰ্গত অনুষ্ঠান সমূহক এনে কটকটীয়াকৈ তাৰ আগতে গঢ়ি তোলা হৈছিল যে সেই অনুষ্ঠানসমূহে শাসনৰ জৰী নিজৰ হাতলৈ আনোতে জনগণৰ মনত এনে

তাৰ হৈছিল যেন জাৰ্মানিৰে অন্তৰ্গত আন এখন পৰাক্ৰমী ৰাষ্ট্ৰই হে জাৰ্মান ৰাষ্ট্ৰ অধিকাৰ কৰিলে।[৩৬]

পাৰ্টিৰ সকলোবোৰ আনুষ্ঠানিক অঙ্গৰ ওপৰত একচেটিয়া ওলাইদাৰ হৈ বহিছিল হিট্‌লাৰ নিজে। তেওঁ একাধিপতিত্বৰ প্ৰতিবাদকাৰী যে নাছিল এনে নহয়। হিট্‌লাৰ কাটেকত থাকোঁতে গ্ৰেগৰ ষ্ট্ৰাচাৰ নামেৰে, হিট্‌লাৰতকৈ বয়সে তিনি বছৰৰ সৰু, এজন ডেকাই বিপ্লবী পাৰ্টিৰ নেতা হিচাপে প্ৰতিপত্তি লাভ কৰি পিছত হিট্‌লাৰৰ প্ৰায় একজন সমকক্ষই হৈ উঠিছিলগৈ। হিট্‌লাৰৰ একাধিপতিত্ব মানি ল'বলৈ তেওঁ প্ৰস্তুত নাছিল। একেখন হাবিত দুই বাঘ থকা নিৰাপদ নহয় বুলি ভাবি হিট্‌লাৰে তেওঁক বলাই-ঘটাই উত্তৰ জাৰ্মানিত সংগঠনৰ কাম কৰিবলৈ পঠালে। গ্ৰেগৰৰ ভায়েক অট' ষ্ট্ৰাচাৰ বাৰ্লিনত হিট্‌লাৰৰ 'ফ্যোলকিশাৰ বেয়বাখটাৰ'ৰ প্ৰতিদ্বন্দ্বী 'বাৰ্লিনাৰ আৰ্বাইটাৰচাইটুং' নাম দি এখন বাতৰি-কাকত উলিয়াই হিট্‌লাৰৰ মতৰ বিৰুদ্ধে মত প্ৰকাশ কৰিবলৈ ধৰিলে। গ্ৰেগৰে নিজৰ চেক্ৰেটেৰী হিচাপে বাছি ল'লে য়োজেপ্‌ গ্যোবেল্‌চক। নাৎচি পাৰ্টিৰ গ্যোবেল্‌চেই আছিল একমাত্ৰ শিক্ষিত লোক—হাইডেলবেৰ্গ বিশ্ববিদ্যালয়ৰ পি এইচ. ডি.। জন্মৰেপৰা তেওঁ আছিল চাকোলা। আমাৰ প্ৰবাদ-বাক্য মতে—

কণা কুঁজা লেঙ্‌ৰ ভেঙ্‌ৰ,
এই চাৰি চাৰামৰ লেঙ্‌ৰ।

বাক্যফাকি সঁচাই হওক বা মিছাই হওক, য়োজেপ্‌ গ্যোবেল্‌চৰ গাত হ'লে নিকপকপীয়াকৈ খাই পৰে। যি কি নহওক, আগতে কোৱা হৈছে, তেওঁৰ মস্তিষ্ক আছিল তীক্ষ্নধাৰ আৰু তেওঁৰ কলম আছিল এখনি চোকা ক্ষুৰ। বক্তা হিচাপেও তেওঁৰ খ্যাতি তাকৰ নাছিল। ষ্ট্ৰাচাৰ ভ্ৰাতৃদ্বয় আৰু গ্যোবেল্‌চৰ প্ৰতিপত্তি দিনক দিনে বাঢ়ি যোৱা দেখি হিট্‌লাৰৰ পেটে পেটে উগ্ৰ খং উঠিছিল, কিন্তু প্ৰায় এবছৰ কাল সেইবোৰ কথা সহি-সামৰি থাকি, ১৯২৬ চনৰ ফেব্ৰুৱাৰী মাহৰ ১৪ তাৰিখে বহা পাৰ্টিৰ এখন সভাত ছলে বলে কৌশলে

---

৩৬ In 1933 it was no longer a question of overthrowing a State by an act of violence; meanwhile the new State had been built up and all that there remained to do was to destroy the last remnants of the old State—and that took but a few hours: Baynes quoted by *Shirer*.

হিট্‌লাৰে ষ্ট্ৰাচাৰক এনে শ'লঠেকত পেলালে যে বপুৰাৰ হিট্‌লাৰৰ চৰণত আত্মসমৰ্পণ কৰা বিনে গতি নোহোৱা হ'ল। তেওঁকে দেখি, যিজন যোজেপ গ্যোবেল্‌চে এদিন হিট্‌লাৰক পাৰ্টিৰপৰা খেদোৱাৰ প্ৰস্তাৱ দিছিল, সেইজনেও হিট্‌লাৰৰ চৰণত মূৰ থৈ নমৰা জিনলৈকে হিট্‌লাৰৰ গাটোৰ লগতে ছাটো হৈ ফুৰি বচৱেলৰ* ভূমিকা গ্ৰহণ কৰিছিল। তেৱেঁই হ'বগৈ পিছত তৃতীয় ৰাইখৰ প্ৰচাৰ বিভাগৰ বিখ্যাত-কুখ্যাত মন্ত্ৰী। ১৯২৬ চনৰ অক্টোবৰ মাহত হিট্‌লাৰে গ্যোবেল্‌চক বাৰ্লিনৰ 'গাউলাইটাৰ' পাতে।

## দুই

## আৰাম আৰু প্ৰেম

সংগঠনৰ সকলো দিহাপোহা সাং কৰি অলপ আৰাম কৰিবলৈ হিট্‌লাৰে গৈ থানিকা পাতিলে অষ্ট্ৰিয়াৰ সীমাৰ কাষত বাভেৰিয়াৰ আল্‌্চ্‌ পৰ্বতৰ অবেৰচাল্‌জবেৰ্গ বোলা এডোখৰ ঠাইত। তাৰ নামনিতে বেৰ্খটেশ্‌গাডেন্‌ নামৰ সৰু চহৰখনি অৱস্থিত। প্ৰায় পাঁচ বছৰৰ পিছত সেই ঠাইতে হিট্‌লাৰে এটি ঘৰ কিনি লৈছিল, আৰু ক্ষমতাত অধিষ্ঠিত হৈ সেই ঘৰৰ ভেটিতে বিৰাট এক ৰাজপ্ৰাসাদ নিৰ্মাণ কৰাইছিল। সেইটোৱেই আছিল তেওঁৰ একমাত্ৰ নিগাজী নিজ ঘৰ। ঘৰটোৰ নাম থোৱা হৈছিল 'বেৰ্গ্‌হফ্‌'।

হিট্‌লাৰে সেই ঠাইডোখৰ বাছি লৈছিল যাতে কৰ্তৃপক্ষই পুনৰ তেওঁক আটক কৰিবলৈ বিচাৰিলে সৰুকৈ সীমা পাৰ হৈ অষ্ট্ৰিয়ালৈ ভাগিব পাৰে, কাৰণ তেতিয়া তেওঁ 'পাৰল'ত হে আছিল, ফাটেকৰ পৰা বিনাচৰ্তে মুক্তি পোৱা নাছিল। চৰকাৰে যাতে তেওঁক জাৰ্মান নাগৰিক নহয় বুলি অষ্ট্ৰিয়ালৈ বহিষ্কাৰ (deportation) কৰিব নোৱাৰে সেই উদ্দেশ্যেৰে ১৯২৫ চনৰ ৭ এপ্ৰিলৰ দিনা অষ্ট্ৰিয়াৰ নাগৰিক স্বত্বও তেওঁ ত্যাগ কৰিছিল। অষ্ট্ৰীয় চৰকাৰেও তেওঁৰ ত্যাগপত্ৰ সাদৰেৰে তুৰন্তে মঞ্জুৰ কৰিছিল। ফলত তেওঁ না অষ্ট্ৰিয়া না জাৰ্মানি কোনোখন দেশৰে নাগৰিক বুলি চিনাকি দিব নোৱৰা হৈ পিতৃ-ভূমিহীন অৱস্থা হৈ পৰিছিল। নাগৰিকৰ স্বত্ব নাপালে জাৰ্মানিৰ কোনো নিৰ্বাচনতে তেওঁ

---

* ইংৰাজ সাহিত্যিক চেমুৱেল জনচনৰ একান্ত অনুগত ভক্ত আৰু জীৱনীলিখক।

থিয় হ'ব নোৱাৰে। কিন্তু নানান চেষ্টা চৰিত্ৰ কৰিও নাগৰিকৰ স্বত্ব তেওঁ নাপালে। এই কথাই ভাগে দিনলৈ তেওঁক বৰ আচলত পেলাইছিল।

মোটৰ ওপৰত সংগঠনৰ কাম তলে তলে চলাই থাকিলেও ১৯২৫ চনৰ পৰা ১৯২৯ চনলৈকে এই চাৰিটা বছৰে হিটলাৰে নিকৰ্মাৰ জীৱন যাপন কৰা বুলিব পাৰি। তেওঁ নিজে কোৱা মতে সেই কেইটা দিনেই আছিল তেওঁৰ জীৱনৰ সকলোতকৈ সুখৰ দিন। এই সময়ছোৱাতে অবেৰচাল্‌জবেৰ্গতে বহি তেওঁ তেওঁৰ 'মাইন কাম্ফ্' বোলা আত্মচৰিতৰ সামৰণি মাৰিছিল। ১৯৪২ চনৰ জানুৱাৰী মাহৰ ১৬-১৭ তাৰিখৰ নিশা—তেতিয়া দ্বিতীয় মহাসমৰ চলি আছে—কচ সীমান্তৰ চিপাহীৰ ছাউনিত বহি, অবেৰচাল্‌জবেৰ্গত কটোৱা দিনবোৰ সুঁৱৰি হিটলাৰে কেইজনমান লগৰীয়া আৰু মহিলা চেক্ৰেটেৰী'ৰ আগত কৈছিল :

অবেৰচাল্‌জবেৰ্গৰ লগত মোৰ জীৱনৰ কিমানবিলাক ঘটনা নিবিড়ভাৱে জড়িত আছে! মোৰ কত আঁচনিয়ে তাত জন্ম লৈছিল! হয়, তাতে মোৰ জীৱনৰ সকলোতকৈ সুখৰ সময়খিনি মই কটাইছিলোঁ। তাতে মই জিৰণি আৰু বন্ধুবৰ্গৰ সঙ্গসুখ উপভোগ কৰিবলৈ পাইছিলোঁ। কেইগৰাকীমান মহিলাৰ লগতো মই তাতে চিনাকি হৈছিলোঁ। কেইবাগৰাকীও মোৰ প্ৰতি আকৃষ্ট হৈছিল। তথাপি মই বিয়া নকৰালোঁ কিয়? বিয়া? যি কোনো মুহূৰ্ত্ততে তেতিয়া মই ফাটেকত সোমোৱাৰ আশঙ্কা আছিল। তেনে স্থলত বিয়া কৰাও কেনেকৈ? গতিকে সকলো লোভ সামৰিব লগীয়াত পৰিছিলোঁ।

হিটলাৰৰ যৌন জীৱন সম্বন্ধে নানা মুনিয়ে নানা মত দিছে, কিন্তু সেই সম্পৰ্কীয় ভালেমান ৰহস্যৰ আজিও ভেদ ভগা নাই। খেনোৰ মতে হিটলাৰ আছিল লেহেতিয়া বা নপুংসক। এই গুজৱ যে মিছা অলপতে ফ্ৰান্সত তেওঁৰ এজন পুত্ৰৰ আৱিৰ্ভাৱেই তাৰ জ্বলন্তহীয়া প্ৰমাণ। এজন মাৰ্কিন লিখকৰ মতে ডেকাকালত ভিয়েনাত থাকোঁতে হিটলাৰক উপদংশ, অৰ্থাৎ গৰ্মীৰোগে (Syphilis) পাইছিল আৰু গোটেই জীৱন তেওঁ সেই ৰোগত ভুগিছিল। সেই কাৰণে মাইকী মানুহৰ ওচৰ চাপিবলৈ তেওঁ সংকোচ কৰিছিল। তাৰ প্ৰমাণ স্বৰূপে মাৰ্কিন লিখকজনে আগবঢ়োৱা আখ্যানটি হ'ল এই :

ভিয়েনাৰ ২৭ নং মেণ্ডেলমান ষ্ট্ৰাছেত (strasse=street) থকা বিনা পইচাত বাস কৰিব পৰা মিউনিচিপেলিটিৰ এটা 'অচ্ হাউচত' (ধাৰ্জি-খোৱা) হিটলাৰ থাকোঁতে তেওঁৰ ঘনিষ্ঠ লগৰীয়া আছিল হৈকান্ আৰু ডানিয়েল নামেৰে

( ছুয়োটা ছদ্মনাম ) ছুটি ভেকা। হান্না নামেৰে আলিবাটে আলিবাটে থিয় দি ফুৰা এজনী নটীৰ কথা লৈ এদিন সখিয়া হিট্লাৰৰ লগৰীয়া ছুজনৰ লগত কাজিয়া লাগে। কাজিয়াৰ কাৰণটো আছিল এই : ডচ্ হাউচলৈ যাইকী মানুহ অহাত নিষেধ আছিল যদিও, জেনিটৰক (চকীদাৰণী) ভেটী দি যাজে সময়ে হান্নাক তেওঁলোকে তালৈ আনিছিল। ডানিয়েল আৰু ষ্টেফানে তাইক টকা কড়ি যি পাৰে দিছিল আৰু হিট্লাৰে ফাওতে মজা লুটিছিল। সেই কথা লৈয়ে হিট্লাৰৰ বন্ধুদ্বয়ে হিট্লাৰক পোনতে গালি-শপনিৰে কুকুৰে কাটা নোখোৱা কৰি অন্তত বাংপিটা দি গতিয়াই ভুকুৱাই ডচ্ হাউচৰপৰা উলিয়াই দিছিল। তাৰ পাছত সাদিনলৈ হিট্লাৰৰ দেখা শুনা নাই। সাদিনৰ মূৰত তেওঁ উলটি আহিলত বন্ধুদ্বয়ে তেওঁৰ লগত মিটমাট কৰিলে।

বহু বছৰৰ পিচত লণ্ডনৰ এজন খিতপীয়া (Venerealogist—গৰ্মী ৰোগৰ বিশেষজ্ঞ চিকিৎসক) ডাক্তৰ এনুইল ডেভিচৰ আগত ষ্টেফান আৰু ডানিয়েলে, হান্নাৰ অনুগ্ৰহত তেওঁলোক ছুয়োজনে গৰ্মীৰোগ অৰ্জা বুলি স্বীকাৰ কৰিছিল, আৰু সেই ৰোগৰ লক্ষণস্বৰূপে তেওঁলোকৰ গাত যি বিধ ঘাই দেখা দিছিল, সেই বিধ ঘা হিটলাৰৰ গাতো তেওঁলোকে দেখা বুলি কৈছিল।

এইটি আখ্যানৰ উপৰিও মাৰ্কিন লিখাকজনে আন এটি প্ৰমাণ আগবঢ়াইছে :

থিয়ডৰ মৰেল নামৰ এজন বেজে (quack doctor) হিট্লাৰক ভালেদিন চিকিৎসা কৰিছিল ; সদায় তেওঁ হিট্লাৰৰ লগে লগে ফুৰিছিল। হাইন্‌ৰিষ্ হিম্লাৰে বোলে এদিন ফেলিক্স্ কেষ্টেন বোলা তেওঁৰ নিজগৰীয়া ডাক্তৰক (personal physician) কাকো ন'ক'বলৈ শপত খুৱাই লৈ, হিট্লাৰে গৰ্মী ৰোগত ভোগাৰ কথা গুপুতভে জনাইছিল। হিম্লাৰে বোলে সেই কথা বেজ মৰেলৰপৰা গম পাইছিল।*

হিট্লাৰৰ ভালেমান জীৱন-চৰিত ওলাইছে। বিখ্যাত কোনো জীৱনীত কিন্তু তেওঁৰ এই ৰোগৰ উল্লেখ নাই। এলেন বুলকৰ **Hitler—A Study in Tyranny** বোলা জীৱনীগ্ৰন্থখনিয়েই হিট্লাৰৰ সৰ্বোৎকৃষ্ট জীৱন-চৰিত বুলি পৰিগণিত হয়। বুলকে একেষাৰ বাক্যেৰে গৰ্মীৰোগৰ গুজবটো নাকচ কৰিছে : **Such allegations only have a place in a study of**

---

* *Alan Wykes* : **Hitler.**

**Hitler's career if it can be shown that they directly affected his political judgements and decisions.**

হিট্‌লাৰ ৰমণীবিদ্বেষী (**woman hater**) বুলি বহুতৰে ধাৰণা আছিল, কিন্তু এই ধাৰণা ভুল। তেওঁ এদিন বন্ধুমণ্ডলীৰ আগত কৈছিল: "সুন্দৰী-সকলক ভাল নাপাম কিয়? মই বসপম নোহোৱা লেহেতীয়া নে কি? মোৰ মাজত যে এজন সুন্দৰৰ পূজাৰী—আৰ্টিষ্ট লুকাই আছে, সেই কথা নাপাহৰিবা। ফুলো মই ভাল পাওঁ, সেই বুলি মই গৈ মালী হ'ব লাগিব, তাৰ কিবা অৰ্থ আছেনে?"

আমাৰ গাঁৱলীয়া ভাষাত থোৰতে ক'বলৈ গ'লে হিট্‌লাৰৰ কথা কি-আষাৰৰ অৰ্থ হয়গৈ এই যে বজাৰত সম্ভাত গাখীৰ পালে গাই-গৰু পুঁহিব লাগে কিয়?*

হিট্‌লাৰৰ ৰাজত্ব কালত প্ৰচাৰ মন্ত্ৰী গ্যোবেল্‌চে যদিও শত সহস্ৰবাৰ ৰেডিঅ'ত টেঁটু ফালি ঘোষণা কৰিছিল: "আমাৰ ফ্যুৰাৰ এজন তপস্বী, সন্ন্যাসী, দেশৰ সেৱাত যাতে বাধা নপৰে তাৰ বাবে ব্যক্তিগত সুখ-সম্ভোগ সকলো তেওঁ জলাঞ্জলি দিছে", তথাপি এই তপস্বীজনে বেৰটেশ্ গাডেনৰ কাবেণ্ডত প্ৰায় চৈধ্য বছৰ কাল যে এগৰাকী ৰক্ষিতা পুঁহিছিল, সেই কথা তেতিয়া দুই-চাৰিৰ বাহিৰে কোনেও গম নাপালেও, আজিৰ দিনত সি সন্ধান-নীয়া বাৰ্তা। মৃত্যুৰ চৌব্বিছ ঘণ্টাৰ আগত এফা ব্ৰাউন নামৰ সেই সুন্দৰী ৰক্ষিতা গৰাকীকে হিটলাৰে বিয়া কৰাইছিল।

এফাৰ লগত চৈধ্য বছৰ সহবাস কৰিলেও হিটলাৰে তেওঁক প্ৰকৃততে ভাল পোৱা নাছিল, কাৰণ তেওঁ এদিন নিজ মুখে স্বীকাৰ কৰিছিল যে জীৱনত একেটি গাভৰুকেইহে মাথোন তেওঁ সঁচাকৈ ভাল পাইছিল। কিন্তু সেই গাভৰুগৰাকীক লগ পোৱাৰ আগতো অন্ততঃ আন দুগৰাকীৰ প্ৰেমত পৰাৰ আৰু কেইবাগৰাকীৰ লগত তেওঁৰ যৌনসম্বন্ধ ঘটাৰ কথা তেওঁ নিজেই ভাংকোপ মাৰি মাজে সময়ে বন্ধুবৰ্গৰ আগত বখানিছিল। যেই হওক সেই-বোৰ কাহিনী বিহাৰলৈ নগৈ তেওঁৰ ভালপোৱাৰ একমাত্ৰ আধাৰ গেলি ৰাউবালৰ কাহিনীলৈ যোৱাহে সমীচীন হ'ব। কিন্তু সেই কাহিনীলৈ যোৱাৰ আগত প্ৰাসঙ্গিক এফাৰাৰ কথা কোৱাৰ আৱশ্যকতা আছে।

১৯২৪ চনত ফাটেকৰপৰা ওলোৱাৰ পাছৰপৰা ১৯৩৩ চনত ক্ষমতাত

---

* চৈয়দ মুজ্‌তবা আলী: **হিট্‌লাৰ**

অধিষ্ঠিত হোৱালৈকে এই সময়ছোৱাত হিট্লাৰক বেছ আৰামত জীৱন যাপন কৰা দেখিবলৈ পোৱা গৈছিল। অবেৰচালজবেৰ্গত ধৰটো কিনাৰ উপৰিও, মিউনিকৰ এটি অভিজাতৰ চুবুৰিত তেওঁ প্ৰকাণ্ড এটা ফ্লেট ভাড়া কৰি লৈছিল, আৰু জাকজমকীয়া পোছাক পিন্ধা 'খ'ফাৰে' (মটৰ গাড়ীৰ চালক) চলাই লৈ ফুৰা এখন বিৰাট মটৰ গাড়ীত তেওঁ ফুৰা-চকা কৰিছিল। এইবোৰ কৰিবলৈ তেওঁ ধন ক'ৰ পৰা পাইছিল সেই প্ৰশ্ন আজি পৰিমিত এটি সাঁথৰ। নথি-পত্ৰই মাথোন এটা কথাৰ প্ৰমাণ দিয়ে যে এই সময়ছোৱাত আয়কৰ বিভাগৰ বিষয়াৰ লগত তেওঁৰ প্ৰায়েই খকাখুন্দা লাগিছিল। কিন্তু এৰাৰ কথা ন'ক'লে হিটলাৰৰ প্ৰতি অবিচাৰ কৰা হ'ব—ধনবিত্তৰ থক তেওঁৰ কোনো দিনা নাছিল আৰু অসৎ উপায়েৰে তেওঁ ধন আত্মসাত কৰাৰ অভিযোগো তেওঁৰ বিৰুদ্ধে কোনেও কাহানিও অনা নাই। অকল 'মাইন্ কাম্ফ'ৰ ৰয়েল্টিৰ ওপৰতে নিৰ্ভৰ কৰি ইমান ঠাটত তেওঁ ভেনেহ'লে চলিব পাৰিছিল নে? খেনোৰ মতে অষ্ট্ৰিয়াৰ শিল্পপতি আৰু ব্যৱসায়ী সকলে গুপুতে মুক্তহস্তে তেওঁক দান কৰিছিল। হিট্লাৰে নিজে অৱশ্যে সেই কথা কোনো দিনা স্বীকাৰ কৰা নাছিল।

যেই চপক ১৯২৮ চনত অবেৰচালজাবেৰ্গত ধৰটো কিনাৰ পাছত হিট্লাৰে তেওঁৰ সতীয়ে ভায়েক ফ্ৰাউ (মিচেচ্) আঙ্গেলিকা ৰাউবালক তেওঁৰ লগত আহি থাকি তেওঁৰ ঘৰ চলাবলৈ আমন্ত্ৰণ জনাইছিল। বায়েক বিধবা আছিল, চৰকাৰে মঞ্জুৰ কৰা অলপীয়া পেনচনৰ ওপৰত নিৰ্ভৰ কৰি তেওঁ কষ্টেমষ্টে চলিছিল। সেই দেখি হিট্লাৰৰ আমন্ত্ৰণ পাই তেওঁ ভাগ্যকে পালে। আমন্ত্ৰণ ৰক্ষা কৰি অবেৰচালজবেৰ্গলৈ আহোঁতে ফ্ৰাউ ৰাউবালে লগত নিজৰ ছোৱালী দুটিকো লৈ আহিছিল। তাৰে ডাঙৰটিৰেই নাম আছিল গেলি ৰাউবাল। তেওঁ তেতিয়া সোতৰ বছৰীয়া দীপলিপ গাভৰু। প্ৰথম দৰ্শনতে হিট্লাৰ হামখুৰি খাই গেলিৰ প্ৰেমত পৰিল। হিট্লাৰৰ বয়স তেতিয়া উনচল্লিছ।

মিউনিকৰ অভিজাত চুবুৰিৰ প্ৰিন্ট্চ্ ৰিজেন্ট প্লেছেত ভাড়া কৰি লোৱা বিৰাট ফ্লেটটোলৈ গেলিক নিয়াই, তাৰে এটি সুসজ্জিত কক্ষত হিট্লাৰে তেওঁক ৰাজৰাণী ৰূপে থাপনা কৰিলে। গেলিক এৰি হিট্লাৰ এখন্তেকো থাকিব নোৱৰা হ'ল। কাফে, বাৰ, চিনেমা, সভা-সমিতি য'লৈকে তেওঁ যায় গেলিকো লগত লৈ যায়। সভা-সমিতিত বক্তৃতা দিয়াত বাধা দি হিট্লাৰৰ ওপৰত জাৰি কৰা নিষেধাজ্ঞা ইতিমধ্যে উঠাই লোৱা হৈছিল। মিউনিকৰ সমাজত

তেওঁৰ প্ৰতিপত্তি তেতিয়া দোপত দোপে চৰি গৈছে। তেওঁ যেনিয়ে যায় তেনিয়ে ভুয়ে বাদ্ধি মাচুহে ৰ লাগি তেওঁলৈ চায়। এনে এজন বিশিষ্ট ব্যক্তিৰ সঙ্গিনী ৰূপে সমাজত জিলিকিবলৈ পাই গেলিয়েও গৰ্ব অনুভৱ কৰাটো আচৰিত কথা নহয়।

সিফালে তেতিয়া গ্যোবেল্‌চে টেঁটু ফালি নিতৌ ঘোষণা কৰিব লাগিছে, হিট্‌লাৰৰ তুলা এজন সৰ্বত্যাগী, জিতেন্দ্ৰিয় পুৰুষৰ আৱিৰ্ভাৱ মৰ্ত্যত তাৰ আগত কস্মিন কালেও হোৱা নাছিল, দেশৰ সেৱাত আত্মোৎসৰ্গ কৰাত যাতে বিঘিনি নঘটে তাৰ বাবে উন্‌চল্লিছ বছৰ বয়সলৈকে বিয়া-বাৰু নকৰাই তেওঁ সন্ন্যাসী হৈ আছে। তেনে স্থলত হিট্‌লাৰে নিজৰ ভাগিনীয়েক হ'লেও এটি ৰূপহী গাভৰুক প্ৰকাশ্যে অনবৰত লগত লৈ ফুৰোৱা দৃশ্যটোৱে পাৰ্টিৰ সদস্যসকলৰ চকুত বিন্ধিছিল। তেওঁলোকে ভয় কৰিছিল যে হিট্‌লাৰৰ এনে ধৰণৰ ব্যৱহাৰে পাৰ্টিৰ ক্ষতি সাধন কৰিব পাৰে। পাৰ্টিত গুণগুণনি আৰম্ভ হ'ল, গেলিৰ লগত হিটলাৰ যদি ইমানকৈ মজিছে, তাইক তেওঁ বিয়া নকৰায় কিয়। কিন্তু সেইবোৰ কথালৈ কোনোবাই আঙুলিয়ালে হিট্‌লাৰৰ ভিগ্ৰমূৰ্তি থং উঠে। ভুটেমবেৰ্গৰ গাউলাইটাৰজনে এদিন সেই কথা উত্থাপন কৰোঁতে হিট্‌লাৰৰ ইমান খং উঠিল যে তৎক্ষণাৎ গাউলাইটাৰৰ পদৰপৰা তেওঁক বৰ্খাস্ত কৰি পেলালে।

গেলিয়ে হিট্‌লাৰৰ পোহৰত জিলিকিবলৈ ভাল পাইছিল যদিও তেওঁৰ উগ্ৰ প্ৰেমৰ খুন্দাত বেচেৰীৰ উশাহ-নিশাহ বন্ধ হোৱাৰ উপক্ৰম হৈছিল। অকলে এক মুহূৰ্ত্তলৈকো গেলিক ক'লৈকো হিট্‌লাৰে যাবলৈ নিদিয়ে, চৌকিছ ঘণ্টা গেলিৰ ওপৰত কড়া পহৰা। কাৰোবাৰ লগত গেলিয়ে অকণমান হাঁহি-মাতি কথা পতা দেখিলেও হিট্‌লাৰ খঙত একো নাই হয়। সকলো সময়তে গেলিৰ ওপৰত তেওঁৰ সন্দেহ। আগতে বৰ চকুৰ ভাত খোৱা গুণ্ডা এমিল মৰিচ নামৰ হিট্‌লাৰৰ গা-বখীয়া বডিগাৰ্ডৰ লগত এদিন গেলিক হঁহা-মতা কৰা দেখি হিট্‌লাৰৰ ইমান খং উঠিছিল যে গুলীয়াই বধ কৰে বুলি ভাবি মৰিচৰ ভয়ত প্ৰাণবায়ু উৰোঁ উৰোঁ হৈছিল। যেনোৰ মতে মৰিচৰ লগত গেলিৰ গুপুত সম্বন্ধ স্থাপিত হোৱা বুলি হিট্‌লাৰৰ মনত ওপজা সন্দেহ অমূলক নাছিল। হিট্‌লাৰৰ প্ৰখ্যাত জীৱনী লিখক বুলকৰ মতে He (Hitler) discovered that she (Geli) had allowed Maurise to make love to her.

প্ৰকৃত বন্ধু বুলি হিট্‌লাৰে জীৱনত কাৰোবাক যদি গ্ৰহণ কৰিছিল, সেইজন

আছিল তেওঁৰ ফটোগ্ৰাফাৰ হফমান্। হফমান্ আৰু হিটলাৰৰ সহকৰ্মী, সগৰীয়া বন্ধু আদি সকলোৰে মতে কিন্তু হিটলাৰৰ সেই সন্দেহ আছিল সম্পূৰ্ণ ভিত্তিহীন। হফমানৰ মতে গেলি আছিল এটি পূত, পবিত্ৰ পুষ্প। গেলিৰ অন্তৰখনো আছিল তেওঁৰ মুখখনিৰ দৰে সুন্দৰ।

যি কি নহওক, হিটলাৰৰ উপদ্ৰৱত অতিষ্ঠ হৈ ১৯৩১ চনত গেলিয়ে তেওঁক জনালে যে আগতে যিজন সঙ্গীতজ্ঞৰ কাষত ভিয়েনাত তেওঁ (গেলিয়ে) গান শিকিছিল, সেইজনৰ ওচৰতে গান বাজনা শিকিবলৈ তেওঁ আকৌ ভিয়েনালৈ যাবগৈ। খঙত গৰগৰাই উঠি হিটলাৰে ক'লে, "সেইটি ন'হ'ব।" ভিয়েনাত গেলিৰ এটি সমবয়সী চেনেহী আছিল বুলি বোলে হিটলাৰে গম পাইছিল। গতিকে তালৈ তেওঁৰ বুকুৰ আগমওহডুখৰিক তেওঁ যাবলৈ এৰি দিয়ে কোন সতেৰে? হিটলাৰক উবৰি বা পলাই যাবলৈকো গেলিয়ে সাহ গোটাব পৰা নাছিল, কাৰণ হিটলাৰৰ চৰিত্ৰ সম্যকৰূপে বুজিবলৈ গেলিৰ বাকী নাছিল। তেওঁ বঢ়িয়াকৈ জানিছিল যে হিটলাৰৰ আদেশ অমান্য কৰি বা পলাই তেওঁ ভিয়েনালৈ গুচি গ'লে, হিটলাৰে তেওঁৰ চেনেহীক গুমি কৰাই বলেৰে তেওঁক তাৰপৰা ধৰাই আনিব।

এই কথা লৈ চেপ্টেম্বৰ মাহৰ ১৭ তাৰিখে (১৯৩১) হিটলাৰ আৰু গেলিৰ মাজত তুমুল কাজিয়া লাগে। তেওঁলোক দুজনৰ চিঞৰ-বাখৰ ওচৰ-চুবুৰীয়াই শুনিবলৈ পাইছিল। সেই দিনাই হিটলাৰে মিউনিকৰপৰা হামবুৰ্গলৈ যাবলৈ মটৰ গাড়ীত গৈ বহোঁতে খিৰিকীয়েদি মূখ উলিয়াই "মামা, তুমি তেনেহ'লে মোক ভিয়েনালৈ যাবলৈ নিদিয়"৷" বুলি গেলিয়ে কৰা প্ৰশ্নবাৰ কাষত থকা সকলোৰে কাণত পৰিছিল। হিটলাৰে একে আষাৰে উত্তৰ দিছিল 'নিদিওঁ' বুলি।

পাছদিনা পুৱা গেলিৰ কোঠাৰ দুৱাৰ ভাঙি তালৈ সোমাই ভাত দেখিবলৈ পোৱা গ'ল গেলিৰ মৃতদেহ। ঘটনাৰ পুংখানুপুংখ তহকিকী তদন্তত গেলিয়ে আত্মহত্যা কৰা বুলি সাব্যস্ত হ'ল, কিন্তু সেই সম্বন্ধে বহুতৰ মনতে সন্দেহ বৈ গ'ল। খেনোৰ মতে মটৰৰপৰা নামি হিটলাৰ আকৌ এবাৰ ফ্লেটত সোমাইছিল আৰু খং দমাব নোৱৰা হৈ তেওঁ নিজেই গেলিক গুলীয়াই মাৰিছিল। আন এচামৰ মতে এচ্-এচৰ ৰবমুৰীয়া হিম্লাৰে পাৰ্টিৰ সন্মান ৰক্ষাৰ্থে গেলিক গুমি কৰিছিল। গেলিৰ মৃত্যুৰ পিছত এনেবোৰ গুজৱৰ ৰটনি মিউনিক অঞ্চলত

কেইবা বছৰমো পিছলৈকে চলি আছিল, কিন্তু সেইবোৰ গুজবৰ সত্যাসত্যাৰ কোনো প্ৰমাণ নাই।

হিট্লাৰৰ ঘনিষ্ঠ সম্পৰ্কলৈ অহা জালেমানৰ মতে তেওঁ গেলিক বিয়া কৰোৱাকে মনস্থ কৰিছিল। কৰোৱা হ'লে হিট্লাৰৰ জীৱনৰ বীভচ্ যৱনিকাও হয়তো জগতে দেখিবলৈ নাপালেহেঁতেন। যি কি নহওক, হিট্লাৰে যে গেলিক হিয়া উবুৰিয়াই ভাল পাইছিল, সেই সম্বন্ধে সন্দেহৰ থল নাই। গেলিৰ মৃত্যুত হিট্লাৰ শোকত এনে বিহ্বল, অধীৰ হৈছিল যে তেওঁও আপোনঘাতী হোৱাৰ আশঙ্কাত সগৰীয়াসকল দুদিন দুনিশা তেওঁক পহৰা দি ৰখি থাকিবলগীয়াত পৰিছিল। সেই দুৰ্ঘটনাৰ পিছৰ কেইবা মাহলৈকে হিট্লাৰক অন্যমনস্ক আৰু শোকাতুৰ দেখা গৈছিল। গেলি ঢুকোৱাৰ বহু বছৰৰ পিছতো গেলিৰ কথা ওলালে হিট্লাৰৰ গালেদি চকুলো বৈছিল। চানচেলাৰ হোৱাৰ পাছত হিট্লাৰে যেতিয়া তেওঁৰ বেৰ্চটেশ্‌গাডেনৰ ঘৰটো ৰাজকাৰেঙলৈ ৰূপান্তৰিত কৰিছিল, তেতিয়া গেলিয়ে ব্যৱহাৰ কৰা খোটালীটোৰ এটি বস্তুও তেওঁ লৰচৰ হ'বলৈ দিয়া নাছিল। জাৰ্মানিৰ একাধিপতি হোৱাৰ পাছতো বাৰ্লিনৰ প্ৰাসাদত বিৰাজ কৰা গেলিৰ ছবিলৈ তেওঁৰ (গেলিৰ) প্ৰত্যেকটো জন্ম আৰু মৃত্যু বাৰ্ষিকীত হিট্লাৰে নিজ হাতেৰে ফুলৰ তৰ্পণ আগ বঢ়াইছিল। একাধিক বাৰ হিট্লাৰে তেওঁৰ বন্ধুবৰ্গৰ আগত স্বীকাৰ কৰিছিল যে জীৱনত বহু তিৰোতাৰ লগত হাটবাট কৰিলেও একমাত্ৰ গেলিকেইহে তেওঁ সৰ্বান্তঃকৰণেৰে গভীৰভাৱে ভাল পাইছিল। হিট্লাৰৰ দৰে এটি নৰপিশাচৰ হিয়াত এনে এক গভীৰ, নিৰ্মল, পবিত্ৰ অনুভূতিয়ে ঠাই পাব পাৰিছিল কেনেকৈ সিহে এটি বিস্ময়কৰ প্ৰপঞ্চ। অকল গেলিকে নহয়, নিজৰ মাককো বোলে হিট্লাৰে গভীৰভাৱে ভাল পাইছিল আৰু ভক্তি কৰিছিল। মানৱচৰিত্ৰৰ মাজত এনে কেতবোৰ ৰহস্য লুকাই থাকে যাৰ ব্যাখ্যা দিয়া একোজন ফ্ৰইড্, আড্লাৰ, জুঙৰ পক্ষেও সহজ কাম নহয়।

যি কি নহওক, বোলে আলহী হ'লে আহকাল বিষয় হ'লে জঞ্জাল, ভাৰ্য্যা হ'ল খোচামৰ জৰী। গেলিৰ মৃত্যুৰ পাছত বিয়া-বাৰুৰ সংকল্পত এচলু পানী দি এৰনীয়া হৈ হিট্লাৰ এইবাৰ উঠি পৰি লাগিল নিজৰ লক্ষ্যত উপনীত হোৱাৰ অক্লান্ত চেষ্টাত।

# তিনি

## সুযোগ

১৯২৩ চনৰ ৩ অক্টোবৰ দিনা চানচেলৰ গুচতাফ ষ্ট্ৰেচেমান ঢুকায়। তাৰ আগৰ ছবছৰে জাৰ্মানিৰ পৰৰাষ্ট্ৰ মন্ত্ৰী হিচাপে তেওঁ আশাতীত কৃতকাৰ্য্যতা দেখুৱাই, পৰাজিত, বিভ্ৰান্ত জাৰ্মানিক পুনৰ **Big Power,** অৰ্থাৎ সন্মানিত, পৰাক্ৰমী জাতিসমূহৰ শাৰীলৈ তুলিছিল। ৰাজনৈতিক আৰু অৰ্থনৈতিক, দুয়ো ক্ষেত্ৰত তেওঁ জাৰ্মানিলৈ স্থায়িত্ব **(stability)** ঘূৰাই আনিছিল। তেওঁৰ যত্নৰ ফলতে জাৰ্মানিয়ে জাতিসংঘত **(League of Nations)** ঠাই পাইছিল। কূটনীতিৰ যোগেদি জাৰ্মানিয়ে মিত্ৰশক্তিক দিবলগীয়া যুদ্ধৰ ক্ষতিপূৰণৰ কিস্তীৰ নিৰিখ তাকৰাই, জাৰ্মানিৰ কান্ধত মিত্ৰশক্তিয়ে জাপি দিয়া ব'ব নোৱৰা ঋণৰ ভাৰ পাতলাই, জাৰ্মান জাতিক তেওঁ ভালেখিনি সকাহ দিছিল। বহু বছৰ ধৰি যুদ্ধ-বিগ্ৰহত বিধ্বস্ত ইউৰোপলৈ শান্তি ঘূৰাই অনাৰ প্ৰয়াসত 'লকাৰ্ণ পেক্ট' নামেৰে জাতি সমূহ যি চুক্তিত উপনীত হৈছিল, তাৰো আছিল ষ্ট্ৰেচেমান এজন গুৰিয়াল।

ষ্ট্ৰেচেমানৰ মৃত্যুৰ তিনি সপ্তাহৰ পাছত অক্টোবৰ মাহৰ ২৪ তাৰিখে ঘটে **Wall Street Crash** নামেৰে অভিহিত, বিশ্বৰ বাণিজ্য-জগতত এক প্ৰলয়। নিউয়ৰ্কৰ ফটকা বজাৰ সেইদিনা দেৱলীয়া হয়। লগে লগে আহে বিশ্ববিয়পী 'গ্ৰেইভ ডিপ্ৰেশ্বন'।

আগৰ কেই বছৰে আন আন জাতিবোৰৰ—বিশেষকৈ আমেৰিকাৰপৰা—ধাৰে পোৱা কোটি কোটি টকাৰে জাৰ্মানি সমৃদ্ধিশালী হৈ উঠিছিল। ধাৰে ধন পোৱাৰ বাট মৰিলত জাৰ্মানিৰো ভিকাচন ভাঙিল। ১৯২৯ আৰু ১৯৩২ চনৰ মাজত জাৰ্মান শিল্পৰ উৎপাদন আধালৈ খহিল। লাখে লাখে বনুৱা নিবনুৱা হ'ল, সকলুৱা কাৰবাৰবোৰে লালবাতি জ্বলালে! ইটোৰ পিছত সিটোকৈ জাৰ্মানিৰ বিৰাট বিৰাট বেংকবোৰ ফেল হ'বলৈ ধৰিলে।

হিট্‌লাৰে যদিও অৰ্থনীতি শাস্ত্ৰৰ 'ক'টোৰ তিনিটা চুকো চিনি নাপাইছিল, তথাপি এনে এক পৰিস্থিতিৰ উদ্ভৱ হ'ব বুলি আগৰেপৰা তেওঁ জানিছিল বুলি আগত উল্লেখ কৰা হৈছে! বহু বছৰৰ আগত জাৰ্মানিত দেখা হাহাকাৰে

পুনৰ যেতিয়া দেখা দিলে, কলকাৰখানাবিলাক অকামিলা হ'ল, নিবনুৱাৰ সংখ্যা ছয় নিযুতলৈ চৰিল, কটাৰ নাটনিত কৃষক বনুৱাৰ পেটে কঁকালে লাগিল, প্ৰজাৰ বিলৈ দেখি হিট্লাৰৰ হিয়াই কাজক ছাবি আনন্দত অধীৰ হৈ তেওঁ কৈছিল : "এনে আনন্দৰ দিনৰ মুখ আগতে কেতিয়াও দেখিবলৈ পোৱা নাছিলোঁ।। হিট্লাৰে তেতিয়াই বুজিছিল যে তেওঁৰ সমুখত সুযোগ উপস্থিত হ'বলৈ সময় দিন নাই।

অৰ্থনৈতিক সংকটে স্বাভাৱিকতে ৰাজনৈতিক পৰিস্থিতিলৈকো সংকট আনিলে। গণতান্ত্ৰিক শাসনযন্ত্ৰ অচল হ'ল। উপায়ান্তৰ নেদেখি চানচেলৰ ক্ৰ্যানিঙৰ পৰামৰ্শ অনুসৰি প্ৰেচিডেন্ট্ হিণ্ডেনবুৰ্গে ৰাইখটাগ ( সংসদ ) ভঙ্গ কৰি দি (dissolve) নতুন নিৰ্বাচন ঘোষণা কৰিলে। চেপ্টেম্বৰ মাহৰ ২৪ তাৰিখলৈ নিৰ্বাচন পতাৰ দিহা কৰা হ'ল।

লাখ-বিলাখ নিবনুৱাই তেতিয়া কাম বিচাৰি হাকানি-নাকানি কৈ কমাই ফুৰিছে। সকলুৱা দোকানী-পোহাৰীকো সাহায্য লাগে। ইতিমধ্যে চাৰি নিযুত ডেকাল'ৰাই ভোট দিব পৰা বয়সত ভৰি দি নিজৰ নিজৰ ভৱিষ্যতৰ বাট বিচাৰিছে। এই পৰিস্থিতিত জাৰ্মানিৰ ইমুৰৰপৰা সিমূৰলৈ টাকুৰী-ঘূৰণ দি হিট্লাৰে যেতিয়া টেঁটুফলা চিঞৰ আৰম্ভ কৰিলে : "জাৰ্মানিক পুনৰ মহা পৰাক্ৰমী জাতি ৰূপে গঢ়ি তুলিম, ভেচাইৰ সন্ধিপত্ৰ ফালি ছিৰাছিৰ কৰিম, দুৰ্নীতিৰ পুলিপোখা উভালিম, ধনৰ বলত ৰাইজৰ মূৰত ভৰি দি খোৱাইতৰ ( বিশেষকৈ তেনেবিধ ইহুদীৰ ) মূৰ ৰাইজৰ ভৰিত দোঁ খুৱাম, প্ৰত্যেক জাৰ্মানকে কৰিবলৈ কাম আৰু খাবলৈ কটী দিম", তেতিয়া নিৰাশাত ম্ৰিয়মান জাৰ্মান প্ৰজাৰ প্ৰাণত পুনৰ আশাৰ সঞ্চাৰ হ'ল ; হিট্লাৰৰ বাগ্মিতাই গুণ দিলে। ১৯২৮ চনৰ নিৰ্বাচনত নাৎচি পাৰ্টিয়ে ভোট পাইছিল আঠ লাখ আৰু ৰাইখটাগত বাৰখন আসন, এইবাৰ পালে ছয় নিযুতৰো অধিক ভোট আৰু ১০৭ খন আসন। নাৎচি পাৰ্টি সংসদত দ্বিতীয় শকত পাৰ্টি হৈ উঠিল। একক গৰিষ্ঠতা লাভ কৰিব নোৱাৰিলে অৱশ্যে ক্ষমতালাভ নহয়, কিন্তু একক গৰিষ্ঠতা কোনো পাৰ্টিয়েই লাভ কৰিব নোৱাৰিলে। ফলত শাসনযন্ত্ৰ অচল হৈয়ে ৰ'ল। সংসদত আৰু দেশত বেমেজালি বাঢ়িছে গ'ল।

এই সুযোগৰ সুবিধা ল'বলৈ হিট্লাৰে এইবাৰ সামৰিক নেতা আৰু পুঁজিপতিসকলক হাত কৰাৰ চেষ্টাত উঠি পৰি লাগিল। ১৯২৭ চনতে সৈন্যবাহিনীৰ কৰ্তৃপক্ষই কোনো নাৎচিক সৈন্যবাহিনীত ভৰ্তি নকৰাৰ সিদ্ধান্ত লৈছিল।

পৰোক্ষভাৱে সামৰিক নেতাসকলকে সম্বোধন কৰি এখন সভাত হিট্‌লাৰে ঘোষণা কৰিলে :

"সৈন্যবাহিনীক ওকবাই পাৰ্টিৰ ফৌজে সৈন্যবাহিনীৰ ঠাই লোৱাৰ কথা যিসকলে কয়, সিসকলে বলিয়ালি বলকা বুলিহে মই কওঁ। ক্ষমতাত অধিষ্ঠিত হ'লে বৰ্তমানৰ ক্ষুদ্ৰ, টুলুঙা সৈন্যবাহিনীক আমি গঢ়ি তুলিম এক বিৰাট, পৰাক্ৰমী বাহিনীৰ ৰূপত, যি জাৰ্মান জাতিৰ গৰিমা পুনৰ ঘূৰাই আনিব পাৰিব। সামৰিক নেতাসকলে ভাবি চোৱা উচিত, কমিউনিষ্টহঁতৰ হাতলৈ ক্ষমতা গ'লে সিসকলৰ কি বিলৈ হ'ব। তেনে ঘটনা ঘটিব লাগিলে তাৰ লগতে জাৰ্মান সৈন্যবাহিনীৰো মৃত্যু ঘটিল বুলি সিসকলে লিখি থ'ব পাৰে। সিসকলৰ ল'ৰা-তিৰোতা ভেতিয়া ফাটেকত পচি মৰিব; বেৰৰ দাঁতিত থিয় কৰাই শিয়াল কুকুৰ বধ কৰাদি কমিউনিষ্টহঁতে সিসকলক গুলীয়াই বধ কৰিব।"

ভেৰ্চাইৰ সন্ধিয়ে জাৰ্মান সৈন্যবাহিনীক পঙ্গু কৰিছিল। কোনো সময়তে সেই সৈন্যবাহিনীত এক লাখৰ অধিক সেনা থাকিব নোৱাৰিব বুলি চৰ্ত বন্ধা হৈছিল। সেই চৰ্ত সামৰিক নেতাসকলৰ পক্ষে অসহ্য বোধ হৈছিল। ১৯৩০ চনলৈকে অভিজাত সেনাপতিসকলে "অষ্ট্ৰীয় কেলেহুৱা"টোক ঘৃণাৰ চকুৰে চাইছিল, কিন্তু এতিয়া হিট্‌লাৰৰ আশ্বাসবাণী শুনি তেওঁলোকেও ভাবিবলৈ ধৰিলে: হয়, জাৰ্মান সৈন্যবাহিনীৰ অতীত বিক্ৰম আৰু জাৰ্মান জাতিৰ অতীত গৰিমা একমাত্ৰ হিট্‌লাৰেইহে ঘূৰাই আনিব পাৰিব; ভাইমাৰৰ গণতান্ত্ৰিক চৰ্কাৰৰ পক্ষে সেই কাম সমাধা কৰা অসম্ভৱ।

গতিকে, এতিয়াৰপৰা সামৰিক নেতাসকলে হিট্‌লাৰৰ প্ৰতি সহানুভূতি অনুভৱ কৰিবলৈ ধৰিলে। হিট্‌লাৰৰ মন ভুলোৱা কথাত ভোল গৈ সিসকলে যে কি মাৰাত্মক ভুল কৰিছিল, তাৰ গমটি পিছত ভালকৈয়ে পাবগৈ।

জাৰ্মান পুঁজিপতিসকলৰ অদূৰদৰ্শিতাই সামৰিক নেতাসকলৰ অদূৰদৰ্শিতাকো চেৰ পেলাইছিল। ইমান দিনে হিট্‌লাৰক 'পাৰত গজা অষ্ট্ৰীয় উকলিপুঙা' বুলি তেওঁলোকে নাক কোঁচাইছিল, কিন্তু নিৰ্বাচনৰ ফল দেখি তেওঁলোকেও ভাবিলে হয়তো অচিৰে হিট্‌লাৰৰ পাৰ্টিয়েই সংসদত একক গৰিষ্ঠতা লাভ কৰি ক্ষমতাত অধিষ্ঠিত হ'ব। গতিকে এতিয়াৰপৰাই তেওঁৰ পিঠিত হাত ফুৰোৱাহে বুদ্ধিয়কৰ কাম হ'ব। তেওঁলোকে ভাবিলে ধনৰ মোনা মুকলি কৰি দিলে হিট্‌লাৰ তেওঁলোকৰ ওচৰত ধৰুৱা আৰু কৃতজ্ঞ হৈ থাকিব; তেওঁলোকৰ কথামতেই চলিব। যেন নমৰা তাওৰ তাওৰ বেৰবোৰৰ গুৰিয়াল আৰু শিল্পপতি সকলে

আয়ানবলনে হিট্‌লাবলৈ ধনৰ যোনা আগ নবডোৱা হ'ল, হিট্‌লাবে কোনোদিনা শক্তবস্ত ক্ষমতা লাভ কৰিব নোৱাৰিলেহেঁতেন। হিট্‌লাৰ ক্ষমতাত অধিষ্ঠিত হ'লে সামৰিক নেতা, পুঁজিপতিকে আদি কৰি কোনো জাৰ্মানৰ ব্যক্তিগত স্বাধীনতা বোলা বস্তুটিয়ে নাথাকিব সেই কথা হিট্‌লাবে কোনো দিনা লুকোৱা নাছিল। 'মাইন কাম্পফ' তেওঁ লিখা কথাবোৰৰ মাজতে তেওঁৰ সেই উদ্দেশ্য জলজল-পটপটকৈ ওলাই পৰিছিল। তথাপি যে জাৰ্মান সমাজৰ এই গুৰিয়ালসকল চকু থাকি কিয় খালত পৰিবলৈ গৈছিল তাবি আচৰিত হ'ব লগা হয়।

হিট্‌লাৰৰ বল দিনক দিনে বাঢ়ি যাবলৈ ধৰিলে। ১৯৩১ চনৰ আৱৰ্তণিত পাঁচজন নৃশংস, সম্পূৰ্ণ বিবেকহীন ষড়যন্ত্ৰকাৰীক তেওঁ বাছি ল'লে তেওঁৰ প্ৰধান সহকাৰী হিচাপে। সেই পাঁচজন হ'ল গ্ৰেগৰ ষ্ট্ৰাচাৰ, ব্যোম, গ্যোবিং, গ্যোবেল্‌চ্‌ আৰু ফ্ৰিক্‌। দিপিনে দেশৰ অৱস্থা দিনক দিনে বেয়াৰ পিনলৈ যাবলৈ ধৰিছে। পাঁচ নিযুত বনুৱাৰ কাম নাই। মধ্যবিত্ত শ্ৰেণীৰ প্ৰায় দেৱলীয়া অৱস্থা, খেতিয়কসকল মৃতপ্ৰায়। ৮৪ বছৰীয়া অথৰ্ব প্ৰেচিডেণ্টৰ লাহে লাহে মতিভ্ৰম হ'বলৈ আৰম্ভ কৰিছে; পাৰ্লামেণ্ট আৰু চৰ্কাৰ বিকল হৈ পৰিছে। দেশ ধ্বংসৰ বাটেদি গুমাই নামি যোৱা দৃশ্য দেখি হিট্‌লাৰ আৰু তেওঁৰ সহকাৰীসকলৰ মুখত হাঁহি বিৰিঙিল। ষ্ট্ৰাচাৰে ঘোষণা কৰিলে: ধ্বংস হওক; দেশ ধ্বংস হওক; তেহে আমাৰ বিপ্লৱ সাফল্যমণ্ডিত হ'ব।

## চাৰি

## ভাইমাৰ বিপাব্লিকৰ মৰণ যাতনা

## ( ১৯৩১-১৯৩৩ )

জাৰ্মানিৰ ধ্বংসলীলা চাবলৈ হিট্‌লাৰৰ সৰহ দিন নালাগিব। দ্বিতীয় মহাসমৰৰ আগত ফ্ৰান্সত যি পৰিস্থিতি উদ্ভৱ হৈছিল, জাৰ্মানিতো তেনে পৰিস্থিতিয়ে দেখা দিলে। সংসদত ৰাজনৈতিক দল আছিল এসোপা; সেই সোপাৰ মাজত নিতৌ খকাখুন্দা। কেও কাৰো লগত হাত মিলাই বলিষ্ঠ চৰ্কাৰ গঠন কৰাত নাই। প্ৰত্যেকটো দলৰে ভিন্ ভিন্ নিজা স্বাৰ্থ। সেই সময়ৰ জাৰ্মান সংসদ আৰু চৰ্কাৰক জাৰ্মান প্ৰজাই নাম দিছিল 'কুহানডেল,' অৰ্থাৎ গৰু-ম'হ বেচাকিনা কৰা বজাৰ। সকলোৱে নিজ নিজ আৰু দলীয় স্বাৰ্থপূৰণ হ'লেই হ'ল; তেহেলে দেশ ৰসাতলে যায় যদি যাওক। সেই পৰিস্থিতিত ১৯৩০ চনৰপৰা চান্‌চেলৰ ব্ৰুনিঙে ৰাষ্ট্ৰপতিৰ

অনুমোদন লৈ জাৰ্মান সংবিধানৰ ৪৮নং দফা অনুযায়ী জৰুৰীকালীন অধ্যাদেশ ( Presidential decrees ) জাৰি কৰি ৰাজ্য শাসন কৰিবলৈ ধৰিলে।

জাৰ্মান ৰাজনৈতিক ৰঙ্গমঞ্চত ইতিমধ্যে আবিৰ্ভাৱ ঘটিছিল ষড়যন্ত্ৰ-সম্ৰাট এজন ৰাজনীতিজ্ঞ অস্ত্ৰীপালৰ। তেওঁ আছিল জেনেৰেল কুৰ্ট কন্ স্নাইখাৰ। তৎকালীন প্ৰেচিডেণ্ট হিণ্ডেনবুৰ্গৰ পুত্ৰ অস্কাৰৰ তেওঁ আছিল বন্ধু। সেই বন্ধুত্বৰ জখলাৰে বগাই তেওঁ ৰাষ্ট্ৰপতিৰ বিশ্বাসভাজন প্ৰিয়পাত্ৰ হৈ উঠিল। হিট্‌লাৰৰ দৰে তেওঁৰো অভিলাষ আছিল ভাইমাৰ গণতান্ত্ৰিক ৰিপাব্লিকৰ ওপৰাই জাৰ্মানিৰ ডিক্টেটৰ হোৱাৰ। সৈনিক হ'লেও ষড়যন্ত্ৰত তেওঁৰ সমকক্ষ হিট্‌লাৰৰ বাহিৰে জাৰ্মানিত দ্বিতীয় এজন নাছিল। তেওঁ হিণ্ডেনবুৰ্গক বুজালে যে ডিক্ৰীৰে সৰহ দিন শাসন কাৰ্য্য চলোৱা সম্ভৱপৰ ন'হ'ব, হিট্‌লাৰৰ সহযোগ বিনে বলিষ্ঠ, স্থিতিশীল চৰ্কাৰ ( Stable Government ) থাপনা কৰা অসম্ভৱ। গতিকে হিট্‌লাৰৰ লগত ৰাষ্ট্ৰপতিয়ে কথা-বতৰা হোৱা সমীচীন হ'ব। তেওঁৰ পৰামৰ্শ অনুসৰি অথৰ্ব ৰাষ্ট্ৰপতিয়ে হিট্‌লাৰলৈ আমন্ত্ৰণ পঠালে। আমন্ত্ৰণ পাই আনন্দত জ পিয়াই হিট্‌লাৰে লগৰীয়াসকলক ক'লে: "এইবাৰ সিহঁত জাককে মোৰ জেপত স্নমুৱালোঁ বুলি ধৰি ল'ব পাৰোঁ।"

সাজিকাচি তমস্কাৰটি হৈ হিট্‌লাৰ ৰাষ্ট্ৰপতিৰ সমীপত উপাগত হ'ল। হিণ্ডেনবুৰ্গে হিট্‌লাৰক বহিবলৈ আসন নাযাচিলে। থিয়ৈ থিয়ৈ অলপ পৰ কথা হৈ তেওঁক বিদায় দিলে। তেওঁ আঁতৰি যোৱাৰ পাছত উপদেষ্টাসকলক ক'লে: "সেই চিপাহীটোক চান্‌চেলৰ পতা অসম্ভৱ কথা। খুব জোৰ তাক ডাক বিভাগৰ মন্ত্ৰী পাতিব পাৰি।" কিন্তু চান্‌চেলৰৰ তলৰ থাপৰ পদ হিট্‌লাৰক নালাগে।

১৯৩২ চনত ৰাষ্ট্ৰপতি হিণ্ডেনবুৰ্গৰ ম্যাদ শেষ হোৱাৰ কথা। ৰাষ্ট্ৰপতিৰ আসনৰ বাবে পুনৰ নিৰ্বাচনত প্ৰতিযোগিতা কৰাৰ ইচ্ছা বুঢ়াৰ নাছিল। ক্ৰানিঙকে আদি কৰি ৰক্ষণশীল দলসমূহৰ নেতাসকলে, হিণ্ডেনবুৰ্গে নিৰ্বাচনত থিয় নিদিলে জাৰ্মানিক ৰক্ষা কৰাৰ আন কোনো উপায়েই নাথাকিবগৈ বুলি বৰাই-বুজাই পুনৰ তেওঁক থিয় দিয়ালে। হিট্‌লাৰে ইতিমধ্যে নানান চক্ৰান্তৰে জাৰ্মান নাগৰিকৰ স্বত্ব পাইছিল। হিণ্ডেনবুৰ্গৰ প্ৰতিদ্বন্দী ৰূপে থিয় হ'ল হিট্‌লাৰ। হিণ্ডেনবুৰ্গ জিকিল। তেওঁৰ উনৈছ নিযুত ভোটৰ বিপক্ষে হিট্‌লাৰে পালে তেৰ নিযুত ভোট। এই পন্থাৰে ক্ষমতাত অধিষ্ঠিত হ'বলৈ হিট্‌লাৰে আৰো কিছুদিনলৈ বাট চাবলগীয়াত পৰিল হয়, কিন্তু সিপিনে হিণ্ডেনবুৰ্গৰ তেতিয়া আয়ুৰ চমু চাপি আহিছে; কোনদিনা সিফলীয়া হয় ঠিক নাই। কাৰো বুজিবলৈ বাকী নাথাকিল যে তেওঁৰ অবিহনে হিট্‌লাৰ চান্‌চেলৰ হে নালাগে প্ৰেচিডেণ্টেই হ'ব।

সেই সভাব্য দুৰ্ভাগ্যৰ পৰাহঁতৰপৰা জাৰ্মানিক উদ্ধাৰ কৰাৰ উদ্দেশ্যেৰে ক্ৰ্যানিঙ্গে প্ৰেচিডেণ্টক পৰামৰ্শ দিলে, সংসদ ভঙ্গ কৰি পুনৰ ৰাজতন্ত্ৰ ঘোষণা কৰি, হহেন্‌-চলাৰ্ন ৰাজবংশৰ বংশধৰৰ প্ৰতিনিধি ( regent ) স্বৰূপে নমৰ্যাদেকে হিণ্ডেনবুৰ্গে ৰাজত্ব কৰক; তেওঁৰ মৃত্যুৰ পাছত কাইজাৰৰ নাতিয়েকক সিংহাসনত বহুওৱাৰ ব্যৱস্থা কৰা যাওক। সেই প্ৰস্তাৱ শুনি খঙত অলিপকি হিণ্ডেনবুৰ্গে ক্ৰ্যানিঙক তেওঁৰ সমুখৰপৰা আঁতৰি যাবলৈ আদেশ দিলে।

ইতিমধ্যে সাংবিধানিক পন্থাইদি ক্ষমতালাভ কৰাৰ আশা নেদেখি নাৎচি নেতাসকল অধৈৰ্য্য হৈ উঠিছিল। ফৰাচী বিপ্লৱৰ সময়ত বিপ্লৱীইতে কৰাদি শাসনৰ জৰী নিজৰ হাতলৈ আনি reign of terror অনুষ্ঠিত কৰিবলৈ তেওঁলোক তলে তলে উদ্যত হোৱাৰ বাতৰি কেন্দ্ৰীয় আৰু ৰাজ্য চৰ্কাৰবিলাকৰ হাতত পৰিবলৈ ধৰিলেহি। হিট্‌লাৰে সেই পন্থা অনুমোদন নকৰিলেও পালিসকলক তেওঁ দমাই ৰাখিব নোৱাৰিব বুলি কৰ্তৃপক্ষৰ সন্দেহ হ'ল। এপ্ৰিল মাহৰ ১৪ তাৰিখে (১৯৩২) এচ-এ বাহিনী বে-আইনী বুলি ঘোষণা কৰি সেই বাহিনীৰ মুখিয়ালসকলক ফাটেকত সুমুৱাবলৈ চৰ্কাৰে নিৰ্দেশ দিলে।

হিট্‌লাৰ আৰু নাৎচি পাৰ্টিৰ নেতাসকলৰ মূৰত সৰগ ভাগি পৰিল। এই সংকটৰপৰা উদ্ধাৰ পাবলৈ শ্লাইখাৰক হাত কৰি লৈ হিট্‌লাৰ ষড়যন্ত্ৰত প্ৰবৃত্ত হ'ল। দুয়ো মনে মনে ভাবিছিল ইজনে সিজনক ছলি ডিক্টেটৰ হোৱাৰ কথা। শ্লাইখাৰে প্ৰেচিডেণ্ট্ হিণ্ডেনবুৰ্গক আশ্বাস দিলে যে ক্ৰ্যানিঙৰ পক্ষে যি কাম অসম্ভৱ, সেই কাম তেওঁৰ পক্ষে সম্ভৱ। হিট্‌লাৰক মন্ত্ৰীসভাত ঠাই নিদিয়াকৈয়ো নাৎচি পাৰ্টিৰ সমৰ্থনত তেওঁ স্থিতিশীল চৰ্কাৰ গঠন কৰিব। হিণ্ডেনবুৰ্গে তেওঁৰ কথালৈ কাণ নিদিলত শ্লাইখাৰ আৰু হিট্‌লাৰে কমিউনিষ্ট পাৰ্টিৰ লগত লগ লাগি ১৪ তাৰিখৰ চৰ্কাৰী আদেশৰ বিৰোধিতা কৰি সংসদত প্ৰস্তাৱ দাঙি ধৰি, সংসদতে প্ৰতিৰক্ষা মন্ত্ৰী গ্যোণাৰক গালি-শপনি পাৰি বিতত কৰি তুলিলে। প্ৰেচিডেণ্টলৈ আবেদন জনায়ো প্ৰতিকাৰ নাপাই তিতাগুটি লাগি গ্যোনিঙে মন্ত্ৰীৰ পদও ইস্তফা দিলে। ক্ৰ্যানিঙৰ চৰ্কাৰে সংসদৰ আস্থা হেৰুওৱা বুলি হিণ্ডেনবুৰ্গে ক্ৰ্যানিঙকো পদত্যাগ কৰিবলৈ ক'লে। ২৯ তাৰিখে তেওঁও পদত্যাগ কৰিলে।

শ্লাইখাৰ জিকিল, হিট্‌লাৰ ৰক্ষা পৰিল, কিন্তু সেই দিনাই জাৰ্মানিত গণতন্ত্ৰবো অন্ত পৰিল। জাৰ্মান ৰাইজ আৰু সংসদে ৰাজনৈতিক ক্ষমতা সম্পূৰ্ণকৈ হেৰুৱালে। সকলো ক্ষমতা এইবাৰ গৈ কেন্দ্ৰীভূত হ'ল অথৰ্ব ৰাষ্ট্ৰপতিৰ দুই মন্ত্ৰণাদাতা—পুত্ৰ অস্কাৰ বন্ হিণ্ডেনবুৰ্গ আৰু ৰাষ্ট্ৰীয় সচিব (State

Secretary) আৰ্ট' ফন্ 'মাইচ্নাৰৰ হাতত। সিংহাসনৰ আঁৰে আঁৰে বিচৰণ কৰি সময় গাৰ্ডীয়ে চলোৱাৰি এওঁলোক দুজনে অবাধে ৰাজক্ষমতা চলাবলৈ ধৰিলে। বয়সৰ হেঁচাত প্ৰেচিডেণ্টৰ তেতিয়া মতিগতি থিৰ নোহোৱা অৱস্থা ঘটিছিল। দুই মন্ত্ৰণাদাতাৰ পৰামৰ্শ অনুসৰি এইবাৰ তেওঁ চান্চেলৰ পাতিলে ফ্ৰাঞ্চ্ ফন্ পাপেন নামেৰে এজন অকৰ্মণ্য বহুৱাক।[৩৭]

১৪ এপ্ৰিলৰ দিনা ব্ৰ্যুনিঙৰ চৰ্কাৰে হিট্লাৰৰ এচ-এ বাহিনীৰ ওপৰত জাৰি কৰা আজ্ঞা পাপেনে উঠাই ল'লে। সংসদ ভঙ্গ কৰি ৩১ জুলাইৰ দিনা নতুন নিৰ্বাচন পতা হ'ল। (তাৰ আগৰ পাঁচ মাহৰ ভিতৰতে দুখনকৈ নিৰ্বাচন হৈছিল।) প্ৰবল প্ৰচাৰ কাৰ্য্যৰ যোগেদি হিট্লাৰে তুমুল নিৰ্বাচন অভিযান চলোৱাৰ ফলত নাৎচি পাৰ্টিয়ে এইবাৰ তেৰ নিযুত ভোট আৰু সংসদত ২৩০ খন আসন পালে। নাৎচি পাৰ্টি সংসদত সকলোতকৈ শকত পাৰ্টি হ'ল, কিন্তু একক গৰিষ্ঠতা কোনো পাৰ্টিয়ে এইবাৰো লাভ কৰিব নোৱাৰিলে। নাৎচি পাৰ্টিয়ে ভোট পাইছিল শতকৰা ৩৩; অৰ্থাৎ শতকৰা ৬৭ জন জাৰ্মান নাগৰিকে হিট্লাৰক তেতিয়াও বিচৰা নাছিল। হিট্লাৰে আৰু কিছুদিন বাট চাব লগা হ'ল, কিন্তু তেওঁৰ কপাল লাহে লাহে মুকলি হৈ আহিছিল; সৰহ দিন বাট চাবলগীয়া ন'হ'ল। দূৰৰ গঙ্গা ওচৰতে মিলিল।

কোনো পাৰ্টিয়ে একক গৰিষ্ঠতা লাভ কৰিব নোৱৰাৰ ফলত শাসনযন্ত্ৰ পুনৰ অচল হ'ল। পাপেনে হিণ্ডেনবুৰ্গক প্ৰস্তাৱ দিলে, পুনৰ সংবিধানৰ ৪৮ দফা অনুসৰি ডিক্ৰী জাৰি কৰি ৰাজকাৰ্য চলোৱাৰ। প্ৰেচিডেণ্ট্ মান্তি নহ'ল। পদত্যাগ কৰিবলৈ পাপেন বাধ্য হ'ল। ষড়যন্ত্ৰৰ যোগেদি শ্লাইখাৰে এইবাৰ তেওঁকে চান্চেলৰ পাতিবলৈ হিণ্ডেনবুৰ্গক এক প্ৰকাৰ বাধ্য কৰিলে। শ্লাইখাৰে ভাবিলে হিট্লাৰক পাত্তা নিদি, তেওঁৰ (হিট্লাৰৰ) পালিসকলৰ—বিশেষকৈ ষ্ট্ৰাচাৰৰ সহায়তে প্ৰেচিডেণ্টকো আতৰাই তেওঁ ডিক্টেটৰ হ'ব; পিছে আৰু এটি জন্ম ল'লেহে যদি হিট্লাৰক তেওঁ ষড়যন্ত্ৰত বলে পাৰিলেহেঁতেন। হিট্লাৰৰ ষড়যন্ত্ৰৰ আগত তেওঁৰ ষড়যন্ত্ৰ নিতিষ্ঠিল। চান্চেলৰ হোৱা মাত্ৰকে নাৎচি

---

৩৭ The president's choice met with incredulity. No one but smiled or tittered or laughed because Papen enjoyed the peculiarity of being taken seriously by neither his friends nor his enemies : সেই সময়ত বাৰ্লিনত নিযুক্ত ফৰাচী ৰাষ্ট্ৰদূতে কোৱা পচে : quoted by *Shirer*.

পাৰ্টিৰ লগত তেওঁৰ মিত্ৰিবালিবো অন্ত পৰিল। চান্‌চেলৰ হৈ তেওঁ থাকিবলৈ পালে মুঠেই শাতাবয়টা দিন। চান্‌চেলৰৰ পদৰপৰা খেদা খাই বৰ দুখেৰে তেওঁ কৈছিল: "শাতাবয়টা দিনলৈ মই চান্‌চেলৰ হৈছিলোঁ, আৰু সেই শাতাবয়টা দিনত নিতৌ শাতাবয় বাৰকৈ মই বিশ্বাসঘাতকতাৰ সন্মুখীন হ'বলগীয়াত পৰিছিলোঁ।* ইয়াকে বোলে শালক শিক্তিয়ে খিণোৱা।

মাইবাৰক বৰ্খাস্ত কৰিবৰ দিনাও হিণ্ডেনবুৰ্গে কৈছিল যে অষ্ট্ৰীয় কেলেহুৱাটোক তেওঁ কদাপি চান্‌চেলৰ নাপাতে, কিন্তু তাৰ পাছত বিজুলীবেগেৰে ঘটনা-চক্ৰৰ ওলট্‌পালট্‌ ঘটিল। শাসনৰ বেমাজালিত আৰু এচ-এৰ ওপৰত জাৰি কৰা আজ্ঞা উঠাই লোৱাৰ ফলত আইন-শৃঙ্খলা ভঙ্গ হৈ নাৎচি পাৰ্টি আৰু কমিউনিষ্ট পাৰ্টিৰ কৰ্মীৰ মাজত বাটে-ঘাটে কটাকটি মৰামৰি হ'বলৈ ধৰিলে। বহুলোকে প্ৰাণ হেৰুৱালে, বহুতো ঘুণীয়া হ'ল। এসময়ত এনেবোৰ ঘটনা ইমানলৈ চাৰিছিল যে বাৰ্লিনত সামৰিক আইন ( martial law ) বলবৎ কৰিব লগীয়া হৈছিল।

এনেবোৰ আও ঘটনাৰ মাজতে ১৯৩৩ চনৰ ১৫ জানুৱাৰীৰ দিনা লিপ্পে বোলা এতোখৰ ঠাইত এটি প্ৰাদেশিক নিৰ্বাচনী পতা হয়। সেই নিৰ্বাচনীত ৯০০০০ ভোটৰ ভিতৰত নাৎচি পাৰ্টিয়ে ৩৮০০০ ভোট পালে। জাৰ্মানিৰ ৰাজনীতি ক্ষেত্ৰত এই নিৰ্বাচনৰ বিশেষ তাৎপৰ্য্য একো নাছিল, কিন্তু ঢৌটোকে বৌটো কৰি এই নিৰ্বাচনৰ সফলতাকে গ্যোবেল্‌চে এনে বিচক্ষণতাৰে প্ৰচাৰ কৰিলে যে মাইচ্‌নাৰ, অস্কাৰ ফন্‌ হিণ্ডেনবুৰ্গ আৰু ৰক্ষণশীল নেতৃবৰ্গৰ মনত বিশ্বাস জন্মিলে যে নাৎচি পাৰ্টিক ক্ষমতা দিয়াৰ বাহিৰে জাৰ্মানিলৈ শৃঙ্খলা ঘূৰাই অনাৰ আন বাট নাই।

জানুৱাৰী মাহৰ ২২ তাৰিখে সন্ধিয়া বেলিকা কোনেও গম নোপোৱাকৈ মাইচ্‌নাৰ আৰু অস্কাৰে ৰাষ্ট্ৰপতি ভৱনৰপৰা ওলাই, বাটতো কাৰো চকুত নপৰাকৈ টেক্সি এখনত উঠি য়োকিক্‌ ফন্‌ ৰিবেন্‌ট্ৰপ নামৰ নাৎচি পাৰ্টিৰ এজন সভ্যৰ ঘৰত উপস্থিত হ'ল। হিট্‌লাৰো তাতে আছিল। তেওঁ অস্কাৰৰ লগত আন এখোটালীত বেলেগে কথা হ'বলৈ বিচাৰিলে। দুয়ো আন এটা খোঁটালীলৈ গ'ল। দুয়োজনৰ মাজত কথা-বতৰা কি হৈছিল আজিলৈকে কোনেও গম নাপায়, কিন্তু হিট্‌লাৰে অস্কাৰক ভেটীও ঘাচিছিল আৰু ভয়ো খুৱাইছিল বুলি জনাবুজাসকলে অনুমান কৰে। কাৰণ, অলপ দিনৰ পাছতে

* *Andre Francois Poncet*: Those Fateful Years: মূল ফৰাচীৰ ইংৰাজী ভাঙনি।

( হিট্‌লাৰ চান্‌চেলৰ হোৱাৰ পাছত ) অস্কাৰে কৰ্ণেলৰ চাপৰপৰা একেকোবে মেজৰ জেনেৰেলৰ চাপলৈ প্ৰমোচন পাইছিল, আৰু হিণ্ডেনবুৰ্গ পৰিয়ালৰ জমিদাৰীৰ মাটিৰ লগত পাঁচ হাজাৰ একৰ লাখেৰাজ মাটি চামিল হৈছিল।

সেই জমিদাৰীৰ সংক্ৰান্ততে ঘটা এটি ঘটনা সদৰী কৰি দিব বুলি হিট্‌লাৰে অস্কাৰক 'ভাবুকি' দিয়া বুলি লোকে অনুমান কৰে। ঘটনাটি বিশেষ একো নহয়, জমিদাৰীৰ পৰা চৰ্কাৰৰ প্ৰাপ্য ৰাজহৰ বুজন পৰিমাণৰ খাজানা নিদি, মিছা হিচাপ দেখুৱাই, অস্কাৰে চৰ্কাৰক ঠগিছিল। যি কি নহওক মোটৰ ওপৰত সেই দিনা হিট্‌লাৰে অস্কাৰক নিজৰ হাতৰ মুঠিলৈ আনিছিল, কাৰণ মাইচ্‌নাৰে পিছত কোৱা মতে হিট্‌লাৰক লগ ধৰি উলটি আহোঁতে মাত-বোল নকৰি অস্কাৰ মনে মনে বহি আছিল। তাৰ মাজতে এবাৰ কথা মাথোন তেওঁ কৈছিল। সেই কথাষাৰ আছিল : "উপায় নাই, নাৎচি পাৰ্টিৰ প্ৰতিনিধিক কেবিনেটত ঠাই নিদি উপায় নাই।"

তাৰ পাছত মাইচ্‌নাৰ আৰু অস্কাৰে হিণ্ডেনবুৰ্গক কি মন্ত্ৰণা দিলে সেই সম্বন্ধেও কোনেও একো নাজানে। জানুৱাৰী মাহৰ ২৮ তাৰিখে প্ৰেচিডেণ্টে সংকটৰ মকৰধ্বজ পাপেনক মতাই আনি নাৎচি পাৰ্টিৰ সৰহ সংখ্যক সভ্য কেবিনেটত নোলোৱাকৈ অগত্যা মধুসূদন হিট্‌লাৰকে চান্‌চেলৰ পাতিব পাৰি নে কি সেই কথাৰ বুজ ল'বলৈ অনুৰোধ কৰিলে।

ৰক্ষণশীল দলৰ নেতাসমূহ, হিট্‌লাৰ আৰু পাপেনৰ মাজত আলোচনা-বিলোচনাৰ পাছত হিট্‌লাৰকে চান্‌চেলৰ পতা আৰু এঘাৰজন মন্ত্ৰীৰে গঠিত কেবিনেটত নাৎচি পাৰ্টিক তিনিখন আৰু নেশ্বনেলিষ্ট পাৰ্টিক ( ৰক্ষণশীল দলসমূহ ) আঠখন আসন দিয়া সাব্যস্ত হ'ল। পাপেন মনোনীত হ'ল ভাইচ্‌ চান্‌চেলৰ। ৰক্ষণশীল নেতাসকলে ভাবিলে নাৎচি পাৰ্টিৰ তিনিজন সদস্যৰ বিপক্ষে তেওঁলোকৰ আঠজন মন্ত্ৰীসভাত থাকিব যেতিয়া,, হিট্‌লাৰে ভুৰিমুৰি কৰিব নোৱাৰিব ; তেওঁলোকৰ কথা মতেই চলিবলৈ বাধ্য হ'ব। তেওঁলোকৰ আঁচনি আছিল গণতান্ত্ৰিক চৰ্কাৰৰ ভেটি উচন কৰি এখন বলিষ্ঠ **Authoritarian State** থাপনা কৰি "**democratic nonsense**-অৰ অন্ত পেলোৱা ; কমিউনিষ্ট পাৰ্টি আৰু কৰ্মীসংঘ খিলাকক (**Trade Unions**) নিৰ্মূল কৰা ; পুনৰ এক পৰাক্ৰমী সৈন্যবাহিনী গঢ়ি তুলি জাৰ্মানিক আকৌ বিগ্‌ পাৱাৰ্চৰ শাৰীলৈ তোলা। হিট্‌লাৰৰো আঁচনি সেয়েই বুলিতো সদায় তেওঁ চিঞৰি কৈয়েই আছিছে। গতিকে হিট্‌লাৰৰ মতৰ লগত তেওঁলোকৰ মতৰ অমিল নাছিল। তেওঁলোকে

ভাবিলে, হিট্‌লাৰক জেপত স্থমুৱাই লৈ তেওঁলোকৰ আঁচনি সেইলোকে কাৰ্যকৰী কৰিব। সামৰিক নেতাসকলেও এই ব্যৱস্থা অনুমোদন কৰিলে, কাৰণ তেওঁলোকৰো অভিলাষ আছিল পুনৰ এক পৰাক্ৰমী সৈন্যবাহিনী গঢ়ি লৈ ওঠৰ চনৰ পৰাজয়ৰ কলঙ্ক মোচন কৰা। ৰক্ষণশীল আৰু সামৰিক নেতাসকলে হিট্‌লাৰ বোলা মহুয়াটিক ভালকৈ চিনি পোৱা হ'লে এনে মূৰ্খামি কৰিবলৈ কেতিয়াও ন'গ'লহেঁতেন। এই মূৰ্খামিৰ পোটক অচিৰে তেওঁলোকে বঢ়িয়াকৈ পাব।

হিট্‌লাৰ তৰ্ক-বিতৰ্কলৈ ন'গৈ তিনিখন আসনতে সন্তুষ্ট হ'ল। তেওঁ পেটে পেটে ভাবিলে এবাৰ চান্‌চেলৰৰ আসনত বহি ল'ব পাৰিলে কোনে কাক জেপত স্থমুৱায় চোৱা যাব।

১৯৩৩ চনৰ ৩০ জানুৱাৰীৰ জাৰৰ ৰাতিপুৱা প্ৰেচিডেণ্টৰ আমন্ত্ৰণত হিট্‌লাৰে তেওঁক আহি সসম্ভ্ৰমে, নতশিৰে অভিবাদন জনালে, আৰু অভিজাত গোষ্ঠীৰ ৰাষ্ট্ৰপতি হিণ্ডেনবুৰ্গে "অষ্ট্ৰীয় কেলেহুৱাক" স্থসভ্য জাৰ্মান জাতিৰ শিৰত আসন পাতি বহুৱালে। গণতান্ত্ৰিক ভাইমাৰ বিপাব্লিকৰ মৰণযাতনাৰ সেই দিনা ওৰ পৰিল। ১৯৩৩ চনৰ ৩০ জানুৱাৰীৰ দিনটোক জাৰ্মান জাতিৰ বুৰঞ্জীৰ মৰ আঁউসীৰ নিশা বুলিব পাৰি।

ওপৰত বৰ্ণোৱা ঘটনাৱলীৰপৰা বুজিবলৈ সৰহ পৰ নালাগিব যে জাৰ্মানিত হিট্‌লাৰৰ বাৰ বছৰীয়া দানৱীয় শাসন, জাৰ্মান নেতৃবৰ্গ, তথা জাৰ্মান জাতিয়ে নিজে মূৰত পাতি লৈছিল। ১৯৩২ চনৰ ৩১ জুলাইৰ নিৰ্বাচনতো শতকৰা ৩৩ জনেহে মাত্ৰ হিট্‌লাৰক সমৰ্থন জনাইছিল। কমিউনিষ্ট পাৰ্টি চলিছিল মস্কোৰ নিৰ্দেশ অনুসৰি; কিন্তু কমিউনিষ্ট পাৰ্টিক বাদ দিও আন আন ৰাজনৈতিক দলবিলাক তাৰ পাছতো যদি এক গোট হ'লহেঁতেন, সাংবিধানিক বাটেদি হিট্‌লাৰে ক্ষমতা লাভ কৰিব নোৱাৰিলেহেঁতেন। কিন্তু সেই স্থমতিয়ে সেই সময়ত জাৰ্মান নেতৃবৰ্গৰ মূৰত ঠাই নাপালে। আৰু সেনানায়ক-সকলেও সমুখৰ বিপদবস্তিক বিপদ বুলি গণ্য নকৰি সাদৰেৰে আঁকোৱালিহে ল'লে। বিজ্ঞান, দৰ্শন, বুৰঞ্জী, কলা সকলো বিষয়তে আগবঢ়া জগতৰ অন্যতম অগ্ৰগামী জাতি, জাৰ্মান জাতিৰ বুৰঞ্জীৰ চিৰ দিনলৈ কলঙ্কিত, ঘৃণিত হিট্‌লাৰৰ যুগটোৰ অৱতাৰণা যে জাৰ্মান জাতিয়ে নিজেই কৰিছিল সেই সম্বন্ধে দুই মতৰ থল নাই। হুতুক বৰবকৰা পাতি তাৰ ফল সেই জাতিয়ে ভালকৈয়ে পাব।

## তৃতীয় অধ্যায়

# ক্ষমতাৰ শিখৰত

## এক

## চানচেলৰ ও ডিক্টেটৰ

ৰাষ্ট্ৰপতি, ৰক্ষণশীল নেতৃবৰ্গ আৰু সৈন্যবাহিনী—এই তিনিউভাগ শক্তিয়ে মিলি হিট্‌লাৰক ক্ষমতাৰ আসনত থাপিছিল। গতিকে, হিট্‌লাৰৰ সকলোতকৈ তেতিয়া আগতীয়া কাম হ'ল এই তিনিউটা শক্তিক নিশকতীয়া কৰি, সকলো ক্ষমতা নিজৰ হাতলৈ আনি "নাৎচি বিপ্লৱ", অৰ্থাৎ নিজৰ আঁচনি সম্পূৰ্ণ কৰা। চানচেলৰ হোৱাৰ চৌৱিছ ঘণ্টাৰ ভিতৰতে তেওঁ সেই কামত হাত দিলে।

সংসদৰ ৫৮৩ খন আসনৰ ভিতৰত নাৎচি আৰু নেশ্বনেলিষ্ট্ পাৰ্টিৰ অধিকাৰত আসন আছিল ২৪৭ খন। গতিকে মধ্যপন্থী দলৰ ৭০ জন সদস্যৰ সমৰ্থন নাপালে হিটলাৰৰ চৰ্কাৰ নচলে। সেই দলৰ সমৰ্থনৰ প্ৰতিশ্ৰুতি লৈ হে চৰ্কাৰ গঠন কৰা হৈছিল। চানচেলৰৰ পদ পোৱাৰ দিনাই আবেলি পাঁচ বজাত বহওৱা কেবিনেট মিটিঙত হিট্‌লাৰে প্ৰস্তাৱ দিলে যে মধ্যপন্থী দলৰ আজি আছে কালি নাই সমৰ্থনৰ ওপৰত নিৰ্ভৰ কৰি বলিষ্ঠ চৰ্কাৰ থাপনা কৰিব নোৱাৰি; গতিকে, নতুনকৈ নিৰ্বাচন পাতিব লাগে। মন্ত্ৰীমণ্ডলীক তেওঁ প্ৰতিশ্ৰুতি দিলে যে নিৰ্বাচনৰ ফলাফল যিয়েই নহওক লাগে মন্ত্ৰীসভাৰ সালসলনি কৰা ন'হ'ব বুলি প্ৰতিশ্ৰুতি পাই মন্ত্ৰীসভাই সাদৰেৰে প্ৰস্তাৱ সমৰ্থন কৰিলে। চোৰৰ শপতৰ মোল কি মন্ত্ৰীমণ্ডলীয়ে পিছত হে গম পাব।

হিট্‌লাৰে নতুন নিৰ্বাচন বিচৰাৰ অন্তৰালত উদ্দেশ্য কি আছিল বুজিবলৈ সৰহ পৰ নালাগে। তেওঁ ভাবিলে ৰাষ্ট্ৰীয় ক্ষমতাৰ সকলো সুবিধা লৈ নিৰ্বাচনত একক গৰিষ্ঠতা লাভ কৰা অকণো টান ন'হ'ব। নেশ্বনেলিষ্ট পাৰ্টিক তেতিয়া মন্ত্ৰীসভাত ঠাই দিয়াৰো আৱশ্যকতা নাথাকিব। এই দৰে মন্ত্ৰীসভাৰ প্ৰথমখন বৈঠকতে, হিট্‌লাৰক জেপত সুমুৱাই লৈ কামত আগ বাঢ়িবলৈ ওলোৱা মন্ত্ৰী

কেউজনহে হিট্‌লাৰৰ আঁঠুৱাৰ তলৰ মহ হ'ল। এতিয়াৰপৰা হিট্‌লাৰে গুৱিত কাটি আগত পানী চালিবলৈ ল'ব।

নিৰ্বাচনৰ দিন ধাৰ্য্য কৰা হ'ল ৫ মাৰ্চলৈ। মহা পন্নোভৱেৰে নাৎচি পাৰ্টিয়ে নিৰ্বাচনী অভিযান আৰম্ভ কৰিলে। নিৰ্বাচন চলোৱাৰ খৰচ আদায় কৰিবলৈ ফেব্ৰুৱাৰী মাহৰ ২০ তাৰিখে পুঁজিপতিসকলৰ এখন সভা আহ্বান কৰা হ'ল। সভাত হিট্‌লাৰে ঘোষণা কৰিলে: "গণতান্ত্ৰিক ৰাষ্ট্ৰত প্ৰাইভেট এণ্টাৰপ্ৰাইজে গা কৰিব নোৱাৰে; জনগণে ব্যক্তিকেন্দ্ৰিক ক্ষমতাৰ মৰ্ম বুজিলেহে প্ৰাইভেট্‌ এণ্টাৰপ্ৰাইজক টনকিয়াল কৰিব পৰা হ'ব।......বজ্ৰমুষ্টিৰেহে সাংস্কৃতিক উৎকৰ্ষ সাধন কৰিব পাৰি।......এয়ে আমাৰ দেশৰ শেষ নিৰ্বাচন। অন্ততঃ আৰু দহ বছৰলৈ—হয়তো এশ বছৰলৈ আৰু নিৰ্বাচন পতা ন'হ'ব।" পুঁজিপতিসকলক আশ্বাস দি তেওঁ ইয়াকো ক'লে যে কমিউনিষ্ট্‌ আৰু মাৰ্কচিষ্ট সকলক নিৰ্মূল আৰু সৈন্যবাহিনীক সবল কৰা হ'ব যাতে পুঁজিপতিসকলে নিৰাপত্তাৰ আশ্ৰয়ত থাকি উন্নতিৰ পথত আগ বাঢ়িব পাৰে।..."মনত ৰাখিব, নিৰ্বাচনত হাৰিলে আন পন্থা অৱলম্বন কৰি, আনবিধ অস্ত্ৰেৰে হ'লেও ক্ষমতা মোৰ হাতত মই ৰাখিমেই।" গ্যোৰিঙে তাৰ পাছত প্ৰভুৰ সুৰত সুৰ মিলাই ক'লে: "গতিকে পুঁজিপতিসকলে ত্যাগ স্বীকাৰ কৰি হ'লেও আমাৰ পাৰ্টিলৈ মুক্ত হস্তে ধনগুণি যোগোৱা যুগুত হ'ব।"

হিট্‌লাৰৰ বাণী শুনি, নিৰ্বাচন, গণতন্ত্ৰ, নিৰস্ত্ৰীকৰণ (disarmanent) আদি ননচেন্সৰ অন্ত পৰিল বুলি ভাবি শিল্পপতি, বাণিজ্যপতি পুঁজিপতিসকলে সন্তোষ প্ৰকাশ কৰিলে। সিসকলৰ মাজত বিচক্ষণ অৰ্থনীতিবিদ ডক্টৰ শাখটো আছিল। টুপী হাতত লৈ সদস্যসকলৰ আঙ্গলীৰ মাজে মাজে চৰণ বুলাই সেই দিনাই সভামণ্ডপতে তেওঁ হিটলাৰক তিনি নিযুত মাৰ্ক গোটাই দিলে। শাখ্‌টৰ লেখিয়া এজন মেধাবী পুৰুষো কেনেকৈ হিট্‌লাৰৰ প্ৰতি শ্ৰদ্ধা ভক্তিত বিগলিত হৈছিল ভাবি বিমোৰত পৰিব লগীয়া হয়। লাহে লাহে বিত্তীয় বিষয়ত তেওঁৱেই হিট্‌লাৰৰ সোঁহাত স্বৰূপ হৈ উঠিব আৰু কালত তাৰ গুটনিও বঢ়িয়াকৈয়ে পাব।

ফেব্ৰুৱাৰী মাহৰ আগ ভাগতে কমিউনিষ্ট্‌ পাৰ্টিৰ সভা-সমিতি পতাৰ অধিকাৰ ৰহিত কৰি হিট্‌লাৰে নিষেধাজ্ঞা জাৰি কৰিলে। কমিউনিষ্ট্‌ বাতৰি-কাকত-বোৰ বাজেয়াপ্ত কৰা হ'ল। তাৰ পাছৰপৰা নাৎচি পাৰ্টি নিৰ্বাচন অভিযানত ভালকৈয়ে লাগি গ'ল। চচিয়েল ডেমক্ৰেট্‌চ্‌ আদি আন আন পাৰ্টিৰ সভা-সমিতি এচ-এৰ গুণ্ডাইতে মাৰধৰ কৰি ভাঙি দিবলৈ ধৰিলে। চচিয়েলিষ্ট্‌ পাৰ্টিৰ

বাতৰি-কাকতবোৰো বন্ধ কৰি দিয়া হ'ল। মধ্যপন্থী কেথলিক পাৰ্টিৰো নাৎচি জুলুমৰ হাত সাৰিব নোৱাৰিলে। প্ৰাক্তন চান্‌চেলৰ ব্ৰ্যানিঙৰ গাতো এদিন হাত লগোৱাৰ উপক্ৰম হ'লত, হাতীয়ে ওদালৰ গুৰিত কান্দিবলৈ যোৱাদি তেওঁ পুলিচক আশ্ৰয় বিচাৰি গৈছিল। পিছে পুলিচে আশ্ৰয় দিয়ে ক'ৰপৰা? প্ৰুচিয়া ৰাজ্য জাৰ্মান ৰাষ্ট্ৰৰ এক তৃতীয়াংশ। ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক ৰাজধানী বাৰ্লিন প্ৰুচিয়াৰ মাজত অৱস্থিত। পাপেন তেতিয়া প্ৰুচিয়াৰো মুখ্যমন্ত্ৰী, গ্যোৰিং আভ্যন্তৰীণ-বিষয়ৰ মন্ত্ৰী। পাপেনলৈ পিছে গ্যোৰিঙে থোৰাই হে কেয়াৰ কৰিছিল। গণতান্ত্ৰিক বুলি শ শ চৰ্কাৰী বিষয়াক তেওঁ বৰ্খাস্ত কৰি তেওঁলোকৰ ঠাইত এচ-এৰ গুণ্ডা এমথাক মকৰৰ কৰিলে। পুলিচক তেওঁ আদেশ দিলে: এচ-এ আৰু এচ-এচৰ চিপাহীৰ লগত কেতিয়াও যেন সংঘৰ্ষ ঘটাবলৈ তেওঁলোক নাযায়; "দেশৰ শত্ৰুবোৰৰ" ওপৰত গুলী চলাবলৈ যেন পাছ নোহোঁহকে, তেনে কৰিলে শাস্তি বিহা হ'ব, অৰ্থাৎ হিট্‌লাৰৰ বিৰুদ্ধে যেয়ে মাত মাতে তাকে গুলীয়াই মাৰিলে একো জগৰ নালাগে। এই কাম যাতে সুকলমে, সুচাৰুৰূপে কৰিব পৰা যায় তাৰ বাবে পঞ্চাছ হাজাৰ চিপাহীৰ নিজগৰীয়াকৈ নিজা ফৌজ এটাও গ্যোৰিঙে যতনালে। তাৰে চল্লিছ হাজাৰ অনা হৈছিল এচ-এৰ পৰা বদলি কৰি। **Police power in Prussia was thus largely carried out by Nazi thugs. It was a rash German who appealed to such a "police" for protection against Nazi terrorists:** ***Shirer.*** নিৰ্বাচন অভিযানত একাৱন্ন জন বিৰোধী দলৰ লোকে নাৎচি গুণ্ডাৰ হাতত প্ৰাণ হেৰুৱালে; ঘূণীয়া হোৱা লোকৰ লেখজোখ নাই। নাৎচি দলৰো ওঠৰ জন মৰিছিল বুলি সেই দলে প্ৰচাৰ কৰিছিল।

ফেব্ৰুৱাৰী মাহৰ ২৪ তাৰিখে গ্যোৰিঙৰ পুলিচে কমিউনিষ্ট পাৰ্টিৰ কাৰ্য্যালয়ত খানাতল্লাচি চলালে। ইতিমধ্যে কাৰ্য্যালয়ৰ কৰ্মীসকল আৰু ভালেমান কমিউনিষ্ট নেতা আণ্ডাৰ-গ্ৰাউণ্ড হৈছিল নাইবা কচিয়ালৈ পলাই গৈছিল। পাৰ্টিৰ আফিছত কেতবোৰ কাগজ-পত্ৰ জব্দ কৰি গ্যোৰিঙে প্ৰচাৰ কৰিলে যে জাৰ্মানিত বিপ্লৱ ঘটাবলৈ কমিউনিষ্ট দল সাজু হোৱাৰ তহতহীয়া প্ৰমাণ সেই বিলাক কাগজ-পত্ৰত পোৱা গৈছে। সেই কথাত কোনো পতিয়ন নোযোৱা যেন দেখি তাতোকৈ চাঞ্চল্যকৰ এটি কাণ্ড কৰা হ'ল। ফেব্ৰুৱাৰীৰ ২৭ তাৰিখে নিশা সংসদভৱনত অগ্নিসংযোগ কৰা হ'ল। বিৰাট অট্টালিকাটো জহি-খহি ভাগি পৰিল। গ্যোৰিঙে টেঁটু ফালি চিঞৰিবলৈ ধৰিলে যে সেইটো কমিউনিষ্টৰ বাহিৰে আন

কাৰো কাম হ'ব নোৱাৰে। চেৰা বলিয়া এটি কমিউনিষ্টক সংসদভৱনৰ ওচৰত পোৱা গ'ল। ভৱনত জুই দিয়াৰ অভিযোগত নিৰ্দোষী প্ৰাণীটি ফাঁচীৰ কাঠত ওলমিল। পিছত গ্যোবিঙে নিজেই সেই কাম কৰোৱা বুলি বাহু ভাঙি মাৰি গৰ্ব কৰিছিল। দ্বিতীয় মহাসমৰৰ অন্তত ন্যুৰেমবেৰ্গত war criminals-অৰ বিখন বিচাৰ বহিছিল তাত হিট্‌লাৰৰ কুখ্যাত চোৰাং চোৰা পুলিচ বাহিনী 'গেষ্টাপ'ৰ এজন বৰমূৰীয়া, কভলক্‌ ডিয়েকে স্বীকাৰ কৰিছিল যে সংসদভৱনত জুই লগাৰ আগতে, ঘটনাৰ পাছত কাক কাক গ্ৰেপ্তাৰ কৰিব লাগিব তাৰ এখন তালিকা গ্যোবিঙে তেওঁক দিছিল।

সংসদভৱনৰ অগ্নিকাণ্ড আছিল হিট্‌লাৰৰ হাতলৈ নিৰংকুশ ক্ষমতা অনাৰ এটি চক্ৰান্ত মাথোন। ঘটনাৰ পাছ দিনাই ৰাষ্ট্ৰৰ নিৰাপত্তাৰ বাবে এটি ডিক্ৰী (অধ্যাদেশ) জাৰি কৰিবলৈ হিট্‌লাৰে ৰাষ্ট্ৰপতি হিণ্ডেনবুৰ্গক মান্তি কৰালে। জাৰ্মান সংবিধানৰ যি সাতোটা সূত্ৰই জাৰ্মান নাগৰিকক ব্যক্তিগত স্বাধীনতা দিছিল, এই অধ্যাদেশ অনুসৰি সেই সাতোটা সূত্ৰ সাময়িক ভাবে (।) নাকচ কৰা হ'ল। অধ্যাদেশৰ এক অংশৰ ইংৰাজী ভাঙনি তলত তুলি দিয়া হ'ল :

**Restrictions on personal liberty, on the right of free expression of opinion, including freedom of the press, on the rights of assembly and association, and violation of the privacy of postal, telegraphic communications, and warrants for house searches, orders for confiscations as well as restrictions on property, are also permissible beyond the legal limits otherwise prescribed.**

এই অধ্যাদেশৰ নাম দিয়া হৈছিল "কমিউনিষ্টসকলৰ সন্ত্ৰাসবাদী কাৰ্য্যকলাপৰ সংক্ৰান্তত আত্মৰক্ষামূলক ব্যৱস্থা।"

উপৰোক্ত ব্যৱস্থাৰ উপৰিও অধ্যাদেশে হিট্‌লাৰৰ চৰ্কাৰক জাৰ্মানিৰ ৰাজ্য চৰ্কাৰবিলাকৰ ক্ষমতাও নিজৰ হাতলৈ আনিবৰো অধিকাৰ দিলে। সশস্ত্ৰ লোকে শান্তিভঙ্গ কৰা আদি ভালেমান আন আন অপৰাধত প্ৰাণদণ্ড বিহিব পৰাৰ ব্যৱস্থাও কৰা হ'ল। এই অধ্যাদেশৰ জৰিয়তে যাকে মন যায় তাকে ফাটেকত সুমুওৱাৰ আইন সঙ্গত ক্ষমতা হিট্‌লাৰে আদায় কৰিলে। এই পাট অস্ত্ৰকে প্ৰয়োগ কৰি চাৰি হাজাৰ কমিউনিষ্ট, চচিয়েল ডেমক্ৰেটচ্‌ পাৰ্টিৰ নেতাসকলক আৰু ভালেমান উদাৰপন্থী নেতাক বিনা দোষত বিনা বিচাৰে

কাটেকত ভৰোৱা হ'ল। ট্ৰাকে ট্ৰাকে অলোধৰ টেকেলা এচ-এৰ হিংলেধাৰী চিপাহীয়ে বার্লিন মহানগৰীৰ আলিয়ে আলিয়ে দিনে নিশাই ঘূৰি যাৰ ঘৰতে মন যায় তাৰ ঘৰতে দুৱাৰ ভাঙি সোমাই শই শই নির্দোষী প্রাণীক এচ-এৰ ছাউনিলৈ টানি নি মাৰি-কিলাই নগুৰ-শাস্তি কৰিবলৈ ধৰিলে।

এই প্রণালীৰে আৰু কমিউনিষ্ট বিপ্লৱৰ সম্পূর্ণ মিছা বৰ তুলি জার্মান জনগণৰ মনত আতঙ্কৰ সৃষ্টি কৰি হিট্‌লাৰে তেওঁ লোকক পৰোক্ষ ভাবে বুজনি দিলে যে সাদিনৰ পাছত নাৎচি পার্টিক ভোট নিদিলে বিপদ আছে।

সমগ্র জার্মানিত সন্ত্রাসৰ সৃষ্টি হ'ল। হিট্‌লাৰৰ অত্যাচাৰ দমন কৰিবলৈ ব্ৰ্যানিঙে ৰাষ্ট্ৰপতিৰ ওচৰত আবেদন জনালে। তিনি বুঢ়া ৰাষ্ট্ৰপতিয়ে আবেদন শুনিও শুনাৰ ভাও ধৰিলে। অসাঠন ৰাষ্ট্ৰপতি হিট্‌লাৰৰ জয়-যাত্ৰাত আয়ুৰ লগত বায়ু সহায় হ'ল।

সন্ত্রাস সৃষ্টি কৰাৰ উপৰিও এনে বিৰাট সমাৰোহেৰে হিট্‌লাৰে নির্বাচনী অভিযান চলাবলৈ লাগিল যে তেনে অভিযান জার্মান জাতিয়ে তাৰ আগত কোনো দিনা দেখিবলৈ পোৱা নাছিল। চৰকাৰী আকাশবাণীত নিতৌ হিট্‌লাৰ, গ্যোৰিং আৰু গ্যোবেল্‌চৰ বাণী জার্মানিৰ ইমূৰৰ পৰা সিমূৰলৈ ৰজনজনাই গ'ল, বাটে-ঘাটে, চুকে-কোণে বিৰাট বিৰাট সভা বহিল, আলিয়ে-পদূলিয়ে বিশাল বিশাল স্বস্তিকা পতাকা উৰিবলৈ ধৰিলে, দিনে নিশাই নাৎচি নেতৃবৃন্দৰ গগনভেদী চিঞৰত কাণ তাল মাৰিলে। আলিবাটে আলিবাটে হাজাৰ বিজাৰ এচ-এ আৰু এচ-এচৰ চিপাহীৰ গেবেপ গেবেপ খোজ, চতুর্দিশে জাননী আৰু নাৎচি নেতাসকলৰ বৰ বৰ একোখন ছবি, নিশা চহৰ তলিত মেজিৰ জুইয়ে প্ৰতিখন জার্মান নগৰক একোখনি ৰঙ্গমঞ্চৰ ৰূপ দিলে। ভোটাৰসকলৰ চকুৰ আগত এখনি জার্মান স্বৰ্গপুৰীৰ সপোনো দেখুওৱা হ'ল আৰু লগতে কমিউনিষ্ট বিপ্লৱ আৰু নির্যাতনৰ ভীতিও প্রদর্শন কৰা হ'ল। ৩ মার্চৰ দিনা ফ্ৰাঙ্কফুর্ট নগৰত বহা এখন সভাত গ্যোৰিঙে ঘোষণা কৰিলে: "আইন আৰু বিচাৰৰ তয়ত আমাৰ কৰিবলগীয়া কাম কৰিবলৈ আমি পিছ নুহঁহকিম। ৰাষ্ট্ৰীয় সকলো ক্ষমতা আৱশ্যক মতে আমি প্রয়োগ কৰিম।" আঁচু কাঠৰ তল পাই এইবাৰ শিয়াল পথৰা হ'ল।

কিন্তু এই সকলোবিলাক পন্থা অৱলম্বন কৰিও হিট্‌লাৰে একক গৰিষ্ঠতা লাভ কৰিব নোৱাৰিলে। অধিকাংশ জার্মানে হিট্‌লাৰ আৰু তেওঁৰ পার্টিৰ বিপক্ষে ভোট দিলে। নাৎচি পার্টিয়ে মোঠৰ নিকুত অর্থাৎ শতকৰা ৪৪ টা ভোট আৰু সংসদত ২৮৮ খন আসনহে পালে। নেশ্যনেলিষ্ট পার্টিৰ-পৰা নির্বাচিত হোৱা

৩২ জন সদস্যৰ সহায়ত হিট্লাৰে চৰ্কাৰ গঠন কৰিলে, কিন্তু সংবিধান সংশোধন কৰি ডিক্টেটৰ হ'বলৈ তেওঁক সংসদৰ এক তৃতীয়াংশ ভোট লাগে। গতিকে তেওঁ আন পন্থা অৱলম্বন কৰিবলগীয়াত পৰিল। বিনা বিচাৰে যাকে মন যায় তাকে কাটেকত সুমুওৱাৰ ক্ষমতা তো ইতিমধ্যে তেওঁ পাইছিলেই। তেওঁৰ আৰু এক আচঁনিৰ নতুন আইন সংসদত দাঙি ধৰিবৰ দিনা বিৰোধী দলৰ সদস্য এমখাক কাটেকত নি সুমুৱাই থ'লেই তো হ'ল। এক তৃতীয়াংশ ভোট যোগাৰ কৰাত অসুবিধা কি আছে? হিট্লাৰ এইবাৰ কথা হাঁহক পতান দি ভুককাবলৈ ওলাল।

সংসদভৱনৰ অভাৱত ২১ মাৰ্চৰ দিনা তৃতীয় ৰাইখৰ সংসদৰ প্ৰথম অধিবেশন এটা গিৰ্জা ঘৰত আৰম্ভ হ'ল। ২৩ মাৰ্চৰ দিনা 'ক্ৰাল অপেৰা হাউচ'ত বহা অধিবেশনত হিট্লাৰে জাৰ্মান ৰাষ্ট্ৰ আৰু জনগণৰ দুখ-দুৰ্গতি নিবাৰণৰ অৰ্থে (**Gesetz zur Behebung der Not von Volk and Reich — Law for Removing the Distress of the People and the Reich**) '**Enabling Act** (ইংৰাজী ভাঙনি) নাম দি আৰু এখন নতুন আইনৰ প্ৰস্তাৱ সংসদত দাঙি ধৰিলে। সংসদৰ বৈঠক বহাৰ আগতে কমিউনিষ্ট্ দলৰ ৮১ জন সদস্যক আটক কৰা হ'ল আৰু চচিয়েল ডেমক্ৰেটচ পাৰ্টিৰ বাৰ জন সদস্যক এচ-এৰ গুণ্ডাইতে সংসদত প্ৰৱেশ কৰাত বাধা দিলে।

ইনেব্লিং এক্টত প্ৰস্তাৱ কৰা হ'ল যে দেশৰ আৰু দেশবাসীৰ দুখ-দুৰ্গতি যাতে আঁতৰাব পাৰি তাৰ বাবে চাৰি বছৰলৈ আইন জাৰি, বাজেট নিয়ন্ত্ৰণ, আন আন ৰাষ্ট্ৰৰ লগত সন্ধি স্থাপন আৰু সংবিধান সংশোধন কৰাৰ ক্ষমতা পাৰ্লামেণ্টে মন্ত্ৰী-মণ্ডলীৰ হাতত ন্যস্ত কৰিব লাগে, আৱশ্যক হ'লে সংবিধান-বিৰুদ্ধ আইন জাৰি কৰাৰ ক্ষমতাও চান্চেলৰক দিব লাগে। লগতে অৱশ্যে এই প্ৰতিশ্ৰুতিও দিয়া হ'ল যে আৱশ্যক ন' হ'লে এই জৰুৰীকালীন ক্ষমতা চান্চেলৰ আৰু মন্ত্ৰী-সভাই কাৰো বিপক্ষে প্ৰয়োগ নকৰে; ৰাইখ্‌টাগ আৰু প্ৰেচিডেণ্টৰ ক্ষমতা অটুট থাকিব; ৰাজ্য চৰ্কাৰৰ কাৰ্য্যত কেন্দ্ৰীয় চৰ্কাৰে হেতা-ওপৰা নকৰে; কাচিৎ কেতিয়াবাহে প্ৰস্তাৱিত ক্ষমতাৰ প্ৰয়োগ আৱশ্যকীয় হ'ব পাৰে।

শেহৰ কথাকিকাকিত কৈ ব্যঙ্গ আৰু হাস্য ৰসৰ অনুপম চানেকী কোনো দেশৰ পাৰ্লামেণ্টৰী বুৰঞ্জীত কিজানি বিচাৰি পোৱা নাযাব। বোলে এক চকুৰে তেল বেচ এক চকুৰে পানী বেচ।

এই বৈপ্লৱিক প্ৰস্তাৱ শুনি সভাসদসকল নিৰ্বাক। চচিয়েল ডেমক্ৰেটচ্ পাৰ্টিৰ

সদস্যসকল সভাত সোমাব পৰা নাছিল যদিও সেই পার্টিৰ নেতা অট' ভেল্‌চ কোনো প্ৰকাৰে উপস্থিত হৈছিলহি। একমাত্ৰ তেওঁ আবেগপূর্ণ এটি ভাষণেৰে প্ৰস্তাৱৰ তীব্ৰ প্ৰতিবাদ কৰি গা দাঙি ক'লে : ( ইংৰাজী ভাঙনি ) **We German Social Democrats pledge ourselves solemnly in this historic hour to principles of humanity and justice, of freedom and socialism. No enabling act can give you the power to destroy ideas which are eternal and indestructible.**

ভেল্‌চৰ প্ৰতিবাদ শুনি হিট্‌লাৰৰ ধৈৰ্য্যচ্যুতি ঘটিল। সংসদতে তেওঁ টেঁটু ফালি চিঞৰি উঠিল :

"আপুনি ইয়ালৈ অহাত পলম হ'ল ভাঙৰীয়া, পলম হ'ল। ইয়াত আপোনাৰ উপস্থিতি আমি নিবিচাৰোঁ। আপোনাৰ মৰণ শিঙা বাজি উঠিছে।...... আপোনাৰ ভোট মোক নালাগে। জাৰ্মানিক মই মুক্ত কৰিম। তাৰ বাবে আপোনাৰ সাহায্যৰ আৱশ্যক ন' হ'ব।"

সংসদে গিৰ্জনি মাৰি হিট্‌লাৰক সমৰ্থন জনালে। আন কি ভূতপূৰ্বীয়া জাৰ্মান জাতিৰ শিৰৰ মুকুট, জাৰ্মান সৈন্যবাহিনীৰ পূজ্য শীৰ্ষস্থানীয় নেতা হিণ্ডেনবুৰ্গেও প্ৰস্তাৱিত বে-আইনী আইনত 'ভেট' প্ৰয়োগ কৰক ছাৰি হিট্‌লাৰৰ নতুন চৰ্কাৰক আশীৰ্বাদ হে জ্ঞাপন কৰিলে। সৰ্বসন্মতিক্ৰমে ( প্ৰায় ) 'ইনেব্লিং এক্‌ট' গৃহীত হ'ল। জলকীয়াৰ জলাকেই সোৱাদ পাই সংসদে শিয়ালৰ ভিভিত মগুহৰ ভাৰ আৰি দিলে।

সেই দিনাই, ১৯৩৩ চনৰ ২৩ মাৰ্চৰ দিনাই, জাৰ্মানিত গণতন্ত্ৰ সমাধিস্থ হ'ল। জাৰ্মান প্ৰজাৰ মুখপাত্ৰসকলে পাৰ্লামেণ্টৰ, অৰ্থাৎ নিজৰ, মৃত্যুদণ্ডৰ আদেশত নিজে স্বাক্ষৰ প্ৰদান কৰিলে। সাংবিধানিক বিধি অনুসৰিয়েই ইনেব্লিং এক্‌টৰ যোগেদি সংসদে হিট্‌লাৰক জাৰ্মানিৰ ডিক্টেটৰ পাতিলে। সেই দিনাৰপৰাই জাৰ্মান নাগৰিকে তেওঁলোকৰ সকলো ব্যক্তিগত আৰু সাংবিধানিক স্বত্ব এটি এটিকৈ হেৰুৱাবলৈ ধৰিব।

জাৰ্মান জাতিৰ বুৰঞ্জীৰ আৰম্ভণিৰে পৰা জাৰ্মান ৰাষ্ট্ৰৰ ( পাছত সাম্ৰাজ্যৰ ) অন্তৰ্গত ৰাজ্যবিলাকে স্বতন্ত্ৰ অস্তিত্ব বজাই ৰাখি চলি আহিছিল। সেই ৰাজ্য-বিলাকৰ স্বতন্ত্ৰতাত হাত নিদিব বুলি হিট্‌লাৰে দিয়া প্ৰতিশ্ৰুতিৰ এসপ্তাহৰ পিছতে ৩১ মাৰ্চৰ দিনা ইনেব্লিং এক্‌টৰ জৰিয়তে প্ৰত্যেকখন ৰাজ্যতে একোজনকৈ গৱৰ্ণৰ (Reichstaathaelter) পাতি তেওঁলোকক ৰাজ্যিক চৰ্কাৰ ভঙা গঢ়া কৰাৰ,

ইচ্ছা মতে বাজ্যিক 'ডিয়েট্' ( সংসদ ) ভঙ্গ কবি দিয়াৰ (dissolve), বিচাৰক-সকলকে আদি কবি সকলো চৰ্কাৰী বিষয়াক নিযুক্তি দিয়াৰ ক্ষমতা দিয়া হ'ল। ক'বই নালাগে যে প্ৰত্যেকজন গভৰ্ণৰক নাৎচি পাৰ্টিৰ সভ্যসকলৰ মাজৰপৰাহে বাছি লোৱা হৈছিল। প্ৰধান কৰ্তব্য হিচাপে গভৰ্ণৰসকলৰ গাত ভাৰ দিয়া হ'ল, ৰাইখ চান্‌চেলৰৰ সকলো হুকুম তামিল কৰাৰ আৰু তেওঁ ধাৰ্য্য কৰা নীতি বলবৎ কৰাৰ।

এইদৰে, জাৰ্মানিৰ বুৰঞ্জীৰ আন দুই দুৰ্দ্ধৰ্ষ ডিক্টেটৰ, বিচ্‌মাৰ্ক আৰু কাইজাৰ দ্বিতীয় ভিল্‌হেল্মে যি কাম কৰিবলৈ সাহ কৰা নাছিল, হিট্লাৰে ক্ষমতাত অধিষ্ঠিত হোৱাৰ ছুমাহৰ মাজতে সেই কাম সমাধা কৰিলে। প্ৰত্যেকখন ৰাজ্য তৃতীয় ৰাইখৰ আভ্যন্তৰীণ বিভাগৰ মন্ত্ৰীৰ তলতীয়া কেন্দ্ৰীয় প্ৰশাসনীয় যন্ত্ৰৰ একোটি অঙ্গৰ পৰ্য্যায়লৈ নামিল।

মে মাহৰ ২ তাৰিখে নাৎচি গুণ্ডাইঁতে জাৰ্মানিত য'ত যিমান ট্ৰেইড্ য়ুনিয়নৰ আফিছ আছিল সেইবোৰ দখল কৰি কৰ্মীসকলক মাৰিকিলাই তাৰপৰা বাহিৰ কৰি ট্ৰেইড্ য়ুনিয়নৰ ধন-বিত্ত সকলোবোৰ বাজেয়াপ্ত কৰি, নেতাসকলক বিনা বিচাৰে ফাটেকত ভৰাই জাৰ্মানিত ট্ৰেইড্ য়ুনিয়ন আন্দোলনৰ পতং পেলালে। ট্ৰেইড্ য়ুনিয়ন বিলাকৰ ঠাইত হিট্লাৰে থাপনা কৰিলে 'জাৰ্মান লেবাৰ ফ্ৰণ্ট' নাম দি তেওঁৰ প্ৰতি অনুগত এটি অনুষ্ঠান। এই ব্যৱস্থাৰে শিল্পানুষ্ঠানৰ গৰাকীসকলক কৰ্মীসকলৰ ওপৰত সৰ্বেসৰ্বা পতা হ'ল।

এই ব্যৱস্থাত শিল্পপতিসকলে নাৎচি পাৰ্টিলৈ তেওঁলোকে যোগোৱা বৰঙণিয়ে গুণ দিছে বুলি ভাবি পোনতে ভালকে পাইছিল। কিন্তু শিল্প-বাণিজ্যৰ উন্নতি সাধিবলৈ সমাজত আইন-শৃঙ্খলা লাগে। জাৰ্মানিত আইন-শৃঙ্খলা বুলিবলৈ যেতিয়া একো নাইকিয়া হৈ আহিবলৈ ধৰিলে তেতিয়াহে তেওঁলোকে গঁজাল পালে যে তেওঁলোকৰ ভৱিষ্যতো বৰ উজ্জল ন'হ'ব। আইনৰ বান্ধ্ ঢিলা হৈ পৰিলত এচ-এৰ গুণ্ডাইঁতে বাটে ঘাটে যাকে মন যায় তাকে ধৰি পিটিছিল, গ্ৰেপ্তাৰ কৰিছিল আৰু কিমানক যে প্ৰাণে মাৰিছিল তাৰ লেখ নাই। পুলিচৰ চকুৰ আগতে দিন দুপৰত হত্যাকাণ্ড চলিলেও পুলিচে মাত মাতিব নোৱাৰিছিল। ফৰাচী বিপ্লৱৰ সময়ত বিপ্লৱীইঁতে reign of terror অনুষ্ঠিত কৰিব পাৰিছিল, ৰাষ্ট্ৰৰ শাসক সকলে ক্ষমতা হেৰুওৱাৰ ফলত; জাৰ্মানিত এই সময়ত ঠিক তাৰ ওলোটা পৰিস্থিতিৰ উদ্ভৱ হৈছিল—জাৰ্মানিত reign of terror চলাইছিল চৰ্কাৰৰে অনুচৰইঁতে, অকল চৰ্কাৰৰ প্ৰশ্ৰয়তে নহয়, চৰ্কাৰৰ আদেশ অনুসৰিও।

আৰু, হাকিমসকল আৰু পেপুৱা লাগিছিল; হুতাৰ অপৰাধতো নাৎচি ভতাক শাস্তি দিয়াৰ ক্ষমতা তেওঁলোকৰ বহিত হৈছিল। জাৰ্মানিত সেই সময়ত মাথোন একেটি আইন হে চলিছিল। সেই আইনটিৰ নাম আছিল হিট্‌লাৰ। তেওঁ ঘোষণা কৰিছিল: "আমাৰ বিপ্লৱৰ এয়া আৰম্ভণিহে। প্ৰথম বিপ্লৱ অন্ত পৰাৰ পাছত আমি দ্বিতীয় বিপ্লৱত হাত দিব লাগিব। দ্বিতীয় বিপ্লৱ সমাপ্ত হোৱাৰ পাছতহে আমাৰ কাম সম্পূৰ্ণ হ'ব। জাৰ্মান জাতিক আমি নতুনকৈ শিক্ষা দি শিক্ষিত কৰি তুলিব লাগিব।" হিট্‌লাৰৰ নতুন শিক্ষা পদ্ধতিৰ অৰ্থ আছিল যেতিয়ালৈকে দল আৰু নীতি নিৰ্বিশেষে সকলো জৰ্মান প্ৰজাই সকলো প্ৰকাৰৰ নাৎচি বৰ্বৰতা নীৰৱে মূৰ পাতি নলয় তেতিয়ালৈকে reign of terror চলি থাকিব।

বিপ্লৱৰ প্ৰথম অংশ শেষ কৰিবলৈ হিট্‌লাৰ তাৰ পাছত লাগিল ইহুদী সকলৰ পিছত। তেওঁ প্ৰচাৰ কৰিলে: এই "ইহুদীহঁত জৰ্মান নহয়। জাৰ্মানিত সিহঁতৰ প্ৰতিপত্তি পুলিয়ে পোখাই উভালিব লাগিব।" তেওঁ ক্ষমতালৈ অহাৰ কেইমাহমানৰ মাজতে হাজাৰে হাজাৰে ইহুদীয়ে বাটে-ঘাটে মাৰ খাই জখম হ'ল কেইবা হাজাৰে নাৎচি গুণ্ডাৰ হাতত প্ৰাণ হেৰুৱালে। ইহুদী সম্প্ৰদায়ৰ ওপৰত হিট্‌লাৰৰ অত্যাচাৰৰ সেয়া আছিল আৰম্ভণিহে মাথোন। তেওঁৰ ৰাজত্বৰ শেহছোৱাত ইহুদীৰ ওপৰত যি অমানুষিক, বীভৎস বৰ্বৰতা চলোৱা হ'ব তাৰ বিৱৰণ পঢ়িলে গাৰ নোম ভাল ভাল হয়, তালুৰে জিভাই লগ লাগে। হিট্‌লাৰৰ সেই কীৰ্তি যুগযুগান্তি পুতপুতাই হৈ থাকিব। সেই বৰ্বৰতাৰ সন্দৰ্ভত এলেন বুলকে কৈছে: There are few more ghastly pages in history than this attempt to eliminate a whole race, the consequence of the "discovery" made by a young down and out in Vienna slums in the 1900's that the Jews were the authors of everything that he most hated in the world.

Himmler organized the extermination of the Jews but the man in whose mind so grotesque a plan had been conceived was Hitler.

ইহুদী সকলক চৰকাৰী চাকৰিৰপৰা ইতিমধ্যে তেওঁ বঞ্চিত তো কৰিছিলেই, ১৯৩৩ চনৰ এপ্ৰিল মাহৰ ১ তাৰিখে এক নিষেধাজ্ঞা জাৰি কৰি তেওঁ কোনো ইহুদীৰ দোকানলৈ আৰ্য্য জাৰ্মান যাব নোৱৰা কৰিলে।

হিট্‌লাৰৰ পৃষ্ঠপোষক পুঁজিপতিসকলৰ অ।শাও সময় দিন নিতিছিল। এচ-এৰ গুণ্ডাইতে যেতিয়া শিল্প আৰু বাণিজ্য প্ৰতিষ্ঠান বিলাকত তাঙৰ তাঙৰ চাকৰি দাবী কৰি বহিল, মেনেজাৰসকলক মাৰিপিটি মেনেজাৰৰ চকীত বহিবলৈ বিচাৰিলে, তেতিয়াহে শিল্প আৰু বাণিজ্যপতিসকলৰ ভালকৈ চকু মুকলি হ'ল। তথাপি ৰাষ্ট্ৰৰ লেখিয়া এজন মেধাৱী পুৰুষে তেতিয়াও হিট্‌লাৰৰ লৌ হাত হ'বলৈ কুণ্ঠিত হোৱা নাছিল। জাৰ্মানিৰ অৰ্থনীতি বহুকালৰে পৰা ৰাইখ বেঙ্ক (আমাৰ ৰিজাৰ্ভ বেঙ্কৰ জাৰ্মান সংস্কৰণ) নিয়ন্ত্ৰিত কৰি আহিছিল। ৰাইখ বেঙ্কৰ ৰক্ষণশীল প্ৰেচিডেণ্ট ডক্টৰ হাল্স লুথাৰক খেদাই শাখ্‌ক হিট্‌লাৰে প্ৰেচিডেণ্ট্‌ পাতিলে। তেওঁৰ সহায় নোপোৱা হ'লে হিট্‌লাৰে জাৰ্মানিৰ অৰ্থনৈতিক অৱস্থা গজগজীয়া কৰি তুলিব নোৱাৰিলেহেঁতেন। শাখ্‌ৰ চকু খুলিবলৈ আৰু কেই বছৰ মান লাগিছিল।

নাৎচি বিপ্লৱৰ প্ৰথম অংশৰ সামৰণি মাৰিলে হিট্‌লাৰে ১৪ জুলাইৰ দিনা এক নতুন আইন জাৰি কৰি। সেই আইন মতে নাৎচি পাৰ্টিৰ বাহিৰে-আন সকলোবোৰ ৰাজনৈতিক দল বে-আইনী ঘোষিত হ'ল। আইনত কোৱা হ'ল: (ইংৰাজী ভাঙনি) **The National Socialist German Workers' Party constitutes the only political party in Germany.**

**Whoever undertakes to maintain the organizational structure of another political party or to form new political party shall be punished with penal servitude up to three years or with imprisonment of from six months to three years, if the deed is not subject to a greater penalty according to other regulations.**

এই আইন জাৰি হোৱাৰ পাছত কমিউনিষ্ট্‌ বাষ্ট্ৰবিলাকৰ দৰে জাৰ্মানিতো এক পাৰ্টিৰ টোটেলিটেৰিয়ান ৰাষ্ট্ৰ স্থাপিত হ'ল। হিট্‌লাৰে জাৰ্মানিৰ অখণ্ড প্ৰতাপী একাধিপতিৰ মুকুট পিন্ধিলে। পাৰ্লামেণ্টে আত্মহত্যা কৰাৰ চাবি মাহৰ ভিতৰতে এই পৰিস্থিতিৰ উদ্ভৱ হ'ল।

## দুই

## ১৯৩৪ চনৰ ৩০ জুনৰ হত্যাকাণ্ড

অৱলীলাক্ৰমে হিট্‌লাৰে জাৰ্মানি জয় কৰিলে হয়, কিন্তু ক্ষমতাত অধিষ্ঠিত হৈ তেওঁ ভালেমান সমস্যাৰ সন্মুখীন হ'ল। তাৰ মাজত যাই সমস্যা কেইটি আছিল : (১) বিপ্লৱৰ দ্বিতীয় অংশ—যি অংশৰ নাম ৰ্যোমে দিছিল দ্বিতীয় বিপ্লৱ—আৰম্ভ কৰা সমীচীন হ'বনে ন'হ'ব সেই সম্বন্ধে সিদ্ধান্ত লোৱা, (২) দেশৰ অৰ্থনৈতিক দুৰৱস্থা আঁতৰাই ছয় নিযুত বনুৱাক বন দিয়া ; (৩) জেনিভাত সেই সময়ত বহা আন্তৰ্জাতিক নিৰস্ত্ৰীকৰণৰ সভাত ( Disarmament Conference ) জাৰ্মানিয়েও যাতে আন আন Big Powers-অৰ সৈতে সমান পৰিমাণে অস্ত্ৰ-শস্ত্ৰ, সেনা আদি মজুত ৰাখিব পাৰে সেই দাবী গ্ৰহণ কৰোৱা ; (৪) তলে তলে সামৰিক বাহিনীক সবল কৰা ( সেই কাম ভাইমাৰ ৰিপাব্লিকৰ দিনতে গুপুতে আৰম্ভ হৈছিলেই ), (৫) হিণ্ডেনবুৰ্গৰ বয়স ৮৬ বছৰ হ'ল ; তেওঁৰ মৃত্যুৰ পিছত প্ৰেচিডেণ্ট কাক পতা হ'ব সেই কথা থিৰাং কৰা।

বাওপন্থী সকলোবোৰ দলক ইতিমধ্যে কেনেকৈ নিৰ্মূল কৰা হ'ল তাৰ বৰ্ণনা আগৰ পৰিচ্ছেদত দিয়া হৈছে। কিন্তু সোঁ পন্থী দলসমূহ অৰ্থাৎ শিল্পপতি, বাণিজ্যপতি সকল, অভিজাত সম্প্ৰদায়, জমিদাৰ আৰু সেনাপতিসকলৰ গোষ্ঠী তেতিয়াও সবল। ৰ্যোমৰ নেতৃত্বত উগ্ৰপন্থী নাৎচিসকলে আন্দোলন আৰম্ভ কৰিলে যে সোঁ পন্থী অনুষ্ঠান সমূহকো নিৰ্মূল কৰি 'দ্বিতীয় বিপ্লৱ' আৰম্ভ কৰাৰ কাম এতিয়া হাতত ল'ব লাগে। ৰ্যোমে সঁকীয়নি দিলে : বিপ্লৱৰ বাটত আমাৰ প্ৰথম বিজয় সম্পূৰ্ণ হ'ল, যাইকৈ এচ্‌-এ আৰু এচ-এচ বাহিনীয়ে সেই গৌৰৱ অৰ্জন কৰিছে। গতিকে বিপ্লৱৰ মাজ-বাটত এচ্‌-এ আৰু এচ্‌-এচ্‌ থমকি ন'ৰ'ব।

পিছে, 'দ্বিতীয় বিপ্লৱ' সম্বন্ধে ইতিমধ্যে হিট্‌লাৰৰ মত সলনি হ'বলৈ ধৰিছিল, থকাৰ কাৰণো আছিল। হিট্‌লাৰে ইমান দিনে সাম্যবাদৰ বাণী শুনাই আহিছিল জনগণক ভুকুকিয়াবলৈ। ক্ষমতাত অধিষ্ঠিত হোৱাৰ পাছত তেওঁ বুজিলে যে সাম্যবাদৰ আৰু আৱশ্যকতা নাই ; তেওঁৰ সন্মুখত এতিয়া যাই কাম হ'ল নিজৰ ক্ষমতা গজগজীয়া কৰা। পুঁজিপতি আৰু সেনাপতিসকলক, বিশেষকৈ প্ৰেচিডেণ্টক, তেওঁৰ জয়যাত্ৰাৰ এই সন্ধিক্ষণত জোকাই ল'লে

সৈবাসনা ভংগ হোৱাৰ সম্ভাৱনা আছে। সেই ভাবি তেওঁ ঘোষণা কৰিলে যে দ্বিতীয় বিপ্লৱ পৰিহাৰ কৰা হ'ল। ৰ্যোম আৰু ৰ্যোমৰ অনুগামীসকলক তেওঁ সঁকীয়ালে: "যিসকলে দ্বিতীয় বিপ্লৱৰ কথা উত্থাপন কৰিব, জাৰ্মানিৰ আন আন শত্ৰুবিলাকক দমন কৰা দি সি সকলকো মই নিৰ্মম, কঠোৰ হস্তেৰে দমন কৰিম।" অকল তাকে কৰিয়েই তেওঁ ক্ষান্ত ন'হ'ল; ৰ্যোম আৰু এচ-এৰ বিষয়া আৰু চিপাহীসকলক এমাহৰ ছুটীত যাবলৈ তেওঁ হুকুম জাৰি কৰিলে। এচ-এ বাহিনীৰ চিপাহীৰ সংখ্যা ইতিমধ্যে দুই নিযুতলৈ বঢ়োৱা হৈছিল, অৰ্থাৎ এচ-এ বাহিনী ৰাষ্ট্ৰীয় সৈন্যবাহিনীতকৈ বিছ গুণে শকত হৈ উঠিছিল। ৰ্যোম সেই বিশাল বাহিনীৰ ৰৰমুৰীয়া। তেওঁও আছিল এটি অভংভতৰা; হিট্‌লাৰেৰে একে বাঁহৰ কাকৈ। হিট্‌লাৰৰ আদেশ মানি ছুটীত যোৱাৰ আগত তেওঁও সঁকীয়নি দি থৈ গ'ল: আমাৰ পাৰ্টিত এতিয়াও ভালেমান বিষয়া আছে যি প্ৰকৃত বিপ্লৱৰ অৰ্থ একো বুজি নাপায়। বিপ্লৱৰ বাটত পাছ-হোঁহকা দিব খোজা সকলক আমিও শুদাই নেৰিম।

ৰ্যোমৰ দ্বিতীয় বিপ্লৱৰ অৰ্থ আছিল ৰাষ্ট্ৰীয় সৈন্যবাহিনীৰ অভিজাত গোষ্ঠীৰ পাকৈত সেনাপতি আৰু বিষয়াসকলক আঁতৰাই, জনগণৰ এক নতুন বাহিনী (Peoples' Army) গঢ়ি তুলি নিজে তাৰ মুখ্য সেনাপতি হোৱাৰ, যাতে হিট্‌লাৰকো তেওঁ বশত ৰাখিব পাৰে। সেই কথা লৈ ভালে দিনৰপৰা হিট্‌লাৰৰ লগত ৰ্যোমৰ মতান্তৰ ঘটিছিল, খকাখুন্দাও লাগি আছিল। আগতে কোৱা হৈছে, হিট্‌লাৰে বুজিছিল যে এচ-এৰ চোৰ-ডকাইত মথাৰে এটি পৰাক্ৰমী ৰাষ্ট্ৰীয় সৈন্যবাহিনী গঢ়ি তুলিব নোৱাৰি; পুৰণি সৈন্যবাহিনীকে সবল কৰিলেহে তেওঁৰ মনোবাঞ্ছা পূৰ্ণ হ'ব।

হিট্‌লাৰৰ সিদ্ধান্ত এচ-এৰ পালি সেনাপতি আৰু চিপাহীসকলৰ মূৰত চৰগ শিল পৰা দি পৰিল। সি সকলে ইমান দিনে সপোন দেখি আছিল যে দ্বিতীয় বিপ্লৱৰ মাধ্যমেদি বাটৰ বগৰী জেং পুঁজিপতি আৰু সেনাপতিসকলক, কমিউনিষ্ট্‌-ইত্তক আঁতৰোৱাদি আঁতৰাই নিজে সিসকলৰ ঠাই অধিকাৰ কৰিব; বাণিজ্য আৰু শিল্পানুষ্ঠান বিলাকত ডাঙৰ ডাঙৰ চাকৰি ল'ব। এতিয়া সেইবোৰ আশাৰ মূৰত এচলু পানী দিবলগীয়াহে হ'ল নে কি? তেওঁলোকৰ মনত বিদ্ৰোহৰ ভাবে ঠাই পালে; নাৎচি পাৰ্টিত ফাটল ধৰাৰ সম্ভাৱনাই দেখা দিলে।

এনেতে ঘটিল তাতোকৈ এক গুৰুতৰ ঘটনা। দিনে নিশাই বাইজৰ ওপৰত এচ-এ গুণ্ডাইতৰ উপদ্ৰৱৰ বতৰা পাই পাই প্ৰেচিডেন্ট্‌ হিণ্ডেনবুৰ্গ

অধিষ্ঠ হৈ উঠিছিল। হিট্‌লাৰক ধৰাই আনি জেনেৰেল ব্ৰমবেৰ্গৰ হুমুৱাই তেওঁক সঁকীয়নি দিয়ালে যে এচ-এৰ গুণ্ডামি তুৰন্তে বন্ধ নকৰালে প্ৰেচিডেণ্টে সামৰিক আইন ( martial law ) জাৰি কৰি সৈন্যবাহিনীৰ হাতত ৰাজ্যশাসনৰ ভাৰ গতাই দিব।

প্ৰেচিডেণ্টৰ সিদ্ধান্তৰ বাতৰি পাই পোনতে হিট্‌লাৰ ঠৰ হ'ল—যাৰ সাগৰত কেথোন এভিয়া নাও বুৰে। কিন্তু চাপৰি দিলে যে বৰফুণ নেৰে সেই কথা নো হিট্‌লাৰে নুবুজিবনে। পিছ মুহূৰ্ততে তেওঁ এক ভীষণ সিদ্ধান্ত ল'লে। এপাট কাঁড়েৰে তেওঁ এইবাৰ দুই পখী মাৰিবলৈ ওলাল।

নিজৰ সূক্ষ্ম অনুভূতিৰে হিট্‌লাৰে বুজিছিল যে অন্যায়ে সন্যায়ে যি কোনো প্ৰণালীৰে এচ-এক ভেওঁ দমালে প্ৰেচিডেণ্ট আৰু সেনাপতিসকল সন্তুষ্ট হ'ব। সাপেও মোলে তিনিবাৰ হাঁচিয়ায়, হিট্‌লাৰে কিন্তু সেইবোৰ কথা নামানে। ছুটী লৈ ৰোম তেতিয়া মিউনিকৰ দাঁতিৰ ভিয়েচে বোলা ঠাইৰ এটা হোটেলত আছিলগৈ। ৩০ জুনৰ দিনা পুৱা দোকমোকালিতে হিট্‌লাৰ মিউনিকত উপস্থিত হ'ল আৰু সেই দিনা নিশাই হিম্‌লাৰৰ এচ-এচ চিপাহীয়ে অকল ৰোমকে নহয়, এচ-এৰ পালি সেনাপতি সকলকে নহয়, যাৰ যাৰ ওপৰত হিট্‌লাৰৰ পুৰণি আথেজ আছিল আৰু তেওঁৰ প্ৰতি আনুগত্য সম্পৰ্কে যাৰে ওপৰত সেশমানো চোভা হৈছিল সেই সকলোবিলাককে মিলাই কিমানক নৃশংসভাৱে হত্যা কৰিলে তাৰ সঠিক লেখ আজিলৈকে ওলোৱা নাই। যুদ্ধৰ পাছত ন্যুৰেম্‌বেৰ্গত বহা war criminals-অৰ বিচাৰৰ সাক্ষী দিয়া কোনো কোনো সাক্ষীৰ মতে সেই নিশা চাৰি শ জনক, আৰু কোনো কোনোৰ মতে এহেজাৰতো অধিকক হত্যা কৰা হৈছিল। বাভেৰিয়াৰ ভূতপূৰ্ব ষ্টেইট্‌ কমিশনাৰ কাহৰেও সেই নিশা প্ৰাণ হেৰুৱাইছিল। ৰাজকাৰ্য্যৰপৰা অৱসৰ লৈ তেওঁ তেতিয়া নিৰ্লিপ্ত জীৱন যাপন কৰি আছিল, তথাপি 'বিয়াৰ হল পাট্চ'ৰ দিনাৰ ঘটনাৱলী হিট্‌লাৰে তেতিয়াও পাহৰা নাছিল। জেনেৰেল স্নাইখাৰ আৰু স্নাইখাৰৰ বন্ধু জেনেৰেল কুৰ্ট ফন্ ব্ৰেডৌকো সেই নিশা বধ কৰা হৈছিল। এজন বুঢ়া ধৰ্মযাজক—ফাদাৰ বেৰ্নাৰ্ড্ ষ্টেম্লেকো বধ কৰা হৈছিল, কাৰণ বোলে গেলি ৰাউবালৰ মৃত্যু সম্বন্ধে প্ৰকৃত তথ্য তেওঁ কেনেবাকৈ গম পাইছিল। হিট্‌লাৰৰ ৰাজনৈতিক জীৱনৰ আৰম্ভণিৰেপৰা ৰোম আছিল তেওঁৰ লগে লগে লগা বন্ধু আৰু সহায় হাত। শলাগ পুৰি খাই হিম্‌লাৰৰ চিপাহীৰ হুমুৱাই টোপনিৰপৰা মাজ নিশা জগোৱাই শিয়াল কুকুৰ মৰোৱাদি ৰোমক গুলিয়াই

মৰাৰ্থলৈকো হিট্‌লাৰে অকণো কুণ্ঠা বোধ নকৰিলে। গোম লাগৰ কৰীত হাত দিবলৈ গৈ বেচেৰা ৰোমৰ কি পৰিণতি!

কালৰ কুখ্যাতি ৰখা এই জঘন্য হত্যাকাণ্ডৰ বাবে প্ৰেচিডেণ্ট হিণ্ডেনবুৰ্গ আৰু সৈন্যবাহিনীৰ বৰমূৰীয়া সকলে পাছ দিনা হিট্‌লাৰক বাহ্‌-বা হে দিলে। মাথোন দুজন সেনাপতিয়ে এই পাশৱিক কাৰ্য্যৰ, বিশেষকৈ জেনেৰেলৰ চাপৰ দুজনকৈ সেনাপতিক হত্যা কৰাৰ বিৰুদ্ধে প্ৰতিবাদ কৰিছিল। প্ৰেচিডেণ্টৰ বাহ্‌-বা পাই গপত ওফন্দি গম্ভাটোপটো হৈ হিট্‌লাৰে বক্তৃতা জাৰিলে:

"এই কাৰ্য্যৰ বাবে মোক যদি কোনোবাই গৰিহণা দিয়ে নাইবা প্ৰশ্ন কৰে যে যিসকলক হত্যা কৰোৱা হ'ল, সিসকলে যদি কিবা জগৰ লগা কাম কৰিছিল, বিচাৰকৰ সমীপলৈ সিসকলক পঠোৱা নহ'ল কিয়, তাৰ উত্তৰত মই ক'ম যে প্ৰচলিত ন্যায় বিচাৰৰ বাটেদি মই নগলোঁ, কাৰণ জাতীয় জীৱনৰ এই সন্ধিক্ষণত জাৰ্মান জাতিৰ ভৱিষ্যতৰ দায়িত্ব অকল মোৰ হে আছিল, সেই দেখি জাৰ্মান জাতিৰ সৰ্বোচ্চ বিচাৰপতি (Oberster Gerichtsherr – Supreme Judge) হিচাপে হে মই এই কাৰ্য্য কৰোৱালোঁ। ভৱিষ্যতলৈ সকলোৱে যেন মনত ৰাখে যে ৰাষ্ট্ৰৰ বিৰুদ্ধে মূৰ দাঙিবলৈ চেষ্টা কৰিলে পৰিণাম হ'ব মৃত্যু।" শগুণে শ খালেও পাখিৰে ঢাকি খায়, কিন্তু বৈকুণ্ঠৰ ধূমকেতু হিট্‌লাৰে বনত জুই দি ৰঙত সুহুৰিয়ায় আৰু জগতক শাস্ত্ৰৰ বাক্য শুনায়।

এই বীভৎস হত্যাকাণ্ডত হিট্‌লাৰক সমৰ্থন কৰি জেনেৰেলসকলে নিজৰ গাত যি কলঙ্কৰ ছাই সানি লৈছিল, তাৰ ফলত পিছলৈ হিট্‌লাৰৰ ইয়াতোকৈ হাজাৰ গুণে জঘন্য বহুতো কাৰ্য্যকলাপ দেখিশুনিও সিসকল মাত মাতিব নোৱৰা নীৰৱ দৰ্শক হৈ থাকিবগৈ লাগিব।

এচ-এৰ সহায়তে ক্ষমতাত অধিষ্ঠিত হৈ, এচ-এৰ আৰু আৱশ্যকতা নোহোৱা যেন দেখি হিট্‌লাৰে তেওঁৰ চেনেহৰ ফৌজটিক ধ্বংস কৰিলে। এয়ে আছিল সহকৰ্মী আৰু সহকাৰীসকলৰ প্ৰতি হিট্‌লাৰৰ চেনেহ আৰু আনুগত্যৰ নমুনা। বোলে গঁড়ে নাখায়, চেলেকি হাড় উলিয়ায়।

এচ-এৰ পতনৰ পাছত হিম্‌লাৰ হয় বেচৰ্কাৰী ফৌজ আৰু চোৰাংচোৱা পুলিচবাহিনী গেষ্টাপ'ৰ বৰমূৰীয়া। কালত গৈ তেওঁ এনে প্ৰতাপী হ'বগৈ যে ৰাষ্ট্ৰীয় সৈন্যবাহিনীৰ গোঁফাল-নেজাল সেনাপতিসকলো তেওঁৰ ভয়ত থৰ্থৰি-মান হ'ব লাগিব।

# তিনি

## ৰাষ্ট্ৰপতি

আগষ্ট মাহৰ ২ তাৰিখে (১৯৩৪) পুৰা ন বছৰ সাতাশী বছৰ বয়সত অজো কালৰ বজো গুটি হিণ্ডেনবুৰ্গে চকু মুদিলে। ভাটী বেলা তিনি বজাত ঘোষণা কৰা হ'ল যে আগ দিনা মন্ত্ৰীমণ্ডলীয়ে চহী কৰা এখনি নতুন আইন অনুসৰি প্ৰেচিডেণ্ট আৰু চান্‌চেলৰ, এই দুটা পদবি একেটা কৰা হ'ল আৰু চান্‌চেলৰ আডলফ হিট্‌লাৰে ৰাষ্ট্ৰপতি আৰু সামৰিক বাহিনীৰ সৰ্বোচ্চ সেনাপতিৰ (Supreme Commander of the Armed Forces) দায়িত্ব নিজে গ্ৰহণ কৰিছে। প্ৰেচিডেণ্টৰ পদবিৰ ব্যৱস্থা সংবিধানৰ পৰা গুচাই নতুন পদবিৰ নাম দিয়া হ'ল 'ফ্যুৰাৰ আৰু ৰাইখ চান্‌চেলৰ'।

সংবিধান অনুসৰি প্ৰেচিডেণ্টৰ খালি পদৰ বাবে নিৰ্বাচনী নাপাতি, সংবিধান ভৰিৰে মোহাৰি, হিট্‌লাৰে তেওঁৰ একনায়কত্ব আৰু জাৰ্মান জাতিৰ ওপৰত একাধিপত্য এই পদ্ধতিৰে সম্পূৰ্ণ কৰিলে। কেনিউ পানী সৰকিব নোৱাৰাকৈ লগতে তেওঁ আৰু এটি কামো কৰিলে। সংবিধানৰ এটি সূত্ৰ মতে ৰাষ্ট্ৰপতি সলনি হ'লে সেনাপতি আৰু সামৰিক বিষয়াসকলে সংবিধানৰ প্ৰতি আনুগত্য জনাই শপত লোৱাৰ নিয়ম আছিল, কিন্তু হিট্‌লাৰে, সংবিধানৰ প্ৰতি নহয়, ৰাষ্ট্ৰৰ প্ৰতি নহয়, তেওঁৰ নিজৰ প্ৰতি, আডলফ্ হিট্‌লাৰৰ প্ৰতি, আনুগত্য জনোৱাই প্ৰত্যেকজন সেনাপতি আৰু সামৰিক বিষয়াক শপত লোৱালে।*

সেই শপত ল'বলৈ ন'গৈ, সংবিধানৰ অৱমাননাৰ অপৰাধত সেই দিনাই সেনাপতিসকলে হিট্‌লাৰক ক্ষমতাৰ পৰা আঁতৰাব পাৰিলেহেঁতেন, কিন্তু হিট্‌লাৰৰ কি মোহিনী শক্তি আছিল ক'ব নোৱাৰি, ন্যায়সঙ্গত, আইনসঙ্গত বাটেদি ন'গৈ সেনাপতিসকলে স্ব-ইচ্ছাৰে নিজক সাঙুৰিলে হিট্‌লাৰৰ ৰথৰ

---

* শপতৰ ইংৰাজী ভাঙনি: **I swear by God this sacred oath, that I will render unconditional obedience to Adolf Hitler, the Fuehrer of the German Reich and People, Supreme Commander of the Armed Forces, and will be ready as a brave soldier to risk my life at any time for this oath.**

চকৰীত। হিট্‌লাৰ যে এটি কচাই আছিল, ৩০ জুনৰ নিশাৰ ঘটনাৰ পাছত, সেনাপতিসকলৰ সেই কথা বুজিবলৈ বাকী নাছিল; তথাপি যে জাৰ্মানিৰ পটভূমিৰ পৰা হিট্‌লাৰক নাতঁৰাই তেওঁলোকে হিট্‌লাৰৰে চৰণত মূৰ থৈ মৰণৰ ঔষধ তিতিত বাদ্ধি ল'বলৈ গৈছিল কিয় সেই প্ৰশ্নৰ উত্তৰ তেওঁলোকেহে দিব পাৰিলেহেঁতেন। হিট্‌লাৰৰ ব্যক্তিগত আনুগত্যৰ শপত লৈ নিজৰ হাতভৰি বান্ধি লৈ পিছত দুই নাৱত ভৰি দি কি সংকটত যে তেওঁলোক পৰিবগৈ সেই কথা তেতিয়া তেওঁলোকে ভাবিব পৰা নাছিল। তাৰ পাছৰ কেই বছৰে হিট্‌লাৰে যিবোৰ জঘন্য, বীভৎস, অকথ্য কৰ্ম কৰিব, সেই সকলোবোৰ আগ চকুতে দেখি থাকিও তেওঁলোকে মুখেৰে মাতিব নোৱাৰিব, আৰু নিজৰ কাপুৰুষালি ঢাকিবলৈ অজুহাত দিব সৈনিকৰ শপতৰ, সৈনিকৰ ধৰ্মৰ আৰু সৈনিকৰ সন্মানৰ। কিন্তু সেই জঘন্য কৰ্মাৱলী, পৰোক্ষভাৱে হ'লেও, সমৰ্থন কৰি সন্মান নো তেওঁলোকে কেনেকৈ বজাই ৰাখিছিল তেওঁলোকেহে জানে। সন্মানৰ নামত তেওঁলোকে অসন্মানৰ গেৰেকণিত হে খুন্দি লোৱা বুলি ক'ব পাৰি।

যেই হওক, বৃন্দাবন এৰি এতিয়া মথুৰালৈ যোৱা যাওক। মৃত্যুৰ কেই মাহমানৰ আগত হিণ্ডেনবুৰ্গে এখন উইলনামা মজুত কৰিছিল। সেই উইলনামাত হিট্‌লাৰৰ প্ৰতি প্ৰশংসাসূচক কেই আষাৰমান কথা লিখি, তেওঁৰ মৃত্যুৰ পাছত হহেণ্ডচলাৰ্ণ ৰাজবংশৰ এজন যুৱৰাজক জাৰ্মানিলৈ আমন্ত্ৰণ কৰি আনি জাৰ্মানিত সাংবিধানিক ৰাজতন্ত্ৰৰ প্ৰচলন কৰাটোৱেই তেওঁৰ জীৱনৰ অন্তিম বাঞ্ছা বুলি ঘোষণা কৰি, সেই বাঞ্ছা পূৰণ কৰিবলৈ জাৰ্মান জাতিৰ ওচৰত গোহাৰি জনাইছিল। হিট্‌লাৰ ভাণ্ডৱীয়াই উইলনামাৰ পাছৰ অংশ ধামাচাপা দি আগৰ অংশ প্ৰকাশ কৰি, তেওঁ ৰাষ্ট্ৰপতি হোৱাটোৱেই হিণ্ডেন্‌বুৰ্গৰো শেষ মনোবাঞ্ছা আছিল বুলি ঘোষণা কৰি, তেওঁৰ কাৰ্য্যত সমৰ্থন জনাবলৈ Plebiscite পাতি গণভোট বিচাৰিলে। দুইত প্ৰলয় হলে ভগা নাৱেৰেও পাৰ হ'ব পাৰি। মৃত প্ৰেচিডেন্টৰ পুত্ৰ অস্কাৰক হিট্‌লাৰে হাত কৰাৰ কথা আগত কোৱা হৈছে। হিট্‌লাৰক সমৰ্থন কৰি তেওঁ ঘোষণা কৰিলে যে হিট্‌লাৰে ৰাষ্ট্ৰপতিৰ আসন গ্ৰহণ কৰাটোৱেই দেউতাকৰ অন্তিম ইচ্ছা আছিল বুলি দেউতাকে মৃত্যুৰ আগত তেওঁক জনাইছিল।*

---

* ইংৰাজী ভাঙনি: **My father had himself seen in Adolf Hitler his own direct successor as head of the German→**

(কোৱা বাহুল্য যে এইবাৰ আছিল হিট্‌লাৰক সন্তুষ্ট কৰিবলৈ সাজি কোৱা কথা)। আঠত্ৰিছ নিযুত জাৰ্মানে (শতকৰা ৯০) হিট্‌লাৰৰ কাৰ্য্য অনুমোদন কৰিলে; বিপক্ষে ভোট দিবলৈ সাহ কৰিলে মাথোন চাৰি নিযুতে। হিট্‌লাৰে জগতৰ আগত প্ৰচাৰ কৰিলে যে জাৰ্মান জাতিৰ ইচ্ছা অনুসৰি সম্পূৰ্ণ গণতান্ত্ৰিক পদ্ধতিৰেহে তেওঁ ৰাষ্ট্ৰপতিৰ আসন গ্ৰহণ কৰিছে।

হিট্‌লাৰ এতিয়া ক্ষমতাৰ সৰ্বোচ্চ শিখৰত। ভঁৰিয়লি বুলিবলৈ যি এজন মানুহ আছিল, জাৰ্মান জাতিৰ শ্ৰদ্ধাভাজন সেই হিণ্ডেনবুৰ্গ চকুৰ আঁৰ হ'ল; সেনাপতিসকলো আহিল হিট্‌লাৰৰ মুঠিৰ মাজলৈ, জাৰ্মান জনগণেও তেওঁক সমৰ্থন কৰিলে। ভিয়েনাৰ নিবনুৱাৰ ছবাই-ঘৰবপৰা ঘূৰি বছৰত হিট্‌লাৰে কম বাট আগুৱালেনে! অকল জাৰ্মানিৰ চান্‌চেলৰেই নহয়, প্ৰেচিডেণ্টেই নহয়, প্ৰাক্তন হাৱিলদাৰ এতিয়া চুপ্ৰীম কমাণ্ডাৰ, সেনাপতিৰো সেনাপতি মহাসেনাপতি। কিছু দিনৰ পিছলৈ হাৱিলদাৰ কমাণ্ডাৰৰ হুকুম তামিল কৰিবলৈ গৈ পৈণত জেনেৰেল সকলে ত্ৰাহি ত্ৰাহি কৰিবলগীয়াত পৰিব।

যেই হওক, অসৎ কাম হিট্‌লাৰে যিমানেই নকৰক লাগে, এষাৰ কথা ন'কৈ নোৱাৰি যে ফৰাচী বিপ্লৱৰ পাছত নাপলেয়ঁ ব'নাপাৰ্তে যেনেকৈ ফৰাচী জাতিৰ মাজত লুকাই থকা এক বিৰাট সুপ্ত শক্তিক জগাই তুলিছিল, হিট্‌লাৰেও জাৰ্মান জাতিৰ তেনে শক্তিক জগাই তুলিছিল। কোন লক্ষ্যৰ পিনলৈ আগ বঢ়াৰ প্ৰয়াসত সেই শক্তিক তেওঁ নিয়োগ কৰিব, তাৰ আগ-জাননী 'মাইন কাম্ফ'ত তেওঁ দিয়েই থৈছিল। দুখৰ বিষয় এই যে তেওঁৰ আগজাননীত জাৰ্মানিৰ আৰু জাৰ্মানিৰ বাহিৰৰ দায়িত্বশীল নেতৃবৰ্গই অকণো গুৰুত্ব আৰোপ নকৰিলে।

---

←State, and I am acting according to my father's intention when I call on all German men and women to vote for the handing over of my father's office to the Fuehrer and Reich Chancellor.

## চাৰি

## তৃতীয় ৰাইখৰ ৰূপৰেখা

### (১) শিক্ষা আৰু সংস্কৃতি

১৯৩৩ চনৰ মে মাহৰ ১০ তাৰিখে, হিট্‌লাৰ চান্‌চেলৰ হোৱাৰ চাৰে চাৰি মাহৰ পাছত, জাৰ্মানিৰ সাংস্কৃতিক বুৰঞ্জীত এটি অভাৱনীয়, চিৰস্মৰণীয়, মধ্যযুগীয় ঘটনা ঘটে। সেই পুৱতি নিশা একোডাল জোঁৰ হাতত লৈ শোভাযাত্ৰা কৰি হাজাৰ বিজাৰ ছাত্ৰছাত্ৰী বাৰ্লিন বিশ্ববিদ্যালয় ভৱনৰ সমুখত ৰ'লহি। সেই ঠাইত হাজাৰ হাজাৰ কিতাপ পৰ্বতাকাৰ কৰি দ'মাই থোৱা হৈছিল। ছাত্ৰ-ছাত্ৰীহঁতে হাতে হাতে লৈ অহা জোঁৰেৰে কিতাপৰ পৰ্বতত অগ্নিসংযোগ কৰিলে। দপদপাই জুই জলি উঠিলত আৰু হাজাৰ বিজাৰ কিতাপ আনি যজ্ঞত আহুতি দিয়াদি আহুতি দিয়া হ'ল। অকল বাৰ্লিনতে নহয়, জাৰ্মানিৰ আন আন চহৰতো সেই নিশা সেই বিধৰ যজ্ঞ পতা হৈছিল। বাৰ্লিনৰ যজ্ঞৰ হোতা আছিল স্বয়ং গ্যোবেলচ্। যিবিলাক পুথি সেই নিশা ভস্মীভূত কৰা হৈছিল, সেইবিলাকৰ গ্ৰন্থকাৰসকল আছিল টমাচ মান্, ষ্টেফান চোৱাইগ্, এৰিষ্ মাৰিয়া ৰেমাৰ্ক, আইনষ্টাইন্, ফ্ৰয়ড্‌কে আদি কৰি বিশ্ববিশ্ৰুত জাৰ্মান সাহিত্যিক, বৈজ্ঞানিক, দাৰ্শনিক মনীষীসকল। তাৰ লগতে আছিল জগৎ বিখ্যাত ফৰাচী, মাৰ্কিন আৰু ইংৰাজ মনীষী আঁদ্ৰে জীদ্, এমিল জোলা, জেক্ লণ্ডন, আপ্টন্ চিনক্লেয়াৰ, এইচ-জি-ৱেলচ, হেভ্‌লক্ এলিচ্ আদিৰ কিতাপো।

এনে ঘটনা ঘটিবলৈ পাইছিল কেনেকৈ? পাইছিল, কাৰণ সিংহাসনত গজগজীয়া হৈ বহিয়েই হিট্‌লাৰ ওলাইছিল জাৰ্মান জাতিৰ, তথা য়ুৰোপ মহাদেশ আৰু পৃথিৱীৰ, বুৰঞ্জী নকৈ ৰচনা কৰোঁতাই জাৰ্মান জাতিৰ সাংস্কৃতিক জীৱনক এক নতুন ৰূপ দিবলৈ। হিট্‌লাৰ, গ্যোবেল্‌চ্ আদি বিদগ্ধ পণ্ডিত-সকলৰ মতে সেই কিতাপবিলাক আছিল জাৰ্মান জাতিৰ সাংস্কৃতিক উৎকৰ্ষৰ পথত প্ৰবল অন্তৰায়। নতুন জাৰ্মানিৰ বাইব্‌ল্ হ'ব লাগিব 'মাইন কাম্ফ্' আৰু সেইখনি বহুমূলীয়া পুথিৰ বাণীৰে অনুপ্ৰাণিত হৈ তাৰ নতুন পোহৰত জাৰ্মান জাতি সাংস্কৃতিক প্ৰগতিৰ নতুন বাটেদি আগ বাঢ়িব।

হিট্‌লাৰ যে লিখাপঢ়া বৰ্জিত হৰমোহন পণ্ডিত আছিল সেই কথা ভাবিতে

কোৱা হৈছে। এইজন তো পণ্ডিতে তৎকালীন জাৰ্মান শিক্ষা পদ্ধতি অনুমোদন নকৰিছিল। তেওঁলোকে জাৰ্মানিত শিক্ষা নিয়ন্ত্ৰণ কৰাৰ দায়িত্ব আৰু ক্ষমতা আছিল জাৰ্মান বিশ্ববিদ্যালয় সমূহৰ হাতত। সেই দায়িত্ব আৰু ক্ষমতা বিশ্ববিদ্যালয়ৰ হাতৰপৰা কাঢ়ি নি এইবাৰ অৰ্পণ কৰা হ'ল প্ৰচাৰ আৰু সংস্কৃতি বিভাগৰ মন্ত্ৰী গ্যোবেল্‌চৰ হাতত।

পঢ়াশালিৰ তলৰ শ্ৰেণীৰপৰা স্কুলকি পৰা আডল্‌ফে শিক্ষা সম্পৰ্কে তেওঁৰ জ্ঞানগৰ্ভ মতামত 'মাইন কাম্ফ'ত আগতেই প্ৰকাশ কৰি থৈছিল। তাত তেওঁ কৈছিল: মইনা চৰায়ে মাত লোৱাদি কেতবোৰ কিতাপ পঢ়ি পোৱা শিক্ষাৰ বিশেষ মূল্য নাই; শিক্ষাৰ উদ্দেশ্য হ'ব লাগে পোনতে শাৰীৰিক ব্যায়ামত গুৰুত্ব আৰোপ কৰি তাৰ পাছত সামৰিক শিক্ষা দি এটি সুস্থ সবল জাতি আৰু নতুন এখনি 'জাতীয় ৰাষ্ট্ৰ' গঢ়ি তোলাৰ আদৰ্শেৰে ছাত্ৰ-ছাত্ৰীক অনুপ্ৰাণিত কৰা, আৰু সেই ৰাষ্ট্ৰৰ প্ৰতি সৰ্বান্তঃকৰণে অনুগত এটি নতুন যুৱ-সম্প্ৰদায় সৃষ্টি কৰা, যাতে কোনোবাই যদি আমাক কয়: "আমি আপোনা-সকলৰ নীতি সমৰ্থন নকৰোঁ" বুলি, উত্তৰত আমি ক'ব পাৰিম: "আপুনি আৰু কেই দিন আছে? কিন্তু আপোনাৰ ল'ৰা-ছোৱালী আমাৰ সম্পত্তি হ'ব; যুৱ-সম্প্ৰদায়ক আমি নিজে শিক্ষা দি আমাৰ আদৰ্শৰ আৰ্হিত গঢ়ি তুলিম; ৰাষ্ট্ৰৰ বাহিৰে যুৱ-সম্প্ৰদায়ক হস্তগত কৰিবলৈ আন কাকো আমি নিদিম?"

এই অভিনৱ শিক্ষা পদ্ধতি কাৰ্য্যকৰী কৰি তোলাত এতিয়া হিট্‌লাৰে হাত দিলে। পঢ়াশালি আৰু বিশ্ববিদ্যালয়বো ওপৰত প্ৰধান শিক্ষানুষ্ঠান হ'লগৈ এইবাৰ হিট্‌লাৰ যুৱ-সংঘ (Hitler Youth)। ছবছৰ বয়সত প্ৰত্যেক জাৰ্মান ল'ৰাক এই অনুষ্ঠানত যোগ দিবলৈ বাধ্য কৰা হ'ল। হিট্‌লাৰে ফতোৱা জাৰি কৰিলে, ছবছৰৰপৰা দহ বছৰ বয়সলৈকে ল'ৰাইতক 'মাইন কাম্ফ' মুখস্থ কৰোৱাই, ব্যায়াম শিক্ষা দি, নাৎচি ঐতিহাসিকসকলে নকৈ প্ৰস্তুত কৰা বুৰঞ্জী পঢ়াই, নাৎচি আদৰ্শেৰে অনুপ্ৰাণিত কৰিব লাগিব। সেই শিক্ষা সম্পূৰ্ণ হ'লে সিহঁতক প্ৰমোচন দিয়া হ'ব 'ষুং ফক্' (Jungoo'k = Young folk) বোলা সংঘটিলৈ। সেই শ্ৰেণীলৈ প্ৰমোচন পাই ল'ৰাইতে আডল্‌ফ্ হিট্‌লাৰৰ প্ৰতি ঐকান্তিক আনুগত্য জনাই এটি শপত ল'ব লাগিব।*

---

* শপতৰ ইংৰাজী ভাঙনি: **In the presence of this blood banner, which represents our Fuehrer, I swear to devote all my energies and my strength to the saviour of my→**

বহু বছৰবৰপৰা চৈধ্যা বছৰ বয়সলৈকে 'যুৎ ফক'ত নাৎচি পদ্ধতিৰে শিক্ষালাভ কৰাৰ পাছত ল'ৰাইতে প্ৰবেশ কৰিব পাৰিব প্ৰকৃত যুৱ-সংঘত (Hitler Youth proper)। সেই সংঘত চাৰি বছৰ শিক্ষালাভৰ পাছত যুৱ-সংঘৰ-পৰা উত্তীৰ্ণ হোৱা প্ৰত্যেক ছাত্ৰই পোনতে শিক্ষালাভ কৰিব শ্ৰমিক সংঘত আৰু তাৰ পাছত সামৰিক বাহিনীত। এই প্ৰণালীৰে সমগ্ৰ জাৰ্মান যুৱ-সম্প্ৰদায়ক লাহে লাহে বিপুল এটি সৈন্যবাহিনীৰ ৰূপত গঢ়ি তোলা হ'ল। এই অনুষ্ঠান সমূহত যাইকৈ শিকোৱা হৈছিল শাৰীৰিক ব্যায়াম, স্পৰ্টচ, কেম্পিং যুদ্ধবিদ্যা আৰু নাৎচি জীৱন-দৰ্শন। জাৰ্মান ছোৱালীহঁতকো অনুৰূপ প্ৰণালীৰে সংঘবদ্ধ কৰা হৈছিল।

এই বিধ ব্যৱস্থাৰ উপৰিও পঢ়াশালি আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ বাবে নতুন ধৰণৰ পাঠ্যপুথি ৰচনা কৰোৱা হ'ল। শিক্ষকসকলৰ যাই কাম হ'লগৈ 'মাইন কাম্ফ'পঢ়োৱা। সেইখন পুথিয়েই হ'লগৈ Der Deritsche Erzieher: Official organ ot the educator—নতুন শিক্ষা পদ্ধতিৰ ধ্ৰুৱতৰা ("infallible pedagogical guiding star")। এই শিক্ষা পদ্ধতিৰে ছাত্ৰ-ছাত্ৰীক শিক্ষা দিব পৰাকৈ শিক্ষক সম্প্ৰদায়কো নতুনকৈ শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হ'ল। যিসকল শিক্ষকে এই নতুন পোহৰ দেখাত অসুবিধা অনুভৱ কৰা যেন বোধ হৈছিল, সিসকলক কামৰপৰা আঁতৰোৱা হ'ল। হিট্‌লাৰৰ ৰাজত্বৰ প্ৰথম পাঁচ বছৰৰ ভিতৰত ২৮০০০ (আঠাইছ হাজাৰ) বিশ্ববিদ্যালয়ৰ অধ্যাপক আৰু শিক্ষক কামৰপৰা বৰ্খাস্ত হৈছিল। যিসকল অধ্যাপকে নাৎচি আদৰ্শ মানি ল'বলৈ টান পাইছিল, সিসকল দেশ এৰি দেশান্তৰী হ'বলগীয়াত পৰিছিল। তাৰ মাজত আইনষ্টাইনৰ লেখিয়া ভালে-মান বিদগ্ধ পণ্ডিতো আছিল (আইনষ্টাইন ইহুদীও আছিল)। প্ৰফেচৰ টেয়ডৰ লেচিঙে চেক'শ্লভাকিয়ালৈ পলাই গৈয়ো প্ৰাণ ৰক্ষা কৰিব পৰা নাছিল। হিট্‌লাৰৰ অনুচৰহঁতে তালৈকে খেদি গৈ তাত তেওঁক হত্যা কৰিছিল।

মূৰ্খ বৈদ্য যম সম। হিট্‌লাৰৰ অভ্যুত্থানৰ আগলৈকে জাৰ্মান শিক্ষা পদ্ধতি আৰু শিক্ষানুষ্ঠান সমূহ সকলো সভ্য জাতিৰে আদৰ্শ স্বৰূপ আছিল। নতুন শিক্ষানীতি প্ৰৱৰ্তন কৰাৰ পাছত সেই পদ্ধতি আৰু অনুষ্ঠানসমূহৰ কি দশা

---

←country, Adolf Hitler. I am willing to give up my life for him, so help me God.

হৈছিল সহজে অনুমান কৰিব পৰা যায়। ফলত বিশ্ববিদ্যালয়ৰ ছাত্ৰছাত্ৰীৰ সংখ্যা আধাতকৈয়ো তাকৰিছিল।

অধ্যাপকসকলৰ উপৰিও জাৰ্মান লিখকসকলেও হিট্‌লাৰৰ সাংস্কৃতিক নিৰ্দেশ কৰলৰপৰা হাত সাৰিব পৰা নাছিল। নতুন আইন মতে গোয়েবেল্‌চৰ সাংস্কৃতিক দফতৰৰ অনুমোদন নোলোৱাকৈ কোনো লিখকে কোনো কিতাপ প্ৰকাশ কৰিব নোৱৰা হ'ল। এই অত্যাচাৰৰ হাত সাৰিবলৈ নবেল বঁটা লাভ কৰোঁতা সাহিত্যিক টমাচ্‌ মানকে আদি কৰি বহু বিশ্ববিশ্ৰুত জাৰ্মান সাহিত্যিক, দাৰ্শনিক আৰু বিজ্ঞানীয়েও জাৰ্মানিৰপৰা আঁতৰি আন আন দেশত গৈ আশ্ৰয় লৈছিল।

হিট্‌লাৰৰ শিক্ষা আৰু সাংস্কৃতিক ব্যৱস্থা সম্বন্ধে নাম-জলা জাৰ্মান অধ্যাপক প্ৰফেচৰ ব্যোপ্টেকেই হিট্‌লাৰৰ পতনৰ পিছত লিখিছিল: (ইংৰাজী ভাঙনি) **It was a scene of prostitution that has stained the honourable history of German learning**; আৰু জাৰ্মান প্ৰফেচৰ এৰিংহাউচে কৈছিল: (ইংৰাজী ভাঙনি): **The German Universities failed, while there was still time, to oppose publicity with all their power the destruction of knowledge and of the democratic state. They failed to keep the beacon of freedom and right burning during the night of tyranny** *

নতুন জাৰ্মানিৰ নতুন প্ৰভুসকলে অকল শিক্ষা আৰু সাংস্কৃতিক অনুষ্ঠান-সমূহকে গোবোৰাৰ তললৈ আনি এৰা নাছিল, প্ৰেচ্‌, ৰেডিঅ' আৰু ফিল্মকো চৰ্কাৰৰ তলতীয়া কৰা হৈছিল। এই বিলাক অনুষ্ঠানবো একমাত্ৰ কৰ্তব্য হৈছিলগৈ নাৎচিবাদ প্ৰচাৰ কৰা।[৩৮]

---

* **Quoted by *Shirer*.**

৩৮। **No one who lived in Germany in the Thirties and cared about such matters, can ever forget the sickening decline of the cultural standards of a people who had had such high ones for so long a time. This was inevitable, of course, the moment the Nazi leaders decided that the arts, literature, the press, radio films must serve exclusively the propaganda purposes of the new regime and its outlandish philosophy: *Shirer***

## (২) আইন আৰু বিচাৰ

হিট্‌লাৰৰ জাৰ্মানিত হিট্‌লাৰেই যে একমাত্ৰ আইন আছিল সেই কথা আগত কোৱা হৈছে। গ্যোবিঙে প্ৰকাশ্যে ঘোষণা কৰিছিল : ফ্যুৰাৰৰ ইচ্ছাই আইন। ১৯৩৩ চনৰ আৰম্ভণিতে পাইকাৰী নিৰিখে গ্ৰেপ্তাৰ, মাৰধৰ, হত্যা-কাণ্ড আদি ঘটনা ঘটিবৰ দিনৰেপৰা জাৰ্মানিত আইন বুলিবলৈ একো নাছিল।

ভাইমাৰ সংবিধানৰ ১০৯ নং সূত্ৰ অনুসৰি জজ হাকিম আদি বিচাৰক-সকলে সম্পূৰ্ণ স্বাধীনতা পাইছিল, সিসকল অধীনস্থ আছিল একমাত্ৰ সংবিধান আৰু আইনৰ। ১৯৩৩ চনৰ ৭ এপ্ৰিলৰ দিনা এক আদেশ জাৰি কৰি সেই স্বাধীনতা কাঢ়ি লোৱা হ'ল। ইহুদী জজ হাকিমসকলক, আৰু নাৎচি মতবাদত সম্পূৰ্ণ বিশ্বাসী নহয় বুলি যিসকল বিচাৰকৰ ওপৰত সন্দেহ জাগিছিল সি-সকলকো, অবিলম্বে কামৰপৰা বৰ্খাস্ত কৰা হ'ল। ন্যায় বিভাগৰ ৰবমুৱীয়া (Commissioner of Justice) ডক্টৰ হান্স্ ফ্ৰাঙ্কে আইনজ্ঞসকলক আইনৰ মৰ্ম পানী পানীকৈ বুজাই দি ক'লে : "নাৎচি আদৰ্শই হ'ল সকলো আইনৰ ভেটি। নেশ্বনেল চচিয়েলিজ্‌ম্, অৰ্থাৎ নাৎচিবাদৰ ওপৰত কোনো আইন নাই। বিচাৰকসকলে বিচাৰ কৰোঁতে নিজক সদায় এই প্ৰশ্ন কৰিব : এই ক্ষেত্ৰত ফ্যুৰাৰে কি ৰায় দিলেহেঁতেন, নাৎচি জাৰ্মানিৰ বিবেকৰ লগত আমাৰ সিদ্ধান্ত খাপ খোৱা বিধৰ হ'ব নে নহয়। সেই মতে বিচাৰ কৰিলে বিচাৰত কেতিয়াও ভুল হ'ব নোৱাৰে। হিট্‌লাৰৰ ইচ্ছাই তৃতীয় ৰাইখৰ যাউতিযুগীয়া আইন হ'ব, তাৰ লৰচৰ কোনোদিনা ন'হ'ব।"

আমাৰ দেশতো অলপতে Committed Judiciary গঢ়ি তোলাৰ এটি প্ৰচেষ্টা চলিছিল। কাণক কাণ মাৰিছে আমি সেই দুৰ্ভাগ্যৰ হাত সাৰিলোঁ। ভৱিষ্যতত আকৌ কি হয় গৈ কোনে ক'ব পাৰে ?

১৯৩৪ চনৰ ২৪ এপ্ৰিলৰ দিনা আৰু এক আদেশ জাৰি কৰি ৰাজদ্ৰোহৰ অপৰাধত অভিযুক্ত আচামীক বিচাৰ কৰাৰ ক্ষমতা জাৰ্মান চুপ্ৰীম ক'টৰপৰা কাঢ়ি নি জনগণৰ আদালতত (Peoples' Court) ন্যস্ত কৰা হ'ল। সেই আদালতৰ ৰায়ৰ বিৰুদ্ধে আপীল নচলে। এচ-এ আৰু এচ-এচৰ খুনীইতৰ উপৰিও এই বিধ আদালতে জনগণৰ প্ৰাণত যে কি সন্ত্ৰাসৰ সৃষ্টি কৰিছিল সহজে অনুমান কৰিব পাৰি।

কোনো বিচাৰকৰ বিচাৰত চৰকাৰ সন্তুষ্ট ন'হ'লে আচামীক ধৰি কনচেন-ট্ৰেশ্বন কেম্পলৈ পঠাই দিয়াৰ ব্যৱস্থাও কৰা হ'ল। তাত আচামীৰ পিচিত

বাই তাং কাগি, আচামীৰ ওচৰ-সম্বন্ধীয়া লোকবপৰা ধন-বিত আদায় কৰি কেতিয়াবা কেতিয়াবা আচামীক এৰি দিয়া হৈছিল, নাইবা অনির্দিষ্ট কাললৈ তাতে সুমুৱাই থোৱা হৈছিল। কিমানক তাত নির্মমভাৱে বধ কৰা হৈছিল তাৰ সঠিক লেখ আজিলৈকে কোনেও দিব নোৱাৰে। এই কামৰ ভাৰ পৰিছিল চোৰাংচোৱা বা গুপ্ত পুলিচ (Secret Poli.e) 'গেষ্টাপ'ৰ ওপৰত।

হিট্‌লাৰৰ ৰাজত্বৰ কালত গেষ্টাপ'ৰ নাম শুনিলে, অকল জার্মানিতে নহয়, সমগ্র য়ুৰোপত আতঙ্কৰ সৃষ্টি হৈছিল। হিট্‌লাৰে নিচিনাকৈ গেষ্টা-পও আছিল আইন-কানুনৰ ওপৰত। গেষ্টাপ'ই আছিল গেষ্টাপ'ৰ আইন। এই ভয়ঙ্কৰ গুপ্ত পুলিচ বাহিনীৰ ৰৰমূৰীয়া আছিল পোনতে গ্যোৰিং। পিছত হিম্‌লাৰক তাৰ ৰৰমূৰীয়া পতা হ'লত গেষ্টাপ'ও এচ-এচৰে এটি অঙ্গ হৈ পৰিল। গেষ্টাপ'ই যেনে ধৰণৰ কার্য্যকলাপকে নকৰক লাগে, গেষ্টাপ'ৰ কোনো বিষয়া বা চিপাহীক বিচাৰ কৰাৰ ক্ষমতা জজ, হাকিমসকলৰহে নালাগে জার্মানিৰ চুপ্রীম ক'র্টৰো নাছিল। হিম্‌লাৰৰ মুখ্য সহকাৰী ডক্টৰ ভের্নেৰ বেষ্টে পৰিষ্কাৰকৈ সকলোকে বুজাই কৈছিল: নাৎচি নেতাসকলৰ ইচ্ছানুসৰি গেষ্টাপ'ই যি কামকে কৰে সেয়ে ন্যায়সঙ্গত কাম।

বিনা বিচাৰে যাকে মন যায় তাকে গেষ্টাপ'ই নি কনচেনট্রেশন কেম্পত সুমোৱা কার্য্যক বোলা হৈছিল "আশ্রয়মূলক তত্ত্বাৱধান" (Protective custody)। ১৯৩৩ চনতে পঞ্চাছটা কনচেনট্রেশন কেম্প স্থাপনা কৰা হৈছিল। পিছলৈ তাৰ সংখ্যা কেইবাগুণেও বাঢ়িছিল। সকলোবোৰ কন-চেনট্রেশন কেম্পৰ মাজত ডাখাও, বুখেনভাল্ড্‌, আউশ্‌ৱিট্‌চ্‌, বেলজেন আৰু ট্রেব্লিংকাৰ কনচেনট্রেশন কেম্প্‌ৰ খ্যাতি বুৰঞ্জীত চিৰকাললৈ অমৰ হৈ থাকিব। এই কেম্প্‌বিলাকত যি পৈশাচিক তাণ্ডৱলীলা অনুষ্ঠিত হৈছিল তাৰ যৎকিঞ্চিত আভাস পিছত দিয়া যাব। লাখবিলাখ নির্দোষী লোকক তাত হত্যা কৰোৱা হৈছিল আৰু লাখবিলাখৰ ওপৰত নাৰকীয় নির্য্যাতন চলোৱা হৈছিল। মানুহৰ তেজৰ সোৱাদ পোৱা বাঘৰ দৰে এবাৰ কোনে-বাকৈ স্বৈৰাচাৰী ক্ষমতাৰ সোৱাদ লভিলে, অত্যোধিক ক্ষমতাৰ হতাহত আৰু ক্ষমতাজনিত মাদকতাত মানুহে যে মানুহৰ কি সর্বনাশ সাধিব পাৰে, কোন শ্রেণীৰ পতন হবলৈ মানুহ নামিব পাৰে, ডাখাও, বুখেনভাল্ড্‌, আউশ্‌ৱিট্‌চ্‌ বেলজেন, ট্রেব্লিংকাৰ বিভীষিকাতকৈ তাৰ ভয়ঙ্কৰ উদাহৰণ মানৱ জাতিৰ বুৰঞ্জীত বিচাৰি পাবলৈ নাই।

১৯৩৬ চনৰ জুন মাহৰ ১৭ তাৰিখে জাৰ্মানিৰ ৰাজ্য বিলাকৰ ভিন্ ভিন্ সকলোবোৰ পুলিচ বাহিনীক লগ লগাই একেটা বাইৰ পুলিচ বাহিনী থাপনা কৰি তাৰো অধিপতি পতা হ'ল হিম্‌লাৰকে। পুলিচ, গেষ্টাপ, আৰু এচ্.এচ্.—এই তিনিউটা সমষ্টিৰে বৰষুৰীয়া হোৱাৰ পাছত হিম্‌লাৰেই হৈ উঠিছিলগৈ জাৰ্মানিৰ ২ নম্বৰ ফ্যুৰাৰ। এনে বিধ প্ৰণালীৰেই ক্ষমতাত অধিষ্ঠিত হোৱাৰ অলপ দিনৰ ভিতৰতে হিট্‌লাৰে জাৰ্মানিক এখন টোটেলি-টেৰিয়ান পুলিচ ষ্টেইটৰূপে গঢ়ি তুলিছিল।

## (৩) দুৰ্ভগীয়া ইহুদী সম্প্ৰদায়

এখন দেশত একাধিপতিৰ সামন্ততান্ত্ৰিক শাসন স্থাপিত হ'লে সংখ্যালঘু সম্প্ৰদায়ৰ যে কি দুৰ্দশা ঘটিব পাৰে বিশ্বৰ বুৰঞ্জীত হিট্‌লাৰৰ ৰাজত্বই তাৰ সকলোতকৈ স্মৰণীয় পটন্তৰ।

ক্ষমতা লাভ কৰিয়েই হিট্‌লাৰে ইহুদীসকলৰ বিৰুদ্ধে হাতত লোৱা বিধান সমূহৰ কথা আগত অলপকৈ উনুকিওৱা হৈছে। ন্যুৰেমবেৰ্গৰ আইন নামেৰে ১৯৩৫ চনৰ ১৫ চেপ্টেম্বৰৰ দিনা এক আইন জাৰি কৰি ইহুদী ধৰ্মাৱলম্বী লোকক জাৰ্মান নাগৰিকৰ স্বত্ব আৰু চৰ্কাৰী বেচৰ্কাৰী সকলো বিধৰ চাকৰিৰ পৰা বঞ্চিত কৰা হ'ল। আৰ্য্য জাৰ্মান আৰু ইহুদী জাৰ্মানৰ মাজত বিয়াবাৰু নিষিদ্ধ কৰা হ'ল; পঁয়ত্ৰিছ বছৰৰ তলৰ কোনো জাৰ্মান তিৰোতাক ইহুদীয়ে কামত খটুৱাব নোৱৰা কৰা হ'ল। তেতিয়াৰ পৰা ইটোৰ পিছত সিটোকৈ নতুন নতুন আদেশ জাৰি কৰি ইহুদী সম্প্ৰদায়টোক আইন আৰু সমাজ বহিৰ্ভূতকৈ কৰি পেলোৱা হৈছিল। তাৰ পাছত ডাক্তৰি, ওকালতি আদি পেচা আৰু আন আন ব্যৱসায়-বাণিজ্যৰপৰাও ইহুদীসকলক বঞ্চিত কৰাৰ ফলত কোটি কোটি ইহুদীৰ তুভাগৰ এভাগৰ তুবেলা তুমুঠি মোকোলোৱাৰো মুদা মৰিছিল। জাৰ্মানিৰ তৎকালীন প্ৰভুসকলে সম্ভৱতঃ ভাবিছিল, নাৎচি গুণ্ডাইতে ইহুদীক বধ কৰি কষ্ট কৰিব লাগিছে কিয়, খাবলৈ নাপাই এনেয়ে সিহঁত মৰি হজি অন্ত পৰিব। কোনো ইহুদীয়ে জাৰ্মানৰ দোকানৰপৰা খোৱা বা আন কোনো বস্তু কিনিব নোৱৰাকৈও এক আদেশ জাৰি কৰা হ'ল। বহু ইহুদী লাখপতি কোটিপতিৰ ধন-বিত্ত, বিষয়-সম্পত্তি বিনা-কাৰণত চৰ্কাৰে বাজেয়াপ্ত কৰিলে, কিয়নো হিট্‌লাৰৰ জাৰ্মানিত ইহুদী সম্প্ৰদায়ৰ মা-সম্পত্তি ভোগ কৰাৰ অধিকাৰ থাকিব নোৱাৰে।

ইহুদী সম্প্ৰদায়ৰ প্ৰতি হিট্‌লাৰৰ বিদ্বেষেই সেই সম্প্ৰদায়ক জীয়াই ভুৰোৱাৰ একমাত্ৰ কাৰণ নাছিল ; তাৰ অন্তৰালত ৰাজনৈতিক মতলবো আছিল। আগতে কমিউনিষ্ট বিপ্লৱৰ মিছা চক ফুটাই হিট্‌লাৰ যেনেকৈ একাধিপতিত্ব আদায় কৰিছিল, ইহুদী সম্প্ৰদায়ক নিৰ্মূল নকৰিলে সেই সম্প্ৰদায়ে জাৰ্মানিক ধ্বংস কৰিব বুলি তেনেকৈয়ে ৰৱ তুলি হিট্‌লাৰৰ নিজৰ অগণন অসৎ কাৰ্য্য-কলাপৰ পৰা জাৰ্মান প্ৰজাৰ দৃষ্টি আঁতৰোৱাৱো ই আছিল এটি কৌশল।

## (৪) অৰ্থনৈতিক বিপ্লৱ

এই কাহিনীৰ আৰম্ভণিতে কোৱা হৈছে যে ১৯৩৭ চনত জাৰ্মানিলৈ ফুৰিবলৈ যাওঁতে কেউপিনে তাত তেতিয়া সমৃদ্ধিৰ চিন মোৰ চকুত পৰিছিল। কিন্তু প্ৰাতঃভোজনৰ সময়ত কণী মাখন হে পোৱা নগৈছিল, কাৰণ হিট্‌লাৰে তেতিয়া তেওঁৰ Guns before butter-অৰ বাণী শুনাই জাৰ্মান জাতিক কণী মাখন পৰিহাৰ কৰি হ'লেও নতুন জাৰ্মানি গঢ়ি তোলা কাৰ্য্যত মনপ্ৰাণ ঢালি দিবলৈ উদগনি দিছিল। বাহ্যিক সমৃদ্ধিৰ অন্তৰালত উপৰোক্ত যি বিলাক বীভৎস কাণ্ড ঘটিছিল, সেই বিলাক দুদিনলৈ ফুৰিবলৈ যোৱা বিদেশীৰ চকুত পৰাৰ কথা নহয়। জাৰ্মান জাতিয়েও নিজৰ ব্যক্তিগত স্বাধীনতা হেৰুৱাই দুখিত হোৱা যেন দেখা নগৈছিল, কাৰণ হিট্‌লাৰে জাৰ্মান জাতিৰ প্ৰাণত এটি সোণোৱালী ভৱিষ্যতৰ আশাৰ সঞ্চাৰ কৰি সেই জাতিক যে এক নতুন বলেৰে বলীয়ান, নতুন উৎসাহেৰে উৎসাহিত কৰিছিল সেই কথা দুই কৰিব নোৱাৰি। সেই আশাৰ বান্ধোনত বান্ধ খাই সাময়িক সকলুৱা আমনি সেই জাতিয়ে হাঁহি মুখে বৰণ কৰিছিল।

সেই আশাৰ গুৰিত থাইকৈ আছিল অৰ্থনৈতিক বিপ্লৱ। শিক্ষা আদি আন আন ক্ষেত্ৰত হিট্‌লাৰে যিহকে নকৰক লাগে অৰ্থনীতিৰ ক্ষেত্ৰত তেওঁ জাৰ্মানিৰ বৈপ্লৱিক উন্নতি সাধন কৰিছিল। হিট্‌লাৰে নিজে অৰ্থনীতিৰ ক-টোৰ তিনিটা চুকো চিনি নাপাইছিল বুলি আগতে কোৱা হৈছে, কিন্তু তেওঁৰ অসামান্য প্ৰতিভাশালী বিত্ত মন্ত্ৰী ডক্টৰ স্বাচ্ট বাজীকৰে টুপীৰ মাজৰ-পৰা উলিওৱা অদ্ভুত অদ্ভুত বস্তুৰ দৰে ইটোৰ পিছত সিটো কৈ এনে কেতবোৰ বিত্তীয় ব্যৱস্থা আবিষ্কাৰ কৰি অলপ সময়ৰ ভিতৰতে জাৰ্মানিৰ অৰ্থনৈতিক অৱস্থা এনে টনকিয়াল কৰি তুলিলে যে সমগ্ৰ জগতে সেই কাৰ্য্যক এটি economic miracle বুলি অভিহিত্য জনালে। আন কি জাৰ্মানিৰ কালান্তক

মম ইংলণ্ডৰ প্ৰাক্তন প্ৰধানমন্ত্ৰী লইড্ জৰ্জেও সেই সময়ত জাৰ্মানিত ভ্ৰমণ কৰি উলটি গৈ জাৰ্মানিৰ অৰ্থনৈতিক পুনৰ্জন্মৰ কাৰণে হিট্লাৰক a great man বুলি চাৰ্টিফিকেট দিলে।

১৯৩৬ চনৰ শেষ ভাগলৈ নিবনুৱা সমস্যা প্ৰায় সম্পূৰ্ণৰূপে সমাধান হৈ পাঁচ নিযুত নিবনুৱাই ধন পালে; মূল্যহীন জাৰ্মান মাৰ্ক পুনৰ মূল্যবান হৈ পৰিল; প্ৰথম মহাসমৰৰ পাছৰপৰা মৰোঁ মৰোঁ অৱস্থাত কেঁকাই গোঁঠাই থকা কলকাৰখানাবিলাক পুনৰ সজীৱ হৈ উঠিল; সমগ্ৰ জাৰ্মানিয়ে ব্যস্ত-সমস্ত নৰ-নাৰীৰ এটি মৌ কোঁহৰ ৰূপ ল'লে। বহুতেই আকৌ দুবেলা দুমুঠি পেট ভৰাই খাবলৈ পাই, ট্ৰেইড্ য়ুনিয়নত যোগ দিয়াৰ স্বাধীনতা হেৰুৱায়ো, কোৱাকুই কৰিবলৈ ধৰিলে যে হিট্লাৰৰ জাৰ্মানিত খাবলৈ নাপাই মৰাৰ স্বাধীনতা (freedom to starve) অন্ততঃ কাৰো নাই। জাৰ্মান কৰ্মীইতৰ মুখে মুখে সেই সময়ত শুনিবলৈ পোৱা মন্ত্ৰবাৰ আছিল Gemeinnutz vor Eigennutz=The Common Interest before Self।

জাৰ্মানিৰ এই অৰ্থনৈতিক পুনৰ্জাগৰণৰ গুৰিত থাইকৈ আছিল হিট্লাৰে ডক্টৰ শাখ্টলৈ দিয়া গুপুত আদেশ: আমাৰ সকলোতকৈ আগতীয়াকৈ কৰিবলগীয়া কাম হ'ল যুদ্ধৰ বাবে আহিলাপাতি আৰু তাৰ আনুষাঙ্গিক সকলো সামগ্ৰী তৈয়াৰ কৰোৱা।[৩৯] ধনী ইহুদীসকলৰপৰা বলেৰে কাঢ়ি লোৱা কোটি কোটি মাৰ্ক জাৰ্মান শিল্পপতিসকলক, বিশেষকৈ বন্দুক-বাৰুদ তৈয়াৰ কৰা কাৰখানাৰ মালিকসকলক, ধাৰে দিয়া হ'ল সেই কামত উঠি-পৰি লাগি যাবলৈ। প্ৰথম মহাসমৰৰ পাছত তেনে বিধৰ কাৰখানা প্ৰায়বোৰ বন্ধ হৈ গৈছিল, এতিয়া পুনৰ সেইবোৰ দিনে-নিশাই চলিবলৈ ধৰিলে। ব'দৰ বেঙৰ পাই কুঁৱলী আঁতৰি যোৱাদি জাৰ্মানিত ধন আৰু খাদ্যৰ অভাব আঁতৰি গ'ল।

এইৰূপে অৰ্থনৈতিক পৰিস্থিতিৰ বেহা লগাই এৰনীয়া হৈ লৈ হিট্লাৰে যুদ্ধৰ বাবে শিং ধৰাবলৈ লাগিল।

---

৩৯। **The real basis of Germany's recovery was rearmament......The whole German economy came to be known in Nazi parlance as wehrwirtschaft, or *war economy* and it was deliberately designed to function not only in time of war but during the peace that led to war : *Shirer*.**

# চতুৰ্থ অধ্যায়

## যুদ্ধৰ বাটত

### এক

### হিট্‌লাৰৰ ফৰেইন পলিচি

১৯৩৩ চনত হিট্‌লাৰৰ ক্ষমতালৈ অহাৰ সময়ত জাৰ্মানিৰ পৰৰাষ্ট্ৰীয় পৰিস্থিতি আছিল তেনেই অকলশৰীয়া সঙ্গিন। হিট্‌লাৰৰ স্বৈৰাচাৰী কাৰ্য্য-কলাপে—বিশেষকৈ ইহুদী সম্প্ৰদায়ৰ ওপৰত চলোৱা অত্যাচাৰে—সমগ্ৰ জগতক জাৰ্মানিৰ প্ৰতি বিমুখ কৰি তুলিছিল। তদুপৰি সামৰিক শক্তি হিচাপেও জাৰ্মানি তেতিয়া অতি দুৰ্বল। জাৰ্মানিৰ তুলনাত জাৰ্মানিৰ ওচৰ-চুবুৰীয় ফ্ৰান্স নালাগে, পলাণ্ড আৰু চেক'শ্লভাকিয়াই অধিক শক্তিশালী। এই তিনি-উখন ৰাষ্ট্ৰ আছিল জাৰ্মানিৰ শত্ৰু। ইতালিত মুচলিনিয়ে তেতিয়া ফেচিষ্ট একাধিপত্য স্থাপন কৰিছে। ইতালীৰ গাতে লাগি থকাকৈ আন এখন পৰাক্ৰমী ফেচিষ্ট্ ৰাষ্ট্ৰ তেওঁও নিবিচাৰিছিল। ৰুচিয়া, ভাইমাৰ ৰিপাব্লিকৰ মিত্ৰ আছিল। সেই ৰিপাব্লিকৰ পতং পৰাৰ পিছৰপৰা ৰুচিয়াও জাৰ্মানিৰ শত্ৰু হৈ উঠিছিল।

এনেহেন সংকটজনক পৰিস্থিতিতো, ক্ষমতাত অধিষ্ঠিত হৈয়েই, কূটনীতি ক্ষেত্ৰত হিট্‌লাৰে অসামান্য পাৰদৰ্শিতা দেখুৱালে। তেওঁৰ কূটনীতিৰ কিটি-পটি আছিল অনৰ্গল জগতক শান্তিৰ বাণী শুনোৱা, আৰু তলে তলে যুদ্ধলৈ সাজু হোৱা। ১৯৩৩ চনৰ মেই মাহৰ ১৬ তাৰিখে আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি প্ৰেচিডেণ্ট ৰুজভেল্টে বিশ্বজনীন নিৰস্ত্ৰীকৰণৰ এটি প্ৰস্তাৱ দাঙি ধৰি, ব'মা, টেঙ্ক আদি মাৰণাস্ত্ৰ পৰিহাৰ কৰি, সমগ্ৰ বিশ্বত স্থায়ী শান্তি স্থাপনৰ কাম হাতত ল'বলৈ চৌৱাল্লিছখন ৰাষ্ট্ৰলৈ গোহাৰি জনাইছিল। পাছ দিনাই (১৭ মেই) সেই গোহাৰিৰ প্ৰত্যুত্তৰত হিট্‌লাৰে ঘোষণা কৰিলে: প্ৰেচিডেণ্ট ৰুজভেল্টৰ প্ৰস্তাৱ জাৰ্মান চৰকাৰে সৰ্বান্তঃকৰণেৰে সমৰ্থন কৰে। প্ৰেচিডেণ্টৰ প্ৰস্তাৱে শান্তিকামী জাতিসমূহৰ প্ৰাণত একণি আশাৰ ৰেঙণি পেলাইছে। আন আন ৰাষ্ট্ৰসমূহ যদি সকলো অস্ত্ৰ-শস্ত্ৰ নিৰ্মূল কৰিবলৈ

ষাস্তি হয়, জাৰ্মানিয়েও নিঃসংকোচে তাকে কৰিব। আন আন জাতিৰ তুলনাত জাৰ্মানিৰ বৰ্ত্তমানৰ সামৰিক বাহিনী নিচেই সক আৰু অস্ত্ৰ-শস্ত্ৰও তেনেই তাকৰীয়া; তথাপি সামৰিক বাহিনীক নিৰস্ত্ৰ কৰি, সৈন্য-সামন্তক ঘৰাঘৰি যাবলৈ দি, অস্ত্ৰ-শস্ত্ৰ আমাৰ যি অলপ আছে তাকো ধ্বংস কৰি পেলাবলৈকো জাৰ্মানি প্ৰস্তুত—যদি আমাৰ ওচৰ-চুবুৰীয়া জাতিসমূহেও সেই কাম কৰে। জাৰ্মানিয়ে যুদ্ধ নিবিচাৰে; শান্তি আৰু নিৰাপত্তাহে কামনা কৰে। মোৰ মনেৰে যুদ্ধ সম্পূৰ্ণ উন্মাদৰ (unlimited madness) হে কাৰ্য্য।

জগতে জাতিসমূহক এটি সঁকীয়নি দিও তেওঁ ক'লে: সম্পূৰ্ণ নিৰস্ত্ৰীকৰণৰ প্ৰস্তাৱ আন আন জাতিসমূহে যদি গ্ৰহণ নকৰে, তেতিয়া হ'লে কিন্তু সামৰিক শক্তি আৰু অস্ত্ৰ-শস্ত্ৰৰ ক্ষেত্ৰত সেই জাতিসমূহৰ সৈতে জাৰ্মানিয়ে সমতাৰ দাবী কৰিব। দাবী অগ্ৰাহ্য হ'লে নিৰস্ত্ৰীকৰণৰ বৈঠক (Disarmament Conference) আৰু জাতিসংঘ (League of Nations) পৰিত্যাগ কৰাৰ কথা ভাবিবলৈ জাৰ্মানি বাধ্য হ'ব।

হিট্‌লাৰৰ চমু জীৱনৰ সকলোতকৈ প্ৰখ্যাত আৰু ওজস্বিনী এই বক্তৃতাটি শুনি অকল জাৰ্মান জাতিয়েই হিট্‌লাৰৰ প্ৰতি ভক্তিত গদগদ হোৱা নাছিল, সমগ্ৰ বিশ্বই বিমোহিত হৈ হিট্‌লাৰৰ জয়গীত গাইছিল। ইংলণ্ডৰ শীৰ্ষস্থানীয় বাতৰি-কাকত 'টাইম্‌চে' লিখিছিল যে হিট্‌লাৰৰ দাবী সম্পূৰ্ণ যুক্তিসংগত; জাতিসমূহে সেই দাবী মানি লোৱা উচিত। আন কি প্ৰেচিডেণ্ট কজভেল্টো হিট্‌লাৰৰ প্ৰশংসাত উথলি উঠিছিল।

কিন্তু দুদিনৰ পিছতে মেকুৰী জোলোঙাৰপৰা ওলাল। হিট্‌লাৰে বঢ়িয়াকৈ বুজিছিল যে তেওঁৰ দাবী ইংলণ্ড আৰু ফ্ৰান্সে কেতিয়াও মানি নলয়। কাৰণ, সেই দাবী মানি লোৱাৰ অৰ্থ হ'ব ভেৰ্চাইৰ সন্ধিপত্ৰ ফালি পেলোৱা। তথাপি, জাৰ্মানিৰ দাবী আন আন জাতিয়ে অগ্ৰাহ্য কৰাৰ অজুহাতত অক্টোবৰ মাহৰ ১৪ তাৰিখে নিৰস্ত্ৰীকৰণৰ বৈঠক আৰু জাতিসংঘৰপৰা জাৰ্মানিৰ মুখপাত্ৰসকল ওলাই আহিল। এই কাৰ্য্যৰ দ্বাৰা পৰোক্ষ ভাৱে হিট্‌লাৰে ঘোষণা কৰিলে যে ভৱিষ্যতলৈ ভেৰ্চাইৰ সন্ধি মানি চলিবলৈ জাৰ্মানি বাধ্য নহয়। জাৰ্মান জাতিক সম্বোধন কৰি তেওঁ ক'লে: ১৯১৮ চনৰ ১১ নৱেম্বৰৰ দিনা জাৰ্মান জাতিয়ে নিজৰ সন্মান জলাঞ্জলি দিছিল; পোন্ধৰ বছৰৰ মূৰত আজি সেই জাতিয়ে সেই সন্মান পুনৰুদ্ধাৰ কৰিলে।

হিট্‌লাৰৰ এই কাৰ্য্যত জাৰ্মান সেনাপতিসকলে প্ৰমাদ গণিলে। তেওঁলোকে-

কোৰাকুই কৰিলে : এই কাৰ্য্যৰ প্ৰত্যুত্তৰত জাতিসংঘই যদি জাৰ্মানিৰ বিৰুদ্ধে 'চেংশন' বহুৱায়, অৰ্থাৎ জাৰ্মানিলৈ পেট্ৰল, লোহা-লকৰ আদি অহা বন্ধ কৰি দিয়ে তেতিয়া হ'লে আমাৰ উপায় কি হ'ব? হিট্‌লাৰে উত্তৰ দিলে : তেনে কাম কৰিবলৈ জাতিসংঘই, তথা ইংগ-ফৰাচী চৰ্কাৰে সাহ নকৰে।

হিট্‌লাৰৰ কথাই বজিল। ফৰাচী চৰ্কাৰে হিট্‌লাৰৰ বিৰুদ্ধে সমুচিত বিধান হাতত লোৱাৰ কথা অলপ ভাবিছিল, কিন্তু ব্ৰিটিচ চৰ্কাৰে বিধি পথালি দিলে। ফৰাচীয়ে অকলেই সেই সময়ত জাৰ্মানিক আক্ৰমণ কৰা হ'লেও জাৰ্মানিৰ নিস্তাৰ নাছিল, হাজাৰ বছৰীয়া ৰাইখৰ প্ৰথম বছৰতে আৰু হিট্‌লাৰৰ জীৱন-নাটকৰ প্ৰথম অঙ্কতে যৱনিকাপাত হ'লহেঁতেন। কিন্তু ফ্ৰান্সৰ প্ৰভুসকলে আঙুলিৰ মূৰ কামুৰি হিট্‌লাৰ উদ্ভওালি চাই ৰ'ল। দুৰ্নীতিত ফৰাচী চৰ্কাৰ আৰু সমাজ তেতিয়া উবলি যাবলৈ ধৰিছে, কোনো সাহসিক সিদ্ধান্তত উপনীত হোৱাৰ শক্তি ফ্ৰান্সৰ শাসকবৰ্গ আৰু জনগণৰ তেতিয়া নাছিল।[৪০]

হিট্‌লাৰৰ উপৰোক্ত কাৰ্য্য যে জাৰ্মানিৰ পক্ষে অতি বিপদজনক আছিল সেই সম্বন্ধে সন্দেহ নাই, কিন্তু জাৰ্মান জাতিৰ জীৱনৰ এনে বিধৰ আৰু কেইবাটাও সন্ধিক্ষণত, ইয়াতোকৈ বহুগুণে বিপদজনক সিদ্ধান্ত গ্ৰহণ কৰি, জাৰ্মান সেনাপতি-সকলৰ বিচাৰ-বুদ্ধিৰ তুলনাত হিট্‌লাৰে নিজৰ বিচাৰ-বুদ্ধিৰ শ্ৰেষ্ঠতা আৰু বিচক্ষণতা প্ৰমাণ কৰিছিল। এনেবিলাক সিদ্ধান্তৰ গুৰিত যুক্তি নাছিল, আছিল হিট্‌লাৰৰ অসাধাৰণ অনুভূতি—ইনটিউশন।

হিট্‌লাৰ যে এজন বিচক্ষণ কূটনীতিজ্ঞ পুৰুষ আছিল অতি সোনকালে তাৰ তেওঁ আৰু এটি চকমকীয়া প্ৰমাণ দিলে। ফ্ৰান্সতকৈয়ো জাৰ্মান জাতিৰ চকুত ঘৃণিত ৰাষ্ট্ৰ আছিল পলাণ্ড। ভেৰ্চাইৰ সন্ধি অনুসৰি পূব জাৰ্মানিক দ্বিখণ্ডিত কৰি তাৰ মাজেদি ডাণ্ট্‌চিক্ বন্দৰলৈ পলাণ্ডক এটি বাট ( corridor ) দিয়াৰ কথা আগত উল্লেখ কৰা হৈছে ( প্ৰথম অধ্যায়, ৭ম পৰিচ্ছেদ চাওক ) তাৰ-উপৰিও ভেৰ্চাইৰ সন্ধি অনুসৰি জাৰ্মানিয়ে আগতে পলাণ্ডৰ পৰা কাঢ়ি লোৱা

---

৪০। **That the Allies at this time could easily have overwhelmed Germany is as certain as it is that such an action would have brought the end of the Third Reich in the very year of its birth.…(but) the victorious allied nations took no action, being too divided, too torpid, too blind to grasp the direction of what was building up beyond the Rhine : *Shirer*.**

ছুখন প্ৰবেশ—পজেন আৰু চাইলেচিয়া—পলাণ্ডক যুৱাই দিয়া হৈছিল। এই ব্যৱস্থাই জাৰ্মান জাতিক হৃদে বিষাদি বিস্থিছিল। জাৰ্মান সৈন্যবাহিনীৰ ৰয়যুবীয়া সেনাপতি জেনেৰেল ফন্ চীক্টে ১৯২২ চনতে কৈছিল : পলাণ্ডৰ অস্তিত্ব আমাৰ পক্ষে অসহ্য। পলাণ্ডৰ অস্তিত্বৰ আমি লোপ পেলাবই লাগিব ; পেলামো। পলাণ্ডৰ পতনৰ লগে লগে য়ুৰোপ মহাদেশত ভেৰ্চাই সন্ধিৰ লাইখুটা ফ্ৰান্সৰ প্ৰতিপত্তিৰো অন্ত পৰিব।[৪১]

বিচক্ষণ কূটনীতিজ্ঞ পুৰুষ হিটলাৰ ওলাল এইবাৰ মাৰি খোৱা হাঁহক চাৰি পাৰি বহুৱাবলৈ। জাৰ্মানিয়ে পলাণ্ডক আক্ৰমণ নকৰিব আৰু পলাণ্ডেও জাৰ্মানিক আক্ৰমণ নকৰিব বুলি, দহ বছৰলৈ বলৱৎ হৈ থকাকৈ, ১৯৩৪ চনৰ ২৬ জানুৱাৰীৰ দিনা, হিট্লাৰে ঘৃণিত শত্ৰুক বন্ধুত্বৰ জৰীৰে বান্ধ খুৱাই পলাণ্ডৰ লগত সন্ধি স্থাপন কৰিলে (treaty of non-aggression and friendship)। এই কৌশলেৰে পলাণ্ডক সেই ৰাষ্ট্ৰৰ আশ্ৰয়দাতা ফ্ৰান্সৰপৰা পৃথক কৰি, জাৰ্মানিৰ পূব সীমান্তত হিট্লাৰে ফ্ৰান্সৰ বল টুটালে। হিট্লাৰৰ ফান্দত ভৰি দিবলৈ গৈ পলাণ্ডে নিজৰ টেঁটুত ফাঁচহে লগাইছিল। দহ বছৰহে নালাগে, পাঁচ বছৰৰ পিছতে বিশ্বস্ত বন্ধুৱে পলাণ্ডক সমূলকে ধ্বংস কৰিব।[৪২]

---

৪১। **"Poland's existence is intolerable. Poland must go and will go. With the disappearance of Poland will fall one of the strongest pillars of the Versailles Peace, the hegemony of France.**

৪২। **From that day on, Poland began gradually to detach itself from France, its protector since its birth in 1919, and to grow ever closer to Nazi Germany. It was a path that would lead to its destruction long before the treaty of "friendship and non-aggression" ran out: *Shirer*.**

## দুই

# এভেও চুভেও লোটা নিবৰ ছেও

'মাইন্ কাম্ফ'ৰ প্ৰথম পাতৰ প্ৰথম পেৰেগ্ৰাফতে হিট্লাৰে লিখিছিল যে আজীৱন পুৰুষাৰ্থ কৰি হ'লেও জাৰ্মানভাষী অষ্ট্ৰিয়াক জাৰ্মানিৰ লগত লগ লগাই তেওঁ এখন বৃহত্তৰ জাৰ্মানি গঢ়ি তুলিব। গাদীত বহিয়েই সেই আঁচনি কাৰ্য্যকৰী কৰা কামত তেওঁ হাত দিলে। টেয়ডৰ হাবিষ্ট্ আৰু আলফ্ৰেড্ ক্ৰাভেনফেল্ড্ নামেৰে দুজন নাৎচি কৰ্মীক কামত খটুৱাই জাৰ্মানিৰ লেখিয়াকৈ অষ্ট্ৰিয়াতো হিট্লাৰে এটি নাৎচি পাৰ্টি গঢ়ি তুলিলে। হিট্লাৰে যোগান দিয়া অস্ত্ৰ-শস্ত্ৰ, ব'মা-বাৰুদেৰে চৰ্কাৰী অট্টালিকা, ৰেল-লাইন, 'পাৱাৰ হাউচ্' আদি উৰাই দি অষ্ট্ৰীয় চানচেলৰ ডলফুচৰ ফলীয়া লোকক গুমি কৰি অষ্ট্ৰীয় নাৎচিহঁতে সেই ৰাজ্যত সন্ত্ৰাসৰ ( reign of terror ) সৃষ্টি কৰিলে। 'অষ্ট্ৰিয়ান লিজন' নাম দি কেইবা হাজাৰো সেনাৰ এটি অনীক যুগুত কৰি ৰখা হ'ল অষ্ট্ৰিয়া আৰু বাভেৰিয়াৰ মাজৰ আদৰিয়াত, যাতে ছেগ ওলোৱা মাত্ৰকে সেই বাহিনীয়ে তুৰন্তে গৈ অষ্ট্ৰিয়া অধিকাৰ কৰিব পাৰে।

এইবিলাক কাম আছিল প্ৰস্তুতিহে; আচল কাম আৰম্ভ হ'ল ১৯৩৪ চনৰ ২৫ জুলাই তাৰিখৰ ভৰ দুপৰীয়া বেলিকা। সেই দিনা সেই পৰত ডেৰশমান অষ্ট্ৰীয় এচ-এচৰ গুণ্ডাই বলেৰে ভিয়েনাৰ চান্চেলাৰিত ( ৰাজধানীৰ য'ত চৰ্কাৰী কাৰ্য্যালয় আৰু মূখ্য শাসকৰ বাসভৱন ) সোমাই ডলফুচক গুলিয়াই বধ কৰিলে। সেই ক্ষণতে চান্চেলাৰিৰপৰা অলপ আঁতৰতে অৱস্থিত অনাতাঁৰ কেন্দ্ৰটিকো নাৎচি গুণ্ডাহঁতে বলেৰে অধিকাৰ কৰি ঘোষণা কৰিলে যে ডলফুচে চান্চেলৰ পদত ইস্তফা দিছে।

এই বাতৰিটি পাই উলাহৰ মাদলীটি হৈ হিট্লাৰ চপলিয়াইছিল বেজিয়' ষ্টেশনৰ পিনে, জগতক বৃহত্তৰ জাৰ্মানিৰ বাতৰি শুনাবলৈ, পিছে অগাধ পণ্ডিতৰো বিধি ভুল হয়, টেঙৰৰ ভিত্তিতো মাজে সময়ে জোল লাগে—খন্তেক পিছতে হিট্লাৰে পালে বিষম বাতৰি। ভিয়েনাৰপৰা অহা শেহতীয়া বাতৰিৰপৰা জানিবলৈ পোৱা গ'ল যে অষ্ট্ৰীয় নেতা ডক্টৰ কুট শ্চুচনিগে নাৎচি বিদ্ৰোহ দমাই, দুৰ্বৃত্তজাকক গ্ৰেপ্তাৰ কৰোৱাই, তাৰে তেৰটিক ফাঁচী কাঠত ওলমালে। ডলফুচক হত্যা কৰাৰ বাতৰি পাই সিপিনে ইতালিৰ ডিক্টেটৰ বেনিত' মুচলিনিও গৰম হ'ল, কাৰণ মাথোন এমাহ আগতে হিট্লাৰে ভেনেৎ চিয়াত ( ভেনিচ ) মুচলিনিক লগ ধৰি, অষ্ট্ৰিয়াৰ গাত তেওঁ হাত নিদিব বুলি কুকুৰা কাটি শপত

খাই থৈছিল। জাৰ্মান সেনা অষ্ট্ৰিয়াত সোমাব খুজিলে লিহঁতক আগ ভেটিবলৈ মুচলিনিয়ে চাৰি ডিভিজনৰ* এক বাহিনী পঠালে অষ্ট্ৰিয়াৰ সীমাত অৱস্থিত ব্ৰেনাৰ গিৰিসংকটলৈ। ব্ৰিটেইন আৰু ফ্ৰান্সে মুচলিনিৰ এই কাৰ্য্যৰ প্ৰতি সমৰ্থন জনালত হিট্‌লাৰ বিপাঙত পৰিল, কাৰণ যুদ্ধত প্ৰবৃত্ত হোৱাৰ শক্তি তেতিয়াও জাৰ্মানিয়ে ঘূৰাই পোৱা নাই এথোন। ১৯২৩ চনৰ 'বিয়াৰ হল পাটশ'ৰ দেখিয়াকৈ হিট্‌লাৰৰ এইবাৰৰ "ভিয়েনা পাটশো' ফুচ্‌ফাচ্ হ'ল। আঙুলিৰ মূৰ কামুৰি, চিঞৰি-বাখৰি তেওঁ অনুচৰবৰ্গক ক'লে: আৰে! ইহঁতে দেখোন দ্বিতীয় চেৰাজেভৰ** পৰ্বৰ হে অৱতাৰণা কৰিলে।

থিতাতে কোমল কাটি সুৰসুৰীয়াটি হৈ ডলফুচক হত্যা কৰা কাৰ্য্যকে গৰিহণা দি বেতাৰ কেন্দ্ৰৰপৰা পুনৰ এবাৰ জগতক তেওঁৰ শান্তিপ্ৰিয়তাৰ বাণী শুনাই হিট্‌লাৰে ঘোষণা কৰিলে: পুনৰ যুদ্ধ হোৱা অসম্ভৱ কথা; যুদ্ধৰ মাধ্যমেদি কোনো সমস্যাৰে সমাধান নহয়।

এই দৰে জগতক চুকচুকাই কিছু দিনলৈ হিট্‌লাৰ তাপ মাৰি থাকিবলগীয়াত পৰিল, কিন্তু তলে তলে দ্বিতীয় মহাসমৰলৈ জাৰ্মানিক সাজু কৰি তোলা কাৰ্য্যত দুগুণ উদ্যমেৰে তেওঁ লাগি গ'ল।

সৈন্যবাহিনীৰ সৈন্যসংখ্যা এবছৰৰ ভিতৰত একলাখৰ পৰা তিনি লাখলৈ বঢ়াবলৈ বৰমূৰীয়া সেনাপতি সকলক আদেশ দিয়া হ'ল। ভেৰ্চাইৰ চুক্তিয়ে যুদ্ধৰ জাহাজ, যোল হাজাৰ টনতকৈ অধিক ওজনৰ যি কোনো ধৰণৰ জাহাজ আৰু পানীৰ তলেদি যোৱা যান (চাবমেৰিন্ বা ইউ-ব'ট) নিৰ্মাণ কৰিবলৈ জাৰ্মানিক নিষেধ কৰিছিল। নৌ-বাহিনীৰ বৰমূৰীয়া এডমিৰেল ৰায়েডাৰে এতিয়া আদেশ পালে, চাৰিবছ হাজাৰ টনৰ যুদ্ধৰ জাহাজ আৰু যিমান পাৰে ইউ-ব'ট তৈয়াৰ কৰোৱাবলৈ। ভেৰ্চাইৰ সন্ধিমতে যুদ্ধৰ বিমান তৈয়াৰ কৰাৰ অধিকাৰো জাৰ্মানীৰপৰা কাঢ়ি লোৱা হৈছিল। খেল-ধেমালিৰ নামত (League for Air Sports) গোৰিং এইবাৰ লাগি গ'ল যুদ্ধৰ বিমান তৈয়াৰি কৰা কামত। ক্ৰুপকে আদি কৰি জাৰ্মানিৰ বিশাল বিশাল অস্ত্ৰ-শস্ত্ৰ, খাৰ-বাৰুদ্ তৈয়াৰ কৰা

* দুই-তিনটা বেটেলিয়নেৰে একোটা ব্ৰিগেইড্ আৰু দুই-তিনিটা ব্ৰিগেইডেৰে একোটা ডিভিজন গঠিত হয়। একোটা ডিভিজনত তেৰ-চৈধ্য হাজাৰকৈ সেনা থাকে।

** ১৯১৪ চনত চেৰাজেভত অষ্ট্ৰীয় যুৱৰাজক হত্যা কৰাৰ লেচুকে লৈ প্ৰথম মহাসমৰ আৰম্ভ হৈছিল।

কার্খণা বিলাকৰ ওপৰতো জেনে ধৰণৰ সামগ্ৰী তৈয়াৰ কৰিব নোৱাৰাকৈ ভের্চাইৰ সন্ধিয়ে আদেশ জাৰি কৰিছিল। সেইবিলাকেও এতিয়া পূৰা দমে আগৰ কামকে আৰম্ভ কৰি দিলে। ১৯৩৪ চনৰ আৰম্ভণিৰেপৰা দুই লাখ চল্লিছ হাজাৰ সক-বৰ কাৰ্খণা থাপনা কৰাৰ দিহা কৰা হ'ল, কেৱল মাত্ৰ যুদ্ধৰ আহিলা মজুত কৰাৰ বাবে।

হিট্‌লাৰৰ কড়া হুকুম আছিল যে এই সকলোবিলাক কাম এনে গুপুতভাৱে সমাধা কৰিব লাগিব যাতে ইংৰাজ-ফৰাচীয়ে ঘুণাক্ষৰেও একো গম নাপায়। কিন্তু এনে বিৰাট এক অভিযান কিমান দিনলৈ গুপুতে ৰখা সম্ভৱ? ১৯৩৪ চনৰ শেহ ভাগলৈ জাৰ্মানি যুদ্ধৰ বাবে সাজু হোৱাৰ সম্ভেদ কোনেও আৰু নোপোৱাকৈ নাথাকিল।

ফ্ৰান্স্ আৰু ইংলণ্ডৰ প্ৰভু সকলৰ গুণাগথা লাগিল, কিন্তু ভের্চাইৰ সন্ধি অনুসৰি জাৰ্মানিক নিৰস্ত্ৰ কৰাৰ সাহ সি সকলৰ ন'হ'ল। বৰং ইংলণ্ডৰ পৰৰাষ্ট্ৰ মন্ত্ৰী চাৰ জন চাইমনে* ফৰাচী চৰ্কাৰক প্ৰস্তাৱ দিলে যে পলাণ্ড, চেক'শ্লভাকিয়া আদি জাৰ্মানিৰ পুব দিশে থকা দেশ সমূহক আক্ৰমণ কৰি শান্তি-ভঙ্গ নকৰিব বুলি প্ৰতিশ্ৰুতি দি হিট্‌লাৰে যদি লকাৰ্ণ চুক্তিৰ আহিত এখন চুক্তিপত্ৰত (Eastern Locarno) চহী দিয়ে, তেতিয়া হ'লে জাৰ্মানিক পুনৰ অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰি সামৰিক বাহিনী নকৈ গঢ়ি তুলিবলৈ অনুমতি দিয়া যাওক। (হিট্‌লাৰে যেন চাইমন চাহাবৰ অনুমতিলৈ মুখ মেলি চাই হে আছিল!)। ফৰাচী চৰ্কাৰে একে আষাৰে এই প্ৰস্তাৱ দলিয়াই পেলালে হয় কিন্তু অকলে হিট্‌লাৰৰ কাৰ্য্যত বাধা দিবলৈকো সাহ গোটাব নোৱাৰিলে। এতিয়াৰপৰা প্ৰকাশ্যে জাৰ্মানিত যুদ্ধৰ বাবে তুমুল প্ৰস্তুতি চলিবলৈ ধৰিলে। ইংলণ্ড আৰু ফ্ৰান্সে তথাপি একো প্ৰতিবিধান হাতত নোলোৱা দেখি হিট্‌লাৰ আৰো কটা বাঘ হৈ উঠিল।

জাৰ্মানি আৰু ফ্ৰান্সৰ মাজৰ সীমান্ত অৱস্থিত চা-আৰ বোলা প্ৰদেশখনৰ কথা লৈ ফ্ৰান্স আৰু জাৰ্মানিৰ মাজত বহুকালৰে পৰা খোৱা-কামোৰা চলি আছিল। ভের্চাইৰ সন্ধি অনুসৰি সেই প্ৰদেশখন সাময়িক ভাৱে ফ্ৰান্সক দিয়া হৈছিল। চা-আৰ অঞ্চলৰ অধিবাসীয়ে ফ্ৰান্সৰ প্ৰজা হৈ থাকিবলৈ বিচাৰে নে জাৰ্মানিৰ প্ৰজা হ'বলৈ ইচ্ছা কৰে সেই কথা নিৰ্ণয় কৰাৰ অৰ্থে ১৯৩৫

---

* আমাৰ স্বাধীনতাৰ আগত ব্ৰিটিছ চৰ্কাৰে ভাৰতলৈ পঠোৱা কমিচনৰ নেতা চাইমন্ চাহাব।

চনৰ জানুৱাৰী মাহৰ ১৩ তাৰিখে গণভোট লোৱা হয়। জাৰ্মানিৰ অন্তৰ্ভুক্ত হ'বলৈ ইচ্ছা প্ৰকাশ কৰি ভোট দিলে চাৰি লাখ সাতসত্তৰ হাজাৰে; ফ্ৰান্সৰ লগতে থাকিবলৈ বিচাৰিলে মাত্ৰ আঠচল্লিছ হাজাৰে। তাৰ পাছত সেই মতে চা-আৰ অঞ্চল জাৰ্মানিক্ ঘূৰাই দিয়া হয়।

গণভোটৰ ফলাফল প্ৰকাশিত হোৱা মাত্ৰকে হিট্‌লাৰে পুনৰ শান্তিৰ বাণী শুনাই, ডবা কোবাই ঘোষণা কৰিলে যে প্ৰজাৰ ইচ্ছানুসৰি চা-আৰ প্ৰদেশ জাৰ্মানিক ঘূৰাই দিয়া হ'ল যেতিয়া, জাৰ্মানিয়ে ভৱিষ্যতলৈ পশ্চিম সীমান্তত কোনো ভূ-খণ্ড আৰু দাবী নকৰে, অৰ্থাৎ ভেৰ্চাইৰ সন্ধি মতে ফ্ৰান্সে জাৰ্মানিৰ-পৰা কাঢ়ি লোৱা আলচাচ্-লৰেইন প্ৰদেশৰ ওপৰত জাৰ্মানিৰ পুৰণিকলীয়া দাবী জাৰ্মানিয়ে পৰিত্যাগ কৰিব। হিট্‌লাৰৰ কথাত পতিয়ন গৈ আগৰ বাৰ ব্ৰিটিচ্ চৰ্কাৰে আগ বঢ়োৱা প্ৰস্তাৱতে এইবাৰ ফৰাচী চৰ্কাৰে সন্মতি জনালত সেই প্ৰস্তাব হিট্‌লাৰলৈ আগ বঢ়োৱা হ'ল। হিট্‌লাৰে প্ৰস্তাৱৰ পোনপটীয়া সমিচাৰ নিদি চাঁচৰি কোবাবলৈ লাগি, ফ্ৰান্সৰ লগত ইংলণ্ডৰ মিত্ৰিতাৰ ভাঙি, ইংলণ্ডক জাৰ্মানিৰ ফলীয়া কৰাৰ চেষ্টাত লাগিল। ব্ৰিটিচ্ চৰ্কাৰৰ মতিগতি সুবিধাজনক যেন নেদেখি, আৰু হিট্‌লাৰৰ মটমটনি দিনক দিনে বাঢ়ি যোৱা দেখি, ফৰাচী চৰ্কাৰে এক অধ্যাদেশ জাৰি কৰি ফৰাচী ডেকাল'ৰাইতৰ বাধ্যতামূলক সামৰিক শিক্ষাৰ মিয়াদ ডেৰ বছৰৰপৰা দুবছৰলৈ বঢ়াই দিলে।

এনে এক চেলুৰ বাবেহে মাথোন হিট্‌লাৰে বাট চাই আছিল। ফৰাচী চৰ্কাৰৰ অধ্যাদেশৰ প্ৰত্যুত্তৰত মাৰ্চ মাহৰ (১৯৩৫) ষোল তাৰিখ, শনিবাৰৰ দিনা হিট্‌লাৰে এক নতুন আইন জাৰি কৰি ফৰাচী আৰু ব্ৰিটিচ্ চৰ্কাৰৰ কলিজা কঁপাই দিলে। এই আইন অনুসৰি প্ৰত্যেকজন জাৰ্মান নাগৰিকৰ শিক্ষা (universal military service) বাধ্যতামূলক কৰা হ'ল আৰু জাৰ্মানিয়ে আধা নিযুত সেনাৰ এক সৈন্যবাহিনী মজুত কৰিব বুলি ঘোষণা কৰা হ'ল। ইমান দিনে ভেৰ্চাইৰ সন্ধিপত্ৰ ফালি ছিৰাছিৰ কৰিব বুলি হিট্‌লাৰে দপ্‌দপাই হে আছিল, এইবাৰ দেখাদেখিকৈ তেওঁ সেই কাম কৰিয়েই পেলালে।

হিট্‌লাৰৰ এই কাৰ্য্যৰো পিছে ফৰাচী আৰু ব্ৰিটিচ্ চৰ্কাৰৰ গা লৰাব নোৱাৰিলে। সেই দুই চৰ্কাৰে জাৰ্মান চৰ্কাৰলৈ প্ৰতিবাদ পত্ৰ একোখনি পঠোৱাৰ বাহিৰে একোকেতো নকৰিলেই, বৰং ব্ৰিটিচ্ চৰ্কাৰে হিট্‌লাৰক প্ৰাৰ্থনাৰ

হুৰত আথে-বেথে মুখি পঠালে, তেখেতে দয়া কৰি ব্ৰিটিচ পৰৰাষ্ট্ৰ মন্ত্ৰীক দেখা কৰিবলৈ মান্তি হ'লে, তেখেতৰ লগত কথা-বতৰা পাতিবলৈ ব্ৰিটিচ্ পৰৰাষ্ট্ৰ মন্ত্ৰী চাইমনক তুৰন্তে জাৰ্মানিলৈ পঠোৱা হ'ব।[৪৩] ব্ৰিটিচ্ চৰ্কাৰৰ কাতৰ মিনতি শুনিবলৈ ,দয়া কৰি হিট্‌লাৰ মান্তি হ'ল, কিন্তু বপুৰা চাইমন বাৰ্লিনত আহি উপস্থিত হোৱাৰ পাছত, পানী লগাৰ অজুহাতত হিট্‌লাৰে তেওঁৰ লগত দেখাকে নকৰিলে, কাৰণ হিট্‌লাৰৰ ইতিমধ্যে বুজিবলৈ বাকী নাছিল, ফ্ৰান্স আৰু ইংলণ্ডৰ তৎকালীন প্ৰভুসকল কিমান পানীৰ মাছ। কিছু দিনৰ পিছত হিট্‌লাৰে 'ক্ষুদ্ৰ কীট' বুলিহে সি সকলৰ বৰ্ণনা দিবগৈ।[৪৪]

ভেৰ্চাইৰ সন্ধিপত্ৰ ভৰিৰে মোহাৰি হিট্‌লাৰে যি উৎকট দুঃসাহসিকতাৰ পৰিচয় দিলে তাৰ ফলত 'জয় হিট্‌লাৰ' ধ্বনিয়ে জাৰ্মানিৰ ইমূৰৰপৰা সিমূৰলৈকে খলক লগালে। যিসকল শিক্ষিত, মাৰ্জিত, সভ্য জাৰ্মান প্ৰজাই নাৎচি গুণ্ডা-ইতৰ কাৰ্য্যকলাপ দেখি নাক কোঁচাইছিল, সিসকলৰো এতিয়া মন ঘূৰি গ'ল। ভেৰ্চাইৰ সন্ধিয়ে জাৰ্মান জাতিৰ ভিভিত আঁকি দিয়া যিভাল কলঙ্কৰ শিকলি ছিঙি পেলোৱাৰ সাহ সোতৰ বছৰে কোনো জাৰ্মান চৰ্কাৰ নাই বা ক্ষমতাত অধিষ্ঠিত নেতাৰ হোৱা নাছিল, হিট্‌লাৰে একে দিনাই অনায়াসে সেই কাম সমাধা কৰি জাৰ্মান জাতিৰ কপালৰপৰা কলঙ্কৰ ছাট মচি পেলাই সেই জাতিলৈ জাতীয় সন্মান ঘূৰাই আনিলে। হিট্‌লাৰৰ প্ৰশংসাত সমগ্ৰ জাৰ্মান জাতি মুখৰ হৈ উঠিল ; হিট্‌লাৰৰ জয়গানে জাৰ্মানি বুৰাই দিলে।

হিট্‌লাৰৰ কাৰ্য্য-কলাপ দেখি ফৰাচী আৰু ইংৰাজ প্ৰভুসকলে বেবুৰা লাগি ইতালিৰ তৎকালীন প্ৰতাপী ডিক্টেটৰ মুচলিনিৰ চৰণত পশিলে। ইতালিৰ ষ্ট্ৰেচা বোলা ঠাইত, ইতালি, ফ্ৰান্স আৰু ইংলণ্ডৰ কটকীসকলৰ এখন বৈঠক বহিল। অষ্ট্ৰিয়াৰ স্বাধীনতা আৰু লকাৰ্ণ চুক্তিৰ প্ৰতি সমৰ্থন জ্ঞাপন কৰি, জাৰ্মানিৰ কাৰ্য্যত গৰিহণা দি বৈঠকে প্ৰস্তাৱ গ্ৰহণ কৰিলে। জাতি সংঘৰো

---

৪৩। **As Hitler expected they ( ফ্ৰান্স আৰু ব্ৰিটেইন ) protested but did not act. Indeed the British government hastened to ask whether Hitler would receive its foreign secretary—a query which the dictator graciously answered in the affirmative : *Shirer*.**

৪৪। **"Little worms," he would shortly call them when he again humbled the two western democracies with the greatest of ease : *Shirer*.**

অনুৰূপ এক প্ৰস্তাৱ গ্ৰহণ কৰি য়ুৰোপ মহাদেশৰ, তথা পৃথিৱীৰ, ভৱিষ্যত নিৰাপত্তাৰ বাবে কেনে ধৰণৰ বিধান হাতত লোৱা যুগুত হ'ব সেই কথাৰ মীমাংসা কৰিবলৈ এখনি কমিটি নিযুক্ত কৰিলে।

পূব দিশে পলাণ্ড, চেক'শ্লভাকিয়া আদি দেশক জাৰ্মানিয়ে আক্ৰমণ কৰি য়ুৰোপ মহাদেশত যুদ্ধৰ অগনি জলোৱাৰ আশংকা ৰুচিয়াই আগৰেপৰাই কৰিছিল। তাৰ প্ৰতিবিধান স্বৰূপে ফ্ৰান্সৰ লগত মিত্ৰতাৰ সূত্ৰে বান্ধ খাবলৈ সেই মৰ্মে ফ্ৰান্সলৈ কিছু দিন আগত ৰুচিয়াই এটি প্ৰস্তাৱ পঠাইছিল। সেই সময়ত ফৰাচী চকাৰে সেই প্ৰস্তাৱলৈ কেৰাহিকৈয়ে নাচালে, কিন্তু এতিয়া হিট্‌লাৰৰ কাৰ্য্যকলাপলৈ মন কৰি, আপদে-বিপদে দুয়ো দুয়োকো সহায় কৰিবলৈ গাত লৈ (mutual assistance pact) ৰুচিয়াৰ লৈতে ফ্ৰান্সে এটি চুক্তি কৰিলে।

এইবিলাক ব্যৱস্থাৰ বাতৰি পাই জাৰ্মানিৰ সামৰিক আৰু অসামৰিক নেতৃবৰ্গই প্ৰমাদ গণিলে, কিন্তু বিচনীৰ বাৰত পৰ্বত নলৰে, হিট্‌লাৰ সেই-বিলাকৰ প্ৰতি সম্পূৰ্ণ নিৰ্বিকাৰ। তেওঁ বঢ়িয়াকৈ বুজিছিল যে জাতি সংঘ তথা ইঙ্গ-ফৰাচী-চৰ্কাৰৰ থৰো দা জোকাৰণিত ভয় খাবলগীয়া একো নাই, তেকুলীৰ ঢোৰঢোৰণিত বাঘিবা নহয়। অতি দুঃসাহসিক এক কাৰ্য্য কৰি অনায়াসে গাত একণিও চেকা নলগাকৈ তেওঁতো সাৰি গ'লেই; ইংৰাজ-ফৰাচীয়ে এতিয়া মুখেৰে যিমান পাৰে সিমান লম্ফ-জম্ফ কৰি থাওক, কামত সিসকলে একো কৰাৰ সম্ভাৱনা নাই। তথাপি এজন বিচক্ষণ ৰাজনীতিজ্ঞ পুৰুষ হিচাপে হিট্‌লাৰে বুজিলে যে ইতালি আৰু ৰুচিয়াও ইংৰাজ-ফৰাচীৰ সমীয়া হ'ব লাগিলে বিপদ আছে, গতিকে কিছু দিনলৈ আক্ৰমণাত্মক কাৰ্য্যত হাত নিদি, পুনৰ জগতক শান্তিৰ বাণী শুনাই, এতিয়া কোমল কটা হে যুগুত হ'ব; দিন পালে খেণ পোৱা যাব।

১৯৩৫ চনৰ ২১ মেই তাৰিখে হিট্‌লাৰে ৰাইষটাগত যিটি বক্তৃতা দিলে, শাইৰাৰে সেই বক্তৃতাক one of the most cleverest and most misleading বুলি কৈছে:

যুদ্ধৰ নামত ঠটা মাটিতে তিনি গোৰ মাৰি হিট্‌লাৰে ঘোষণা কৰিলে—যুদ্ধতকৈ অৰ্থহীন, নিৰ্বুদ্ধিতাৰ জঘন্য, ভয়াবহ কাৰ্য্য একো নাই। আমাক লাগে ন্যায়ৰ ভেটিত যুগমীয়া শান্তি। যোৱা তিনি বছৰে য়ুৰোপ মহাদেশত কষবোৰ যুজনো লাগিছিলনে? কিন্তু তাৰ পৰিণাম কি হ'ল? যি ফ্ৰান্স

ফ্ৰান্সেই, জাৰ্মানি জাৰ্মানিয়েই ব'ল। ভেজৰ নৈ বোৱাই জাতি সমূহৰ কিবা লাভ হ'লনে? যুদ্ধৰ বাটেদি ন'গৈ আন বাট লোৱা হ'লে জাতিসমূহে বহুতো বৃহৎ কাৰ্য্য সাধিব পাৰিলেহেঁতেন। শান্তিহে জাৰ্মানিৰ কাৰণে সকলোতকৈ আৱশ্যকীয় বস্তু, জাৰ্মানিয়ে শান্তি হে বিচাৰে। আলচাচ লৰেইন প্ৰদেশৰ বাবে ফ্ৰান্সৰ লগত আমি দুখনকৈ যুদ্ধত যুঁজিলোঁ। সেই অঞ্চলৰ ওপৰত আমাৰ দাবী আমি এতিয়া চিৰকাললৈ এৰি দিলোঁ। পলাণ্ডৰ লগতো আমি শান্তি-স্থাপন কৰি সন্ধি পত্ৰত চহী কৰিছোঁ। সেই সন্ধি পত্ৰ আমি মানি চলিম। অষ্ট্ৰিয়াক জাৰ্মানিৰ অন্তৰ্ভুক্ত কৰাৰ উদ্দেশ্য আমাৰ সমূলি নাই। অষ্ট্ৰিয়াৰ আভ্যন্তৰীণ কথাত হাত দিবলৈ আমি নাযাওঁ।

এই সুৰত হিট্‌লাৰে ভালেমান পৰ বলকিলে। ইংলণ্ড আৰু ফ্ৰান্সৰ মাজত মিত্ৰতাৰ বান্ধ ঢিলা কৰাৰ মতলবেৰে মাছৰ সমুখত টোপ পেলোৱাদি ইংৰাজৰ মুখৰ আগত টোপ এটি পেলাই হিট্‌লাৰে শপত খালে যে ইংলণ্ডৰ নৌবলৰ এক-তৃতীয়াংশতকৈ সৰহ নৌবল নগঢ়িব বুলি লিখি দিবলৈকো জাৰ্মানি প্ৰস্তুত। "এই পৰিস্থিতিত যি জাতিয়েই য়ুৰোপ মহাদেশত যুদ্ধৰ অগনি জলাবলৈ যায়, সেই জাতিয়ে য়ুৰোপ মহাদেশৰ ধ্বংসলীলাকহে আমন্ত্ৰণ কৰি আনিবলৈ ইচ্ছা কৰে বুলি ক'ব লাগিব। আমাৰ কিন্তু দৃঢ় বিশ্বাস যে আমাৰ যুগত সেই প্ৰণালীৰে য়ুৰোপ মহাদেশৰ পতন নঘটিব, বৰং পাশ্চাত্যত এক নৱ জাগৰণ হে অনুষ্ঠিত হ'ব আৰু সেই মহান জাগৰণত জাৰ্মানিয়েও যুগমীয়া বৰঙণি যোগাব পাৰিব বুলিয়েই আমি আশা আৰু বিশ্বাস কৰোঁ।"[৪৫]

হিট্‌লাৰৰ এই ওজস্বিনী বক্তৃতাই অকল জাৰ্মানিতে নহয়, সমগ্ৰ য়ুৰোপ মহাদেশত অতি গভীৰ আৰু শুভ প্ৰভাৱ পেলালে। য়ুৰোপৰ জাতিসমূহৰ তেতিয়াও প্ৰথম মহাসমৰৰ ভাগৰকে মৰা নাই; যি কোনো উপায়েৰে হওক দ্বিতীয় এখন মহাসমৰৰ হাত সাৰিব পাৰিলেই ৰক্ষা। জাৰ্মানিৰ বাহিৰে প্ৰায়

৪৫। "Whoever lights the torch of war in Europe can wish for nothing but chaos. We, however, live in the firm conviction that in our time will be fulfilled not the decline but the renaissance of the West. That Germany may make an imperishable contribution to this great work is our proud hope and our unshakable belief: From the English translation of speech quoted by *Shirer*.

সকলো য়ুৰোপীয় ৰাষ্ট্ৰৰ, বিশেষকৈ ফ্ৰান্স আৰু ইংলণ্ডৰ, সেই সময়ছোৱাত মনোভাব আছিল সেই। গতিকে হিট্‌লাৰৰ বাণী শুনি সকলোৱে মুখলৈ পানী আহিল। বিশেষকৈ ব্ৰিটিচ্‌ চৰ্কাৰে হিট্‌লাৰে পেলোৱা টোপটি কালৌপ কৰে গিলি খ'লে। ভাত খাবলৈ দিলে যে হিট্‌লাৰে আঙুলি খাবলৈ ওলাব পাৰে বুলি ব্ৰিটিচ চৰ্কাৰৰ গা নেচেবালে। তৎকালীন ইংলণ্ডৰ প্ৰভুসকলৰ এই যেন্‌ কথা বুজিবৰ শক্তিও ন'হ'ল যে ব্ৰিটিচ্‌ নৌবাহিনীৰ এক তৃতীয়াংশতকৈ সৰহ জাহাজ সজোৱাৰ শক্তি জাৰ্মানিৰ তেতিয়া নাছিল ; যে ভেৰ্চাইৰ সন্ধিয়ে নিষেধ কৰা যুদ্ধৰ জাহাজ আৰু চাবমেৰিন তৈয়াৰ কৰিবলৈ দিলে এক তৃতীয়াংশতেই জাৰ্মানি ন'ৰ'ব, প্ৰথম মহাসমৰত কৰাদি জাৰ্মানইতে সাগৰৰ যুদ্ধত তুলকালাম কৰিব পাৰিব।

হিট্‌লাৰৰ মন্ত্ৰী ৰিবেন্‌ট্ৰপক ইংলণ্ডলৈ আমন্ত্ৰণ জনোৱা হ'ল ব্ৰিটিচ চৰ্কাৰৰ লগত কথা বতৰা পাতিবলৈ। লণ্ডনত উপস্থিত হৈয়েই তেওঁ ব্ৰিটিচ চৰ্কাৰক জনাই দিলে যে হিট্‌লাৰৰ প্ৰস্তাব ইংলণ্ডই বিনাবাক্যে গ্ৰহণ কৰে যদি কৰক, নকৰিলে নাই, অযথা কথা চোবাবলৈ তেওঁ লণ্ডনলৈ অহা নাই।

ৰিবেন্‌ট্ৰপৰ কথাই ৰজিল। ব্ৰিটিচ্‌ চৰ্কাৰে, একতৰফা বিচাৰ কৰি ভেৰ্চাইৰ সন্ধিপত্ৰ নাকচ কৰি, হিট্‌লাৰে বিচৰা মতেই জাৰ্মানিয়ে পুনৰ যুদ্ধৰ জাহাজ আৰু চাবমেৰিন তৈয়াৰ কৰাত সম্মতি দিলে। হিট্‌লাৰৰ লগত এই চুক্তি কৰাৰ আগত মিত্ৰশক্তি ফ্ৰান্স আৰু ইটালিক সেই সম্বন্ধে একো জনোৱাৰ আৱশ্যকতাও ব্ৰিটিচ্‌ চৰ্কাৰে অনুভৱ নকৰিলে। আন কি এই চুক্তি অনুসৰি জাৰ্মানিয়েনো কেনে বিধৰ কিমান জাহাজ সজোৱাব পাৰিব সেই সম্বন্ধে একো কথা ইংলণ্ডৰ মাই মিত্ৰশক্তি ফ্ৰান্সকো জানিবলৈ দিয়া ন'হ'ল।[৪৬]

৪৬। **With incredible naivete and speed, the British Government fell for Hitler's bait. Ribbentrop···was invited to London in June for naval talks···He told the British that Hitler's offer was not subject to negotiation ; they must take it or leave it. The British took it. Without consulting their allies of the Stresa front, France and Italy···and without even informing the League of Nations···they proceeded, for what they thought was a private advantage, to wipe out the naval restrictions of Versailles.→**

এই বিশ্বাসঘাতকতা আৰু অপমান হজম কৰি ফ্ৰান্স চৰ্কাৰ মনে মনে থাকিল, কিন্তু ইংৰাজৰ কাৰ্য্য-কলাপলৈ মন কৰি মুচলিনিৰ বুজিবলৈ বাকী নাথাকিল যে 'ষ্ট্ৰেচা ফ্ৰন্ট'ৰ আন দুই শক্তি—ফ্ৰান্স আৰু ইতালিলৈ পিঠি দি ইংলণ্ডই এতিয়া হিট্‌লাৰৰ লগত মিতিৰালি থাপনা কৰাৰ হে পাং পাতিছে। তেওঁ এই কথাও বুজিলে যে ভেৰ্চাইৰ সন্ধিৰ অৱমাননা কৰাৰ অবাধ স্বাধীনতা হিট্‌লাৰক ইংলণ্ডই দিছে যেতিয়া, ইতালিয়েও জাতিসংঘৰ নিষেধাজ্ঞা লংঘন কৰিলে ব্ৰিটিচ চৰ্কাৰে মুখেৰে মাতিব নোৱাৰিব; গতিকে সময়ৰ টিকনিত ধৰি তালৈ দিনৰপৰা তেওঁ আশচি থকা আঁচনি এখনি কাৰ্য্যকৰী কৰাৰ এয়ে প্ৰশস্ত ক্ষণ। সেই মতে ১৯৩৫ চনৰ অক্টোবৰ মাহৰ ৩ তাৰিখে, জাতিসংঘক বুঢ়া আঙুলি দেখুৱাই, মুচলিনিয়ে আবিচিনিয়া আক্ৰমণ কৰিলে। মুচলিনিৰ কাৰ্য্যৰ প্ৰতিবাদ কৰি ফ্ৰান্স আৰু ব্ৰিটিচ চৰ্কাৰে কিছু ফাকা আওৱাজ কৰিলে; তাৰ বাহিৰে মুচলিনিক বাধা দিবলৈ একো কৰাৰ সাহ সিসকলৰ ন'হ'ল।[৪৭] লাভৰ মূৰত ষ্ট্ৰেচাৰ বৈঠকত ইংলণ্ড আৰু ফ্ৰান্সৰ প্ৰস্তাৱলৈ মুচলিনিয়ে যি সমৰ্থন আগ বঢ়াইছিল, ইংগ-ফ্ৰান্স চৰ্কাৰে তাকো হেৰুৱালে। ফ্ৰান্স আৰু ইংলণ্ডৰ লগত ইতালিৰ মিত্ৰতাৰ অন্ত পৰিল।[৪৮] তাৰপৰা সকলোতকৈ লাভবান হ'ল হেৰ্ হিট্‌লাৰ। তেওঁ ভাবিলে,

←For it was most obvious to the most simple mind in Berlin that by agreeing to Germany's building a navy a-third as large as the British, the London government was giving Hitler free rein to build up a navy as fast as was physically possible···It was thus not a limitation on German rearmament but an encouragement to expand it···as rapidly as Germany could find the means to do so.

To add insult to injury already done to France, the British government, in fulfillment of a promise to Hitler, refused to tell her closest ally what kind of ships and how many Great Britain had agreed that Germany should build : *Shirer.*

৪৭। Mussolini took due notice of the "perfidy of Albion" Two could play at the game of appeasing Hitler. Moreover, England's cynical attitude of disregarding the Versailles Treaty encouraged him in the belief that London might not take too seriously the flouting of the Covenant of the League of Nations : *Shirer.*

৪৮। The League, led by Britain and half-heartedly→

আবিচিনিয়া ( ইথিয়পিয়া ) আক্রমণ কৰিবলৈ লৈ মুচলিনিৰ কেলেবাকৈ ঠকাল ভাঙিলে, অনায়াসে তেওঁ অষ্ট্ৰিয়া দখল কৰিব পাৰিব, কাৰণ তেওঁৰ সেই আকাঙ্ক্ষাৰ মাই প্ৰতিবন্ধক আছিল ইতালি। আৰু মুচলিনি যদি যুদ্ধত জিকেও তেতিয়া হ'লেও হিট্‌লাৰৰে লাভ, কাৰণ তেওঁ তেতিয়া হ'লে মুচলিনিৰ লগত মিতিৰালি পাতি য়ুৰোপত যুদ্ধ লাগিলে ইংলণ্ড আৰু ফ্ৰান্সৰ বিৰুদ্ধে ইতালিৰ সহায় ল'ব পাৰিব। গতিকে দুয়ো ফালৰেপৰা চালে হিট্‌লাৰৰ কেল্লা ফটে। সময়ৰ শৰ সময়ত নমৰাৰ পোটক ইংৰাজ আৰু ফৰাচীয়ে পিছত ভালকৈয়ে পাৰগৈ। বোলে :

অলপ ঘাত নলয় ঔষধি ;

বিস্তৰ হ'লে হয় হতবুধি।

এইবিলাকতকৈয়ো মজাৰ কথা হ'ল এই যে ২১ মেই ( ১৯৩৫ ) তাৰিখে হিট্‌লাৰে ৰাইষটাগত বক্তৃতা জাৰি য়ুৰোপ মহাদেশক যুগমীয়া শান্তিৰ বাণী শুনোৱাৰ উনৈছ দিন আগতে, মেই মাহৰ ২ তাৰিখে, হিট্‌লাৰৰ গুপুত আদেশ অনুসৰি সামৰিক বিভাগৰ ৰৰমুৰীয়া ( লগতে প্ৰতিৰক্ষা মন্ত্ৰীও ) জেনেৰেল ব্লমবের্গে তলতীয়া সেনাপতি সকলক সঁকীয়াই দিছিল যে অচিৰে জাৰ্মান সেনাই, ফ্ৰান্স আৰু জাৰ্মানিৰ সীমাত অৱস্থিত, ৰাইনলেণ্ড (demilitarized zone) বলেৰে অধিকাৰ কৰিবগৈ লাগিব ; তাৰ বাবে সকলো যেন সাজু হয়।

সাপ হৈ খাই বেজ হৈ জৰা বিদ্যাত হিট্‌লাৰৰ এটি জুৰি পৃথিৱীৰ বুৰঞ্জীত আজিলৈকে ওলোৱা নাই।

---

←supported by France, promptly voted sanctions (against Italy) but they were only partial sanctions timidly enforced. They did not prevent Mussolini from conquering Ethiopia, but they did destroy the friendship of fascist Italy with Britain and France. *Shirer*.

## তিনি

# ৰাইনলেণ্ড অধিকাৰ

নভেম্বৰ মাহৰ ২১ তাৰিখে ( ১৯৩৫ ) হিট্‌লাৰে ফৰাচী ৰাষ্ট্ৰদূত ফ্ৰাঁচোৱা পচেক চান্‌চেলাৰিলৈ মতাই নি ভালকৈ এজাউৰি দি জনালে যে ফ্ৰান্সে ৰুচিয়াৰ লগত সন্ধি স্থাপন (mutual assistance pact) কৰিবলৈ ওলোৱা কথাটো জাৰ্মান চৰ্কাৰে ভাল চকুৰে চাব পৰা বিধৰ কথা নহয়। এই কাৰ্য্যই জাৰ্মানিৰ প্ৰতি ফ্ৰান্সৰ শত্ৰুতাৰ ভাবৰ হে পৰিচয় দিয়ে। য়ুৰোপ মহাদেশৰ শান্তিভঙ্গ হ'বলৈ নিদিব বুলি জাৰ্মানিয়ে লকাৰ্ণৰ চুক্তিপত্ৰত চহী দিছিল, কিন্তু ফৰাচী চকাৰৰ এই শত্ৰুতামূলক কাৰ্য্যই জাৰ্মানিক সেই চুক্তিৰ-পৰা মুক্ত কৰিলে। ভৱিষ্যতলৈ লকাৰ্ণ চুক্তি মানি চলিবলৈ জাৰ্মানি আৰু বাধ্য নহয়।

ফ্ৰাঁচোৱা পচে বিচক্ষণ কূটনীতিজ্ঞ পুৰুষ আছিল, হিটলাৰৰ মতলব বুজিবলৈ তেওঁৰ সৰহপৰ নালাগিল। ততালিকে তেওঁ ফৰাচী চৰ্কাৰক জনালে যে ফৰাচী-ৰুচ্ চুক্তিৰে বাৰ্নি লৈ হিট্‌লাৰে ৰাইনলেণ্ডৰ de-militarized zone দখল কৰাৰ পাং পাতিছে, অনতিবিলম্বে যে তেওঁ সেই কাম কৰিব সেই সম্বন্ধে সন্দেহৰ থল নাই। কিন্তু, ফৰাচী চৰ্কাৰে নিজৰ ৰাষ্ট্ৰদূতৰ এই সঁকীয়নিত অকণো গুৰুত্ব আৰোপ নকৰিলে। হিট্‌লাৰে ৰাইনলেণ্ড আক্ৰমণ কৰিবলৈ সাহ কৰিব পৰাৰ কথা ফৰাচী চৰ্কাৰে ভাবিবকে পৰা নাছিল।

সেই বছৰৰ ( ১৯৩৫ ) মে মাহৰ ২ তাৰিখে হিট্‌লাৰে ৰাইনলেণ্ড অধিকাৰ কৰাৰ সিদ্ধান্ত গুপুতে লৈছিল বুলি আগৰ অধ্যায়ত কোৱা হৈছে, কেতিয়াকৈনো সেই কাম হাতত লোৱা সমীচীন হ'ব সেই কথা হে তেওঁ তেতিয়া-লৈকে খাটাংকৈ থিৰ কৰিব পৰা নাছিল। ১৯৩৬ চনৰ মাৰ্চ মাহলৈকে পৰিস্থিতিৰ বেখ কৰি তেওঁ নিতাল মাৰি আছিল। ইতিমধ্যে মুচলিনিৰ ভৰি আবিচিনিয়াৰ পঙ্কত আঁঠুলৈকে সোমাইছে। হেলা-লেচাৰি কৈ হ'লেও ইংৰাজ আৰু ফৰাচী তেতিয়া, জাতিসংঘৰ জৰিয়তে, মুচলিনিক বাধা দিয়াত ব্যস্ত। গতিকে হিট্‌লাৰে ভাবিলে যে তেওঁৰ মতলব হাচিল কৰাৰ এয়ে প্ৰশস্ত সময়। সেই মতে ৰাইনলেণ্ড অধিকাৰ কৰিবলৈ মাৰ্চ মাহৰ ( ১৯৩৬ ) ১ তাৰিখে মুখ্য সেনাপতিলৈ তেওঁ হুকুম জাৰি কৰিলে।

হিট্‌লাৰৰ আদেশ পাই জাৰ্মান সেনাপতিসকলৰ পেটতে হাত-ভৰি লুকাল। তেওঁলোকে ক'লে, ফৰাচীয়ে ওলোটাই আক্ৰমণ কৰিলে আমি দেখোন ৰাইনলেণ্ডত পিঠা হ'ব লাগিব।[৪৯] হিট্‌লাৰে সেনাপতিসকলক অভয় দান দি ক'লে: ভয় নাখাব, ভাওৰীয়াসকল, আমি যিহকে নকৰোঁ লাগে ফৰাচীয়ে লৰচৰকে নকৰে। মোৰ কথা সঁচা নে মিছা দুদিনতে তাৰ প্ৰমাণ পাব।

হিট্‌লাৰৰ বিপক্ষে থিয় দিয়াৰ সাহ সেনাপতিসকলৰ ন'হ'ল। হিট্‌লাৰৰ সিদ্ধান্তকে শিৰোধাৰ্য্য কৰি, প্ৰতিৰক্ষা-মন্ত্ৰী আৰু জাৰ্মান সৈন্য, নৌ আৰু বিমান বাহিনীৰ বৰমুৰীয়া সেনাপতি, ফিল্ড্‌ মাৰ্শ্বেল ব্লম্‌বেৰ্গে ৰাইনলেণ্ড অধিকাৰ কৰিবলৈ মাৰ্চ মাহৰ ২ তাৰিখে আদেশ জাৰি কৰিলে, এই চৰ্ত্তত যে যদি কথা বেগতিক যেন তেওঁৰ বোধ হয়, তেতিয়া হ'লে অৱস্থা বুজি ব্যৱস্থা হাতত লোৱাৰ—অৰ্থাৎ সেগুৰ মোকোটাই পলোৱাৰ—সিদ্ধান্ত লোৱাৰ সম্পূৰ্ণ স্বাধীনতা তেওঁৰ থাকিব। সেই মতে ৰাইনলেণ্ড অধিকাৰ কৰিবলৈ সেনাপতি সকলৈ ব্লম্‌বেৰ্গে পঠোৱা আদেশৰ লগতে গুপুতে তেওঁ এই বুলিও নিৰ্দেশ দিছিল যে ফৰাচীয়ে উভতি ধৰিলে, যুদ্ধ নিদি ঘৰৰ ল'ৰা ভুৱন্তে যেন ঘৰলৈ উলটি আহে।[৫০]

ব্লম্‌বেৰ্গৰ আদেশ অনুসৰি মাৰ্চ মাহৰ ৭ তাৰিখে এমুঠি জাৰ্মান সেনা—খেনোৰ মতে পঁয়ত্ৰিছ হাজাৰ, খেনোৰ মতে মুঠেই পোন্ধৰ হাজাৰ মান হে—দংদঙাই ৰাইনলেণ্ডত সোমালগৈ।

ফৰাচী সৈন্যবাহিনীৰ সেই সময়ত এশ ডিভিজন সেনা মজুত আছিল।

৪৯। On March 1, Hitler reached his decision, somewhat to the consternation of generals, most of whom were convinced that the French would make mincemeat of the German forces, which had been gathered for the move into the Rhineland : *Shirer*.

৫০। He (Blomberg) told the senior commanders of the armed forces that if it turned out that the French would fight, the Commander-in-Chief reserved the 'right to decide on any military counter-measures'...... Blomberg already had in mind what those counter measures would be : a hasty retreat back over the Rhine : *Shirer*.

তাৰে দুটা বাথোন ডিভিজনো ৰাইনলেণ্ডলৈ পঠোৱা হ'লে, তাত গৈ লোৰোৱা জাৰ্মান বাহিনীক পটাত পিহা দি যে পিঁহি পেলাব পাৰিলেহেঁতেন, সেই কথা এই দুঃসাহসিক অভিযানৰে এজন বৰমূৰীয়া সেনাপতি জেনেৰেল জড্‌লে নিজেই পিছত ন্যুৰেমবেৰ্গৰ বিচাৰত স্বীকাৰ কৰিছিল। ফৰাচীয়ে তাকে কৰা হ'লে সেই দিনাই আডলফ্ হিট্‌লাৰ আৰু তেওঁৰ হাজাৰ বছৰীয়া ৰাইখৰ আধ্যা পৰিলহেঁতেন, এখন মহামাৰী মহাসমৰে পৃথিৱী ছাৰখাৰ কৰিবলৈকো নাপালেহেঁতেন, আৰু মানবজাতি হিট্‌লাৰৰ দানৱীয় তাণ্ডৱলীলাৰ দৰ্শক হ'বলগীয়াও ন'হ'লহেঁতেন। এই অকাল-অসৃষ্টি ঘটনা সম্বন্ধে হিট্‌লাৰে নিজেই পিছত এদিন বন্ধুবৰ্গৰ আগত কৈছিল: আমি সেই দিনা পিছ হোঁহকা দিয়া হ'লে আমাৰ আৰু নিস্তাৰ নাছিল। সেই আঠ-চল্লিছটা ঘণ্টাই আছিল মোৰ জীবনৰ সকলোতকৈ উদ্বেগপূৰ্ণ সময়। ফৰাচী সেনা ৰাইনলেণ্ডৰ পিনে আগুৱাবলৈ ধৰা হ'লে নেগুৰ মোকোটাই পলোৱা বিনে আমাৰ গত্যন্তৰ নাথাকিলহেঁতেন। মোৰ বাহিৰে আন কোনোবা এজন মানুহ সেই দিনা জাৰ্মান ৰাষ্ট্ৰৰ শীৰ্ষস্থানত অৱস্থিত হৈ থকা হ'লে, পৰিণতি কি হ'লহেঁতেন ভাবি চাওকচোন। একমাত্ৰ মোৰ আঁকোৰ-গোজালি আৰু অচল-অটল মনৰ বলেইহে সেইদিনা আমাক ৰক্ষা কৰিলে।[৫১]

হিট্‌লাৰে ভৱা মতেই ফৰাচীয়ে কাতি-কুতাকে নকৰি তেওঁৰ গুভতগোৰ নাচোনলৈ ভেবা লাগি মুখ মেলি চাই ৰ'ল। সেই সময়ত ফৰাচী সৈন্য-বাহিনীৰ বৰমূৰীয়া সেনাপতিজনৰ নাম আছিল জেনেৰেল গামেলে। দ্বিতীয় মহাসমৰত

---

৫১। As Jodl testified at Nuremberg, "Considering the situation we were in, the French army could have blown us to pieces." It could have—and had it, that almost certainly would have been the end of Hitler······ Hitler himself admitted as much: "A retreat on our part would have spelled collapse······The forty eight hours after the march into the Rhineland were the most nerve-racking in my life······What would have happened if anybody other than myself had been at the head of the Reich!······What saved us was my unshakable obstinacy and my amazing aplomb!": *Shirer.*

মিত্ৰশক্তিৰ—অৰ্থাৎ ইংৰাজ আৰু ফৰাচীৰ যুটীয়া বাহিনীৰ মুখ্য সেনাপতিও (Supreme Commander) পতা হৈছিল তেওঁকে। তেওঁ পেন্‌চন্ লোৱাৰ সময় কেতিয়াবাই উকলিছিল, তথাপি ফৰাচী চৰ্কাৰে এই অকৰ্মণ্য, অথৰ্ব সেনাপতিজনৰ ওপৰতে সকলো আস্থা অৰপিছিল। ৰাইনলেণ্ডলৈ ফৰাচী সেনা পঠালে তাৰ ধনিয়ে বা ক'ত কোবায়গৈ, জানোচা দ্বিতীয় এখন মহাসমৰৰ পাতনি পতা হয়, আৰু তেতিয়া হ'লে চাৰি কোটি ফৰাচী আঠ কোটি জাৰ্মানৰ আগত তিষ্ঠিব কেনেকৈ, ইত্যাদি কথা ভাবিগুণি সেনাপতি ভাওৰায়া বিমোৰত পৰিছিল। তথাপি, সেনাপতিৰ ঐদৰি-মৈদৰি ভাব দেখিও ফৰাচী চৰ্কাৰে হিট্‌লাৰৰ কাৰ্য্যৰ প্ৰতিবিধান হাতত লোৱাৰ কথা ভাবিছিল, কিন্তু মিত্ৰশক্তি ইংৰাজে ফৰাচীক সেই কাম কৰিবলৈ নিদিলে।

মাৰ্চ মাহৰ ১১ তাৰিখৰ দিনা ফৰাচী পৰৰাষ্ট্ৰ মন্ত্ৰী পিয়েৰ এতিয়েন্ ফ্লাঁদেই লণ্ডনলৈ উৰি গৈ ব্ৰিটিচ চৰ্কাৰক জনালে যে ফৰাচী চৰ্কাৰে ৰাইনলেণ্ডলৈ সেনা পঠোৱাৰ সিদ্ধান্ত লৈছে, ব্ৰিটিচ্ চৰ্কাৰে সেই সিদ্ধান্ত যেন সমৰ্থন কৰে। ফৰাচী আৰু ইংৰাজৰ যুটীয়া সামৰিক শক্তিৰ এক শতাংশ শক্তিও জাৰ্মানীৰ তেতিয়া নাছিল, তথাপি যুদ্ধৰ ভয়ত ব্ৰিটিচ চৰ্কাৰ একোপধে৷ ফৰাচী চৰ্কাৰক সমৰ্থন কৰিবলৈ মান্তি ন'হ'ল। কাকুতি-মিনতি কৰিও ফৰাচী মন্ত্ৰ'য়ে ব্ৰিটিচ চৰ্কাৰৰ সমৰ্থন আদায় কৰিব নোৱাৰিলে। এগৰাকী ইডেনে পাৰ্লামেণ্টত বক্তৃতা জাৰি ক'লে: জাৰ্মান সেনাই ৰাইনলেণ্ড অধিকাৰ কৰি সন্ধিপত্ৰৰ মৰ্য্যাদাত মাৰঘাত মাৰিছে হয়, তথাপি জাৰ্মানিয়ে পুনৰ এখন যুদ্ধ আৰম্ভ কৰিবলৈ বিচাৰিছে বুলি আমাৰ মনে নধৰে।

এইখাৰ কথা কৈছিল তৎকালীন ব্ৰিটিচ্ ফৰেইন চেক্ৰেটেৰী অৰ্থাৎ পৰৰাষ্ট্ৰ মন্ত্ৰীয়ে; কিন্তু জন গান্থাৰে তেওঁৰ Inside Europe Today বোলা পুথিত লিখিছে যে মগজুত বুদ্ধিৰ নামেৰে কণামাকৰি এটিৰ সমান বস্তু থকা এজনৰো সেই সময়ত বুজিবলৈ বাকী নাছিল যে হিট্‌লাৰে যুদ্ধৰ বাহিৰে আন একোকে বিচৰা নাছিল, অৰ্থাৎ ইংৰাজীতে ক'বলৈ গ'লে he was spoiling for a fight।[৫২]

---

৫২। But in 1936 everybody who had a milligram of insight knew that Hitler was inevitably bound to make war. He wanted it, and nothing, not even the pusillanimity of Mr Chamberlain, was going to stop it; p. 10.

অথচ লকার্ণৰ চুক্তি অনুসৰি সেই ক্ষণত ফৰাচীক সাহায্য দিবলৈ ব্ৰিটিচ্ চৰ্কাৰ বাধ্য আছিল। ইংৰাজৰ কাপুৰুষালি দেখি হিট্‌লাৰে ঢেকাই টিলিকি বাওঁ বুলি তিনি জাঁপ মাৰিলে। তেওঁৰ বুজিবলৈ বাকী নাথাকিল যে ৰাইনলেণ্ডৰ জুৱা খেলত চকু মুদি তেওঁ জিকিল ; ওভত গোৰে তেওঁ যিমানেই নানাচক লাগে ফৰাচী আৰু ইংৰাজে সতকাই যুদ্ধলৈ আগ নাবাঢ়ে। সেই বছৰৰ ( ১৯৩৬ ) সেই মাচৰ মাহটোতে ইংৰাজ আৰু ফৰাচীয়ে হিট্‌লাৰৰ কঁকাল ভঙাৰ শেষ সুযোগ পাইছিল। সেই সুযোগ হেৰুওৱাৰ পৰিণাম যে কেনে ভয়াবহ হ'বগৈ পাৰে সেই কথা একমাত্ৰ উইন্‌ষ্টন্ চাৰ্চিলৰ বাহিৰে ব্ৰিটিচ্ প্ৰভুসকলৰ এজনৰ মগজেও তেতিয়া ঢুকি পোৱা নাছিল।

তেতিয়াৰপৰা হিট্‌লাৰৰ বল দিনক দিনে বাঢ়ি যাবলৈ ধৰিব। ৰাইনলেণ্ড অধিকাৰ কৰিয়েই, ফৰাচীৰ 'মাজিন' লাইন'ৰ আহিত, জাৰ্মানিৰ পশ্চিম সীমান্তত 'জিগ্‌ফ্ৰীড্ লাইন' নাম দি এটি শক্তিশালী গড বন্ধোৱা কামত তেওঁ উঠিপৰি লাগি গ'ল, যাতে সেই পিনেদি ফৰাচীয়ে কেতিয়াও আৰু জাৰ্মানি আক্ৰমণ কৰিব নোৱাৰে।

সেই সময়ত বহুলোকে উপলব্ধি কৰিব পৰা নাছিল যদিও ৰাইনলেণ্ডৰ জুৱা খেলত হিটলাৰৰ জিত্ সামান্য বিধৰ জিত নাছিল। তেওঁৰ মৰসাহসে জাৰ্মান জাতিৰ চকুত তেওঁক ইমান ওপৰলৈ তুলিছিল যে তাৰ আগত কোনো জাৰ্মান নেতাই তেনে উচ্চাসন পোৱা নাছিল। তদুপৰি তেওঁৰ এই কাৰ্য্যই প্ৰমাণ কৰিছিল যে কেৱল ৰাজনীতিৰ ক্ষেত্ৰতে নহয়, সমৰনীতিৰ ক্ষেত্ৰতো সামৰিক শাস্ত্ৰবিশাৰদ পৈণত জাৰ্মান সেনাপতিসকলৰ বিচাৰ বুদ্ধিতকৈ হিট্‌লাৰৰ বিচাৰবুদ্ধি ওপৰ থাপৰ আছিল। ফৰাচীয়ে উভতি ধৰিলে আমাৰ কি দশা হ'ব বুলি ভাবি গুণি যি ক্ষণত সেনাপতিসকল বেবুৰা লাগিছিল, হিট্‌লাৰে নিৰ্দ্বিধাই সেই ক্ষণত সিসকলক কৈছিল, ভয় নাই, উভতি নধৰে, আৰু তেওঁৰ কথাই ফলিয়াইছিল।

ৰাইনলেণ্ড অধিকাৰ আৰু জিগফ্ৰীড্ লাইন গঠনৰ প্ৰভাৱ সুদূৰ প্ৰসাৰী আছিল। এই দুই কাৰ্য্যই য়ুৰোপ মহাদেশত balance of power-অৰ সম্পূৰ্ণ ওলট পালট ঘটাই দিছিল। হিট্‌লাৰক অবাধে ৰাইনলেণ্ড দখল কৰিবলৈ দি ফৰাচীয়ে নিজৰ টেঁটুত নিজেই ফাঁচ লগাইছিল বুলি ক'ব পাৰি। প্ৰথম মহাসমৰৰ পাছত পলাণ্ড্, চেক'শ্লভাকিয়া, ৰুমানিয়া, যুগ'শ্লাভিয়া আৰু অষ্ট্ৰিয়াৰ লগত মিত্ৰতা স্থাপন কৰি ফৰাচীয়ে জাৰ্মানিক চৌদিশে এখন লোৰ চকোৰাৰে

বেৰা দি বেৰি থৈছিল, যাতে জাৰ্মানিহঁতে কোনো দিনা আৰু তুৰিমুৰি কৰিব নোৱাৰে। কিন্তু ৰাইনলেণ্ডৰ ঘটনাৰ পাছত সেই কেউখন দেশৰে নেতৃবৰ্গই বুজিবলৈ বাকী নাথাকিল যে হিট্‌লাৰে তেওঁলোকৰ দেশ আক্ৰমণ কৰিলে ফ্ৰান্সৰ সাহায্য আশা কৰা বৃথা। তেৰ কোটি লাখ সেনা মজুত থকা সত্ত্বেও এমুঠি জাৰ্মান সেনাক গুৰুবাবলৈ কোঁচ খোৱা ফ্ৰান্সে আন আন দেশৰ প্ৰজাক তাৰিবলৈ জাৰ্মানৰ লগত যুঁজ দিবলৈ আহিবনে—বিশেষকৈ জিগফ্ৰীড্ লাইন তৈয়াৰ হোৱাৰ পাছত? গতিকে ৰসাতললৈ যাব নুখুজিলে হিট্‌লাৰক তোৱাজ্ কৰি চলা বিনে গতি নাই। এই পৰিস্থিতি যে উদ্ভৱ হ'ব সেই কথা শালচকুৱা হিট্‌লাৰে আগৰেপৰাই গম পাইছিল, কাৰণ ১৯৩৬ চনৰ মে মাহৰ ১৮ তাৰিখে জাৰ্মান পৰৰাষ্ট্ৰ মন্ত্ৰী নয়ৰাথে মাৰ্কিন ৰাষ্ট্ৰদূত উইলিয়াম চি বুলিটক খোলাখুলিকৈয়ে হিটলাৰৰ মত্‌লবৰ কথা কৈছিল।[৫৩]

৭ মাৰ্চৰ দিনা দোকমোকালিতে জাৰ্মান সেনা ৰাইনলেণ্ডত সোমাইছিল আৰু সেই দিনাই পুৱা দহ বজাত হিট্‌লাৰৰ পৰৰাষ্ট্ৰমন্ত্ৰীয়ে ফ্ৰান্স, ইংলণ্ড আৰু ইতালিৰ ৰাষ্ট্ৰদূত কিজনক মতাই আনি ক'লে যে যিহেতু ৰুচিয়াৰ লগত মিত্ৰতা-স্থাপন কৰিবলৈ গৈ ফ্ৰান্সে লকাৰ্ণৰ চুক্তিৰ অৱমাননা কৰিলে, জাৰ্মানিয়ে তাৰে প্ৰত্যুত্তৰত হে ৰাইনলেণ্ড অধিকাৰ কৰিছে, লকাৰ্ণৰ চুক্তিৰ আজি ওৰ পৰিল। য়ুৰোপ মহাদেশত স্থায়ী শান্তি স্থাপনৰ অৰ্থে জাৰ্মানিয়ে অবিলম্বে নতুন প্ৰস্তাৱ আগ বঢ়াব। ফ্ৰান্সৰ ৰাষ্ট্ৰদূত ফ্ৰাঁচোৱা পঁচেই এই সম্বন্ধে লিখিছিল: হিট্‌লাৰে জানিবা আমাৰ তিনিউজনৰে গালত তিনি পাত চৰ শোধাই হে কৈছিল, 'মই শান্তিৰ নতুন প্ৰস্তাৱ আনিছোঁ, সাদৰেৰে তাক গ্ৰহণ কৰা হঁক।'

দুঘণ্টাৰ মূৰত তেওঁৰ বাণী শুনাবলৈ হিট্‌লাৰ ৰাইখটাগত উপস্থিত হ'ল। তাত দীঘলীয়া এটি বক্তৃতা দি তেওঁ জাৰ্মান জাতিক জনালে, কিয় জাৰ্মানিয়ে লকাৰ্ণৰ চুক্তি ফালি দলিয়াই পেলালে, আৰু কিয় জাৰ্মান সেনাই ৰাইনলেণ্ড

৫৩। "As soon as our fortifications (জিগ্‌ফ্ৰীড্ লাইন) are constructed and the countries of Central Europe realize that France cannot enter Germany at will, all those countries will begin to feel differently about their foreign policies and a new constellation will develop".

অধিকাৰ কৰিবলগীয়া হ'ল। তেওঁ ক'লে: নিজৰ দেশৰ সীমান্তৰ নিৰাপত্তা ৰক্ষা কৰাৰ অধিকাৰ সকলো জাতিৰে আছে; বল প্ৰয়োগৰ ভাবুকিত আমি ভয় নাখাওঁ; জাতীয় সন্মান আমি জলাঞ্জলি নিদিওঁ। য়ুৰোপ মহাদেশৰ সকলোবোৰ জাতিৰ লগত—বিশেষকৈ আমাৰ পশ্চিম দিশৰ ওচৰ চুবুৰীয়াসকলৰ লগত সদায় শান্তিৰে বাস কৰিবলৈহে আমি হাবিয়াস কৰোঁ। য়ুৰোপৰ কোনো জাতিৰপৰা সূচ্যাগ্ৰ ভূমিও আমি বিচৰা নাই। জাৰ্মানিয়ে কদাপিও শান্তিভঙ্গ নকৰে। আমাৰ নিজৰ দেশৰে এক অংশহে মাথোন আমি অধিকাৰ কৰিছোঁহক। সেই কাৰ্য্যৰ বিৰুদ্ধে আপত্তি কৰাৰ ন্যায্য অধিকাৰ কোনো জাতিৰ নাই।

হিট্‌লাৰৰ বাণী শুনি ৰাইখটাগৰ ছশ সদস্য বলিয়া হোৱাদি হ'ল। আনন্দত আপোন-পাহৰা হৈ সংসদমঞ্চতে সিসকলে নাচ-বাগ জুৰি দিলে। এই দৃশ্য বৰ্ণাই শাইৰাৰে লিখিছে: Now the six hundred deputies leap upto their feet like automations and scream "Heils"...... Their hands are raised in slavish salute, their faces now contorted with hyster'a, their mouths wide open, shouting, their eyes glued on the new God, the Messiah.

সংসদীসকলৰ কিৰীলিৰ অন্ত নপৰেহে নপৰে—যেন ছয়োশ সদস্যই একেলেগে হিট্‌লাৰক মূৰত লৈ হে নাচিব। পিছে সেই সংসদতে উপস্থিত থকা এজন বৰমূৰীয়াৰ মুখখনি সিপিনে তেতিয়া তেনেই শেঁতা পৰি তুলাপাত যেন হৈছিল; বেগাবেগিকৈ তেওঁক সংসদ মঞ্চৰপৰা বাজলৈ ওলাই যোৱা দেখিবলৈ পোৱা গ'ল। সেইজন নো কোন আছিল? তেওঁ আছিল প্ৰতিৰক্ষামন্ত্ৰী আৰু সৰ্বোচ্চ সেনাপতি ফিল্ড মাৰ্শ্বেল ব্লমবেৰ্গ। তেওঁ থিৰ কৰিলে যে হিট্‌লাৰৰ সেই দিনাৰ সেই বক্তৃতাৰ পিছত ফৰাচীয়ে কঁকালত হাত দি আৰু বহি নাথাকিব; ফৰাচী সেনাই নিৰ্ঘাত ৰাইনলেণ্ডত জাৰ্মান সেনাক আক্ৰমণ কৰিবহি। সেই ভাবি হিট্‌লাৰক নজনোৱাকৈয়ে গুপুতে তেওঁ পুনৰ আদেশ জাৰি কৰি দিলে যে ফৰাচী সেনাই ৰাইনলেণ্ডৰ পিনে খোজ লোৱাৰ ঘূণাক্ষৰেও সম্ভেদ পোৱা মাত্ৰকে জাৰ্মান সেনাক যেন তাৰপৰা আঁতৰাই অনা হয়। সেনাপতিয়ে পিছে মিছাতেহে ভয় খাইছিল। হিট্‌লাৰৰ সৌতাং মৰা জাৰণি, চেবেকণি সোপাকে হজম কৰি ফৰাচী কৰ্তৃপক্ষ তাপ মাৰি মনে মনে বহি থাকিল।

দীঘলীয়া বক্তৃতাৰ মাজতে হিট্‌লাৰে য়ুৰোপ মহাদেশলৈ তেওঁৰ নতুন

শান্তিৰ প্ৰস্তাৱো আগ বঢ়ালে। তেওঁ ঘোষণা কৰিলে যে ফ্ৰান্স আৰু বেলজিয়ামৰ লগত শান্তিত বাস কৰিব বুলি পঁচিছ বছৰলৈ বলবৎ হৈ থকাকৈ এক চুক্তিপত্ৰত (non-aggression pact) চহী দিবলৈ জাৰ্মানি প্ৰস্তুত; জাৰ্মানিৰ পূব দিশৰ দেশ বিলাকৰ লগতো তেনে ধৰণৰে সন্ধি স্থাপন কৰিবলৈকো জাৰ্মানিৰ আপত্তি নাই—এই চৰ্তত যে ফ্ৰান্স আৰু জাৰ্মানিৰ মাজৰ সীমাৰ দুয়ো পিনে দুটা অঞ্চল demilitarized zone হ'ব লাগিব, অৰ্থাৎ কোনো জাৰ্মান বা ফৰাচী সেনা সেই দুই অঞ্চলত থাকিব নোৱাৰিব। ইংলণ্ড, ফ্ৰান্স আৰু ইতালি এই চৰ্তত জাৰ্মানিৰ লগত সন্ধিস্থাপন কৰিবলৈ মান্তি হ'লে জাৰ্মানিয়ে নিৰ্দ্বিধায় জাতিসংঘত যোগ দিব।

এই প্ৰস্তাৱৰ অন্তৰালত অভিসন্ধি কি আছিল যি কোনো গজ মূৰ্খৰো বুজিবলৈ সময় পৰ লাগিব নালাগিছিল। জাৰ্মান-ফৰাচী সীমান্তৰ দুয়ো পিনে demilitarized zone স্থাপনা কৰাৰ অৰ্থ হ'ব ফৰাচীয়ে মাজিন' লাইন পৰিত্যাগ কৰি আঁতৰি যোৱা, কিন্তু আচৰিত কথা হ'ল এই যে ব্ৰিটিচ্ চৰ্কাৰে হিট্লাৰৰ কাণতলীয়া চৰ খায়ো এই আজব প্ৰস্তাৱ সম্বন্ধে আলোচনা কৰিবলৈকো আগ্ৰহ প্ৰকাশ কৰিছিল।[৫৪]

দেখা যায় হিটলাৰৰ বৃহস্পতি তেতিয়া পোন আছিল। ঠিক সেই সময়তে দুটি ঘটনা ঘটি তেওঁৰ পক্ষে পৰিস্থিতি আৰু সুবিধাজনক কৰি তুলিলে। মে মাহৰ ২ তাৰিখে (১৯৩৬) মুচলিনিৰ সেনাই ইথিওপিয়াৰ ৰাজধানী আডিচ্-আবাবা অধিকাৰ কৰাৰ দুমাহৰ পাছত জুলাই মাহৰ ৪ তাৰিখে জাতিসংঘই—ওৰফে ইংগ-ফৰাচী চৰ্কাৰে—বিনা চৰ্তে মুচলিনিৰ ওচৰত সেও মানিলে, আৰু ঠিক সেই সময়তে দেখাক দেখি জেনেৰেল ফ্ৰাঙ্ক'ৰ গা উঠিল স্পেইনৰ ডিক্টেটৰ হ'বলৈ। জুলাই মাহৰ ১৬ তাৰিখে স্পেইনত গৃহযুদ্ধ আৰম্ভ হ'ল।

৫৪। The British not only shied away from the risk of war but once again they took seriously the latest instalment of Hitler's "peace" proposals……Hitler's sincerity might have been judged by his proposal to demilitarize both sides of the France-German border since it would have forced France to scrap her Maginot Line, her last protection against a surprise German attack: *Shirer*

আবিচিনিয়া জয় কৰি এদনীয়া হৈ লৈ মুচলিনিয়ে জেনেৰেল ফ্ৰাঙ্ক'ক সহায় কৰিবলৈ সত্তৰ হাজাৰ সেনা পঠালে স্পেইনলৈ, লগতে অপৰ্যাপ্ত যুদ্ধৰ আহিলা-পাতি আৰু ভালেমান আকাশী যান। মুচলিনিৰ এই কাৰ্য্য চাই হিট্লাৰে হাত সাবটি বহি থাকিবনে? জুলাই মাহৰ ২২ তাৰিখে তেওঁও গোৰিং আৰু ব্লমবেৰ্গক হুকুম দিলে যে তেওঁলোকেও তুৰন্তে স্পেইনলৈ আকাশী জাহাজ আৰু সেনা পঠাব লাগে, ফ্ৰাঙ্ক'ক সহায় কৰিবলৈ। গোৰিঙে দেখিলে তেওঁ নতুনকৈ গঢ়ি তোলা জাৰ্মান বিমান বাহিনীক প্ৰশিক্ষণ দিয়াৰ এইটি বঢ়িয়া চেগ ওলাইছে। শই শই জাৰ্মান বিমানে গৈ নিৰস্ত্ৰ, অসামৰিক স্পেইনবাসীৰ ওপৰত ব'মা বৰষিবলৈ ধৰিলে, গুৱেৰ্নিকা বোলা স্পেইনৰ এখন চহৰ জাৰ্মান বোমাৰুৱে চিন-চাব নোহোৱাকৈ ধ্বংস কৰিলে।

জেনেৰেল ফ্ৰাঙ্ক'লৈ সাহায্য আগ বঢ়াই হিট্লাৰে বিচক্ষণ ৰাজনীতিজ্ঞ পুৰুষৰ কাম কৰিছিল, সেই কাৰ্য্যই তেওঁক ভালেমান সুফল দিছিল: (১) ফ্ৰান্সৰ পশ্চিম সীমান্ততো এখন ফেচিষ্ট্ ৰাজ্য গঢ়ি উঠাৰ সম্ভাৱনাই দেখা দিলে; (২) তাৰ ফলত সোঁ আৰু বাঁওপন্থী ফৰাচী ৰাজনৈতিক দল সমূহৰ মাজত অৰিয়া-অৰিৰ লাগি ফ্ৰান্সৰ অভ্যন্তৰীণ অৱস্থা আৰু দুৰ্বল হৈ পৰিল, (৩) আবি-চিনিয়াৰ যুদ্ধৰ অন্তত মুচলিনিৰ লগত মিতিৰালি পতাৰ আশাত ব্ৰিটিচ্ আৰু ফৰাচী চকাৰ মুখ মেলি বহি আছিল; মুচলিনি ফেচিষ্ট্ ফ্ৰাঙ্ক'ৰ ফলীয়া হ'লত সেই আশাৰ মূৰতো সিসকলে এচলু পানী দিবলগীয়াত পৰিল, (৪) স্পেইনত মুচলিনিৰ সেনাৰ লগত হাত মিলাই যুঁজিবলৈ জাৰ্মান সেনাক আগ বঢ়াই দি হিট্লাৰে মুচিলিনিক আপোন কৰি পেলালে।

ইংৰাজ আৰু ফৰাচীয়ে স্পেইনত তিনিজনকৈ ডিক্টেটৰৰ কাৰ্য্য-কলাপলৈৰ লাগি চাই থাকিল। প্ৰতিবিধানৰ নামত মাথোন এটি কামকেহে সিসকলে কৰাৰ প্ৰমাণ পোৱা যায়— স্পেইনৰ গৃহ-যুদ্ধত জাৰ্মানি আৰু ইটালিয়ে হস্তক্ষেপ কৰা কাৰ্য্যৰ ঘোৰ্ঘোৰ প্ৰতিবাদ কৰি বাৰ্লিন আৰু ৰ'মলৈ তেওঁলোকে জাপে জাপে প্ৰতিবাদ পত্ৰ পঠাইছিল। সেই সোপা পঢ়ি হিট্লাৰে চাগৈ খলখলাই হাঁহিছিল হে।[৫৫]

---

৫৫। The Governments in London and Paris continued for years to engage in empty negotiations with Berlin and Rome to assure "nonintervention" in Spain. It was a sport which seems to have amused the German→

অক্টোবৰ মাহৰ (১৯৩৬) ২৪ তাৰিখে মুচলিনিৰ জোঁৱায়েক আৰু ইতালিৰ পৰৰাষ্ট্ৰ মন্ত্ৰী কাউণ্ট গালিয়াৎচ চিয়ান' গ'ল বের্শটেৰগাডেনলৈ হিট্লাৰক দেখা কৰিবলৈ। মুচলিনিক আকাশলৈ তুলি দি হিট্লাৰে চিয়ান'ক ক'লে: তেখেতেই (মুচলিনি) বৰ্ত্তমান যুগৰ শ্ৰেষ্ঠ ৰাজনীতিজ্ঞ পুৰুষ। পৃথিৱীৰ আন কোনো ৰাজনীতিজ্ঞ পুৰুষৰ তেওঁৰ লগত তুলনা নচলে। ইতালি আৰু জাৰ্মানি লগ লাগিলে, কচিয়া কিয়, সমগ্ৰ য়ুৰোপ, আন কি ইংলণ্ডকো আমি আমাৰ পৰাধীন জাতি কৰিব পাৰিম (!) যুদ্ধলৈ সম্পূৰ্ণৰূপে সাজু হ'বলৈ আমাক আৰু মাত্ৰ তিনিটা বছৰ লাগিব।[৫৬]

হিট্লাৰৰ কথাত কাউণ্ট্ চিয়ান' মোহ গ'ল। তেওঁ আৰু জাৰ্মান পৰৰাষ্ট্ৰ-মন্ত্ৰী নয়ৰাথে এখন গুপুত সন্ধিপত্ৰত চহী কৰিলে। এই পৰিস্থিতিৰ পৰাই উদ্ভব হ'ল, যাক বুৰঞ্জীত বোলা হয়, "ৰ'ম বাৰ্লিন এক্সিচ্" (মেৰুদণ্ড)।

মুচলিনিক জোলোঙাত সুমুৱাই লৈ হিট্লাৰে এইবাৰ আন পিনলৈ মন মেলিলে। ৰিবেনট্ৰপক পঠালে তেওঁ লণ্ডনলৈ ৰাষ্ট্ৰদূত ৰূপে—ফ্ৰান্সৰ লগত ইংলণ্ডৰ মিত্ৰতাৰ গুৰি কাটি ইংলণ্ডক পাৰিলে জাৰ্মানিৰ ফলীয়া কৰাৰ চেষ্টা এটা দি চাবলৈ। পিছে আকাশ তেলায়া, ওফোন্দাই-গঙ্গাটোপটো হৈ ফুৰা ৰিবেনট্ৰপে লণ্ডনত সুবিধা কৰিব নোৱাৰিলত, হিট্লাৰে হঠাতে আন এটি চমকপ্ৰদ কাম কৰি পেলালে। এইবাৰ তেওঁ এখন সন্ধি কৰিলে জাপানৰ লগত মিত্ৰতা স্থাপন কৰি—জাপানৰে সৈতে মিলি পাশ্চাত্য সভ্যতাক ধ্বংসৰ মুখৰপৰা ৰক্ষা কৰিবলৈ! "ৰ'ম-বাৰ্লিন মেৰুদণ্ড" এইবাৰ পৰিণত হ'লগৈ "ৰ'ম-বাৰ্লিন-টকিয় মেৰুদণ্ড"ত। তেতিয়াৰ পৰা এই তিনি জাতিৰ নাম হ'ল The Axis Powers.

---

←Dictator and which certainly increased his contempt for the stumbling political leaders of France and Britain—"Little worms" he would shortly call them: *Shirer*.

৫৬। Mussolini, Hitler declared, was "the leading statesman in the world, to whom none may even remotely compare himself." Together, Italy and Germany could conquer not only "Bolshevism" but the West including England (!)……—In three years Germany will be ready: *Shirer*.

এই সকলোবিলাক কাম সুকলমে সমাধা কৰি গৈ থাকোঁতে লাগিলত ১৯৩৭ চনৰ জানুৱাৰী মাহৰ ৩০ তাৰিখে, আগৰ কেইবছৰেনো হিট্‌লাৰে কি কি অসাধ্য সাধন কৰিলে, তাৰ এখন ফিৰিস্তি দাখিল কৰি ৰাইখটাগত বাহু জাপ্‌টি মাৰি আৰু এটি দীঘলীয়া বক্তৃতা জাৰিলে। অৱশ্যে ৰবাই কবাৰ হকো যে হিট্‌লাৰৰ আছিল সেই কথা স্পষ্ট কৰিব নোৱাৰি। সেই কেইবছৰে তেওঁ যিখিনি কাৰ্য্য সম্পাদন কৰিছিল, সেইখিনি অসাধ্য ন'হ'লেও যে দুঃসাধ্য আছিল সেই সম্বন্ধে দুই মত থাকিব নোৱাৰে।

ভেৰ্চাইৰ সন্ধিপত্ৰ তাৰ আগতে কাহানিবাই হিট্‌লাৰে ভৰিৰে মোহাৰিছিল, তথাপি সেই দিনাৰ বক্তৃতাত প্ৰথম তেওঁ আনুষ্ঠানিকভাৱে ঘোষণা কৰিলে যে "জাৰ্মানিয়ে আজি ভেৰ্চাইৰ সন্ধিপত্ৰত দিয়া চহী উঠাই ন'লে", অৰ্থাৎ প্ৰথম মহাসমৰৰ পাছত, য়ুৰোপ মহাদেশত, তথা সমগ্ৰ বিশ্বত, শান্তি ৰক্ষাৰ অৰ্থে মিত্ৰ শক্তিয়ে যি ব্যৱস্থা হাতত লৈছিল, সেই ব্যৱস্থাক আনুষ্ঠানিকভাৱে হিট্‌লাৰে সেই দিনা কবৰ দিলে।[৫৭]

## চাৰি

## ১৯৩৭ চন

জানুৱাৰী মাহৰ পিছত ১৯৩৭ চনৰ বছৰটোত হিট্‌লাৰে নতুনকৈ আতচ-ৰাজী একো আৰু জানিবা নেদেখুৱালে। সেই বছৰটোত এহাতৰ হীয়াকৈ তেওঁ মন পাৰিলে যুদ্ধৰ বাবে প্ৰস্তুতিত—অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ, চিপাহী-চন্তৰীক যুদ্ধবিদ্যাত দিনে নিশাই শিক্ষাদান, স্পেইনত জাৰ্মান বিমান বাহিনীৰ প্ৰশিক্ষণ ইত্যাদি; আৰু তাৰ লগে লগে কূটনীতিৰ ক্ষেত্ৰত তৎপৰতাত।

কূটনীতিৰ ক্ষেত্ৰত বিশেষকৈ লাগিল তেওঁ মুচলিনিক নিজৰ কৰীয়া কৰাৰ চেষ্টাত। গোৰিঙক পঠালে তেওঁ ৰ'মলৈ মুচলিনিক তোৱাজ

---

৫৭। On January 30, 1937, Hitler addressed the Reichtag, proclaiming "the withdrawal of the German signature" from the Versailles Treaty, an empty but typical gesture, since the treaty was by now dead as a doornail—and reviewing with pride the record of his four years in office. *Shirer.*

কৰিবলৈ। পিছে, গোৱিঙে অষ্ট্ৰিয়াক জাৰ্মানিৰ লগত সাঙোৰাৰ কথা পাতিবলৈ মুখ মেলোঁতেই মুচলিনি দমদমাই উঠিল। কথা বেগতিক যেন দেখি গোৱিঙে তাপ মাৰিলে। জুলাই মাহত জাৰ্মান পৰৰাষ্ট্ৰমন্ত্ৰী নয়ৰাথ ৰ'মলৈ গৈ মুচলিনিক আশ্বাস দিবলগীয়াত পৰিল যে অষ্ট্ৰিয়া দখল কৰাৰ আথিন্দা ফ্যুৰাৰৰ নাই। মুচলিনি সেই সম্বন্ধে আশ্বস্ত হ'লত হিটলাৰে তেওঁক আমন্ত্ৰণ জনালে জাৰ্মানিত পদধূলি দিবলৈ।

মুচলিনিয়ে সাদৰে আমন্ত্ৰণ গ্ৰহণ কৰিলে। জাৰ্মানি ভ্ৰমণৰ বাবে নকৈ তৈয়াৰ কৰোৱা ইউনিফৰ্ম গাত আঁৰি লৈ চেপ্টেম্বৰ মাহৰ ২৫ তাৰিখে পেথম খৰি মুচালনয়ে জাৰ্মানিত পদাৰ্পণ কৰিলে।

তেওঁৰ অভ্যাৰ্থনাৰ বাবে বিৰাট আয়োজন কৰা হৈছিল। হিটলাৰে নিজে তেওঁৰ লগত ঘূৰি পকি যুদ্ধৰ আহিলা-পাতি তৈয়াৰ কৰা কাৰখনা আদি অনুষ্ঠান সমূহ তেওঁক দেখুৱালে, তলে তলে জাৰ্মান জাতি যুদ্ধৰ বাবে প্ৰস্তুতিৰ ক্ষেত্ৰত কিমান ওপৰলৈ উঠাইছে। সেইবিলাক কথা দেখিশুনি মুচলিনি মোহিত, চমৎকৃত হ'ল বুজিবলৈ তেওঁৰ বাকী নাথাকিল যে অনতিপলমে দ্বিতীয় মহাসমৰ লাগিব। গতিকে মাৰলা-নৈকা ইংৰাজ ফৰাচী লেহেতীয়াইতৰ লগত লগ নালাগি হিটলাৰৰ ফলীয়া হোৱাটোহে বুদ্ধিমন্তৰ কাম হ'ব। ফৰাচী আৰু ইংৰাজক খুন্দা মাৰি কৰি ইটালি আৰু জাৰ্মানি এই উভয় দেশৰ জুটা মুখাফুটা জাতি। বপুৰা মুচলিনিয়ে সপোনতো ভবা নাছিল সেইদিনাৰ তেওঁৰ অগস্ত্য-গমনে কোন নৰকত নি এদিন তেওক পেলাবগৈ।

হিটলাৰে এইবাৰ অষ্ট্ৰিয়াৰ কথা পাৰিলত মুচলিনিয়ে সেই বিষয়ে তেওঁ নিৰ্বিকাৰ যেন ভাব দেখুৱালে। বাচ' হিটলাৰৰ কাম হাচিল হ'ল। মুচলিনিৰপৰা সেউজ'য়া সংকেত পোৱাৰ পিছত অষ্ট্ৰিয়াক গোটে গোটে গিলিবলৈ হিটলাৰৰ সৰহ পৰ নালাগিব।

ইতিমধ্যে হিটলাৰে ৰাইনলেণ্ড দখল কৰাৰ পাছত ইংৰাজ-ফৰাচীৰ মিত্ৰ আৰু এজন শাসক, বেলজিয়ামৰ ৰজা লেয়পল্ডেও মুচলিনিৰ বাটকে লৈছিল। ইংৰাজ ফৰাচীৰ ফলীয়া হৈ থাকিলে বিপদ আছে বুলি শংকা কৰি তেওঁও লকাৰ্ণ পেক্টৰপৰা বেলজিয়ামক মুক্ত কৰি ভৱিষ্যতলৈ বেলজিয়াম সম্পূৰ্ণ নিৰপেক্ষ হৈ থাকিব বুলি ঘোষণা কৰিছিল। ৰাইনলেণ্ডত ঘটা ঘটনাৰ পাছত ইংৰাজ ফৰাচীয়ে বেলজিয়াম ৰাজৰ এই কাৰ্য্যৰ প্ৰতিবাদ কৰে কোনখন মুখেৰে? এপ্ৰিল মাহত ব্ৰিটিচ আৰু ফৰাচী চৰকাৰে বিনাবাক্যে বেলজিয়ামৰ এই ব্যৱস্থা

মানি ল'লে। তাৰ ফলত প্ৰতিৰক্ষাৰ দিশৰপৰা ফ্ৰান্স আৰু ইংলণ্ডৰ—বিশেষকৈ ফ্ৰান্সৰ—পৰিস্থিতি সঙ্গিন হৈ পৰিল, কাৰণ মাজিন' লাইন বোলা গড়টো বন্ধা হৈছিল বেলজিয়ামৰ সীমালৈকেহে। প্ৰথম মহাসমৰত কৰা দি বেলজিয়ামৰ মাজেদি জাৰ্মানীয়ে ফ্ৰান্স আক্ৰমণ কৰিলে আক্ৰমণ বোধ কৰাৰ পৃথক ব্যৱস্থা ফৰাচী চকাৰে একো কৰা নাছিল। অৱশ্যে লেয়পল্ডেও তেওঁৰ এই অদূৰদৰ্শী কাৰ্য্যৰ গোটেক পিছত ভালকৈয়ে পাবগৈ।

মে মাহত ইংলণ্ডৰ প্ৰধানমন্ত্ৰী ষ্টেনলি বল্ডইনে অৱসৰ ল'লে। তেওঁৰ ঠাইত প্ৰধানমন্ত্ৰী হ'ল ছত্ৰধাৰী মন্ত্ৰী নেভিল্ চেম্বাৰলেইন্। প্ৰাইম মিনিষ্টাৰৰ আসনত বহিয়েই জাৰ্মান ৰাষ্ট্ৰদূতক তেওঁ আকাৰে ইঙ্গিতে বুজিবলৈ দিলে যে জাৰ্মানিৰ প্ৰতি তেওঁ সহানুভূতিশীল, মিত্ৰশক্তিৰ (ইঙ্গ-ফৰাচী চকাৰ) বিৰুদ্ধে জাৰ্মানিৰ সকলোবোৰ গুৰুৰ-আপত্তি সহানুভূতি সহকাৰে পৰীক্ষা কৰি চাই জাৰ্মানিৰ লগত এটা বুজাবুজলৈ আহিবলৈ তেওঁ বাঞ্ছা কৰে। নৱেম্বৰ মাহত লৰ্ড হেলিফেক্স (ভূতপূৰ্ব ভাৰতৰ ভাইচৰয় লৰ্ড আৰউইন্) গলাল তীৰ্থ-যাত্ৰাত জাৰ্মানিলৈ হিটলাৰৰ দৰ্শন লভিবলৈ। নৱেম্বৰ মাহৰ ১৯ তাৰিখে বহা এখন বৈঠক• হেলিফেক্সে জাৰ্মান চকাৰক জনালে যে য়ুৰোপ মহাদেশত শান্তি ৰক্ষাৰ অৰ্থে লাগলে জাৰ্মানিক উপনিবেশ স্থাপন কৰিবলৈ আৰু জাৰ্মানিৰ পূব সামান্তত জাৰ্মানিক সা-সুবিধা দিবলৈ ব্ৰিটিচ চকাৰৰ আপত্তি নাথাকিব, যদি হিটলাৰে শান্তিভঙ্গ নকৰাৰ সুদৃঢ় প্ৰতিশ্ৰুতি দিয়ে।

হিটলাৰে পিছে ব্ৰিটিছ চকাৰৰ প্ৰস্তাৱৰ প্ৰতি বৰ আগ্ৰহ নেদেখুৱালে। তথাপি কিন্তু লৰ্ড হেলিফেক্স জাৰ্মানিৰপৰা উলটি যোৱাৰ পাছত ছত্ৰধাৰী প্ৰধান মন্ত্ৰীয়ে নিজৰ ডায়েৰীবহীত লিখিছিল: **The German visit (of Halifax) was from any point of view a great success because it achieved its object, that of creating an atmosphere in which it is possible to discuss with Germany the practical questions involved in a European settlement (Keith Feiling : *The life of Neville Chamberlain*. p. 332)**

হেলিফেক্সকো জাৰ্মানীয়ে অনায়াসে ভুকিয়াইছিল। তেওঁ তেওঁৰ চৰ্কাৰৰ গুচৰত দাখিল কৰা ইতলাত লিখিছিল: **The German Chancellor and others gave the impression that they were not likely to embark on adventures involving force or at least war,**

-কাৰণ গোয়েবিল্‌ছে ন দি ভেণ্ডক কৈছিল, "জাৰ্মানিক আনে বাধ্য নকৰিলে কোনো জাৰ্মানৰ এটোপাল তেজ ক্ষয় কৰিবলৈকো জাৰ্মান জাতি কেতিয়াও আগ নাবাঢ়ে।"

অথচ সেইজন গোয়েবিল্‌ছেই তাৰ এবছৰ আগতে সামৰিক বিষয়াসকলৰ এখনি গোপন মেলত ঘোষণা কৰিছিল: আমি এতিয়া যুদ্ধৰ দুৱাৰডলিত আৰু নাই, যুদ্ধত আমি নামিলোঁৱেই; গুলিয়াগুলি কৰিবলৈহে মাথোন বাকী আছে।[৫৮]

গোয়েবিং তো গোৱিল্‌ছেই, হেলিফেক্সক লগ পোৱাৰ এপৰৰ আগতে স্বয়ং হিট্‌লাৰে তেওঁৰ পৰৰাষ্ট্ৰমন্ত্ৰী আৰু সামৰিক ৰবমূৰীয়া সকলক যিবিলাক আদেশ-নিৰ্দেশ দিছিল, সেই বিলাকৰ কথা গম পোৱা হ'লে চেম্বাৰলেইন আৰু হেলিফেক্সৰ উচ্ছ্বাস আৰু হিট্‌লাৰপ্ৰীতি কেনিবা উৰিলহেঁতেন।

নভেম্বৰ মাহৰ ৫ তাৰিখে (হেলিফেক্স জাৰ্মানিলৈ গৈছিল সেই মাহৰ ১৯ তাৰিখে) হিট্‌লাৰে তেওঁৰ ঘাইমূৰীয়া সহকাৰীসকলৰ এখন অতি গুৰুত্বপূৰ্ণ গোপন বৈঠক পাতে। বৈঠকলৈ আমন্ত্ৰিত হৈছিল: (১) পৰৰাষ্ট্ৰমন্ত্ৰী বেৰণ ফন্ নয়ৰাথ, (২) সমৰমন্ত্ৰী আৰু জাৰ্মানিৰ তিনিউটা সামৰিক অঙ্গৰ ৰবমূৰীয়া সেনাপতি (Commander-in-Chief of the Armed Forces) ফিল্ড্ মাৰ্শ্বেল বেৰণ ফন্ ব্লমবেৰ্গ, (৩) থলৰ সৈন্যবাহিনীৰ মুখ্য সেনাপতি (Commander-in-Chief of the Army) জেনেৰেল বেৰণ ফন্ ফ্ৰিট্‌শ্, (৪) নৌ-বাহিনীৰ ৰবমূৰীয়া সেনাপতি (Commander-in-Chief of the Navy) এড্‌মিৰেল ডক্টৰ ৰায়েডাৰ আৰু (৫) বিমান বাহিনীৰ ওদাইদাৰ (Commander-in-Chief of the Air Forces) জেনেৰেল গোয়েবিং। ফ্যুৰাৰৰ মিলিটেৰি এড্‌জুটেণ্ট্ কৰ্ণেল হচ্‌বাখো বৈঠকত উপস্থিত আছিল আৰু বৈঠকত হোৱা আলোচনা-বিলোচনাৰ প্ৰতিটো বাক্যৰ টোকা তেওঁ টুকি গৈছিল। সেই টোকা যুদ্ধৰ পিছত ন্যুৰেমবেৰ্গৰ বিচাৰত দাখিল কৰা হৈছিল।

এই বৈঠকত আলোচনা-বিলোচনা হওঁতে তেনেকৈ একো হোৱা নাছিল, বৈঠকৰ বক্তা আছিল হিট্‌লাৰ আৰু বাকীকিজন আছিল শ্ৰোতা। কিন্তু এই

---

৫৮। **English translation quoted by *Shirer*: We are already on the threshhold of mobilization and we are already at war. All that is lacking is the actual shooting.**

বৈঠকত উপনীত হোৱা সিদ্ধান্তই ছুবছৰৰ পিছত সমগ্ৰ বিশ্বত যি প্ৰলয়কাণ্ডৰ সৃষ্টি কৰিবগৈ, সেই কথা সেই তাৰিখে কোনেও কল্পনাও কৰিব পৰা নাছিল।

দহ বছৰৰ আগত 'মাইন্ কাম্ফ'ত হিট্‌লাৰে 'লাবেনশ্ৰাউম'ৰ ( বাসভূমি ) কথা বলকোঁৱেতে বলিয়াৰ বলকনি বুলি সেই কথা সকলোৱে উৰুৱাই দিছিল, কিন্তু এতিয়া হিট্‌লাৰ ওলা'ল সেই বলকনিকে বাস্তৱ ৰূপ দিবলৈ। তেওঁ ক'বলৈ ধৰিলে :

জাৰ্মান জাতিৰ সমুখত আজি সকলোতকৈ ডাঙৰ সমস্যাটো কি? সমস্যাটো হ'ল বাসভূমিৰ—'লাবেনশ্ৰাউম'ৰ সুখ-শান্তিত বাস কৰিবলৈ জাৰ্মান জাতিক আন আন জাতি সমূহতকৈ সৰহ ঠাই লাগে।[৫৯] সেই ঠাই ক'ত কেনেকৈ আমি বিচাৰি উলিয়াম? মই আগতেই কৈছোঁ যে ঠাই বিচাৰি আমি আফ্ৰিকা বা এচিয়া মহাদেশ পাবগৈ নালাগে। য়ুৰোপ মহাদেশৰ বুকুতে, জাৰ্মানিৰ গাতে লাগি থকাকৈ আমি ঠাই উলিয়াই ল'ব লাগিব। সেই কাম কৰিবলৈ আমি তেনেহ'লে কি পন্থা অবলম্বন কৰিব লাগিব? অতীজৰপৰা, ৰোমানসকলৰ দিনৰপৰা সাম্ৰাজ্যবাদীসকলে যি পন্থা অবলম্বন কৰি আহিছে, আমিও সেই পন্থাকে অবলম্বন কৰিব লাগিব—অৰ্থাৎ বল প্ৰয়োগ কৰিব লাগিব—মানে যুদ্ধ দিব লাগিব। যুদ্ধত নামিলে আমি নিৰঙ্কুশ বিপদৰ সম্মুখীন হ'বলগীয়া হ'ব, কিন্তু বিপদৰ সম্মুখীন নোহোৱাকৈ কোনে কেতিয়া কোনটো মহৎ কাৰ্য্য সাধিব পাৰিছে, মোক কওকচোন। এতিয়া প্ৰশ্ন হ'ল, নিজৰ সৰহ হানি হ'বলৈ নিদিয়াকৈ ক'ত আৰু কেতিয়া আমি সেই কাম হাতত লোৱা সমীচীন হ'ব। সেই প্ৰশ্নৰ উত্তৰ পাবলৈ হ'লে পোনতে আমি ভাবি চাব লাগিব আমাৰ সকলোতকৈ ডাঙৰ শত্ৰু কোন কোন? আমাৰ সকলোতকৈ ডাঙৰ ছুই শত্ৰু হ'ল ফৰাচী আৰু ইংৰাজ। সেই ছুই জাতিয়ে পৰাপক্ষত জাৰ্মান জাতিক ওপৰলৈ উঠিবলৈ নিদিয়ে।[৬০] গতিকে সেই ছুই জাতিক—বিশেষকৈ ফৰাচীক—আমি ধ্বংস

---

৫৯। "The aim of German policy" he said, "was to make secure and to preserve the racial community and to enlarge it. It was, therefore, a question of space (*Lebensraum*)". The Germans, he laid it down had the right to a greater living space than other peoples...... Germany's future was therefore, wholly conditional upon the solving of the problem of space : *Shirer*.

৬০। Two "hate-inspired" countries, Hitler declared, stood→

কৰিব লাগিব। তাৰ বাবে আমি চেষ্টা দিব লাগিব ইংৰাজক ফৰাচীৰপৰা আঁতৰ কৰাৰ, যাতে দুয়োৰো লগত একে সময়তে আমি যুঁজিব লগা নহয়। সেই দেখি আমাৰ সেই মতলব চাচিল্ নোহোৱালৈকে আমি ফ্ৰান্স আক্ৰমণ কৰিবলৈ নাযাম। কাক আক্ৰমণ কৰি তেনেহ'লে আমি যুদ্ধ আৰম্ভ কৰিব লাগিব? সেই প্ৰশ্নৰ উত্তৰ বিচাৰি পাবলৈ সৰহ পৰ নালাগে। আমাৰ পূবলৈ তিনিখন আমাতকৈ নিৰ্বলা ৰাষ্ট্ৰ আমাৰ গাতে লাগি আছে। সেই তিনি ৰাষ্ট্ৰ হ'ল অষ্ট্ৰিয়া, চেক'-শ্লভাকিয়া আৰু পলাণ্ড্। এই তিনিখন দেশ আমাৰ দখললৈ আহিলেই 'লাবেনব্ৰাউম'ৰ সমস্যাৰ আধাআধি সমাধান হৈয়ে যাব। তাৰ পাছত পূবলৈ আমি ৰাজ্য বঢ়াই নি থাকিব পাৰিম।

তাৰ পাছত প্ৰশ্ন হ'ল আমি অষ্ট্ৰিয়া আৰু চেক'-শ্লভাকিয়া আক্ৰমণ কৰিলে ইংৰাজ ফৰাচীয়ে কি কৰিব? তেওঁলোক হাত সাৱটি বহি থাকিবনে? মোৰ মনেৰে যোৱা যুদ্ধত ইংৰাজে যি সেকা পাই থৈছে, তালৈ সুঁৱৰি তেওঁলোকে সততাই আমাৰ লগত আকৌ যুঁজ মাৰিবলৈ নাহে, চেক'-শ্লভাকিয়া মৰকেই বা হওক তাৰ বাবে ইংৰাজৰ গা নলৰে। অৱশ্যে ফ্ৰান্সৰ কথা সুকীয়া। চেক'-শ্লভাকিয়াৰ লগত ফ্ৰান্স সন্ধি-সূত্ৰে বান্ধ খাই আছে। কিন্তু ইংৰাজে যুদ্ধত যোগ নিদিলে ফৰাচীয়ে অকলে আমাক আক্ৰমণ কৰিবলৈ সাহ কৰিব বুলিও মোৰ মনে নধৰে। যদি কৰে তেতিয়াহ'লে বন্ধুবৰ মুচলিনিক আমি ফেটাহ দিব লাগিব ফ্ৰান্সৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি ফ্ৰান্সক বাস্ত ৰাখিবলৈ। পূব দিনে সকলো কথাৰ বেহা লগাবলৈ আমাৰ সৰহ দিন নালাগিব। তাৰ পাছত এদনীয়া হৈ লৈ ফৰাচীক আমি হেঁচা মাৰি ধৰিব পাৰিম। ইংলণ্ড যুদ্ধত নামিলে জাপানকো আমাৰ পক্ষে যুদ্ধত নমোৱাব লাগিব।

চমুকৈ এয়ে হ'ল মোৰ আঁচনি। এতিয়া প্ৰশ্ন ৰ'লগৈ কেতিয়াকৈ আমি আঁচনি মতে কাম আৰম্ভ কৰিম। মোৰ মনেৰে পাৰিলে অহা বছৰতে নাইবা ১৯৩৯ চনত আমি কাম আৰম্ভ কৰিব লাগিব। একোপধ্যে নোৱাৰিলে ১৯৪৩-৪৫ চনলৈকে আমি বাট চাম, কিন্তু আমাৰ কাম তাতকৈ পিছুৱাব কোনোমতে নোৱাৰি। এয়া মোৰ প্ৰস্তাৱ নহয়, আদেশ। সেই মতে আপোনালোক এতিয়া হাতে কামে লাগি যাওক।

---

**←in Germany's way: Britain and France. Both countries were opposed "to any further strengthening of Germany's position": *Shirer*.**

বৈঠক আৰম্ভ হৈছিল ভাটীবেলা ৪ বাজি ১৫ মিনিট যোৱাত; হিট্‌লাৰে তেওঁৰ ভাষণ সামৰিলে ৮ বাজি ১৫ মিনিটত।

প্ৰস্তাৱেই বোলক বা আদেশেই বোলক হিট্‌লাৰৰ বাণী শুনি ব্লমবেৰ্গ, ফ্ৰিটশ্, আৰু নয়ৰাথৰ বাক হৰিল। ভালে পৰ ঠৰ হৈ বৈ তিনিউজনে একমুখে ক'লে যে ফ্যুৰাৰৰ আঁচনি কাৰ্য্যকৰী কৰিবলৈ যোৱা মানে দ্বিতীয় এখন বিশ্ব-যুদ্ধ আহ্বান কৰা; তাৰ বাবে ইমান ততাতৈয়াকৈ আমি প্ৰস্তুত হোৱাটো অসম্ভৱ কথা; এনে এক আঁচনি কদাপি আমি সমৰ্থন কৰিব নোৱাৰিম।[৬১]

কিন্তু অমিতবিক্ৰমী ফ্যুৰাৰৰ কথাৰ ওপৰত কথা কৈ, তেওঁৰ বিৰোধিতা কৰি সৰহ পৰ তিষ্ঠিব পৰা পুৰুষ জাৰ্মানিত সেই দিনত কোনো নাছিল। বাটৰ বগৰী জেং আঁতৰাব হিট্‌লাৰে বঢ়িয়াকৈ জানিছিল আৰু জেং আঁতৰোৱাৰ তেওঁৰ কায়দা-কিটিপবিলাকো আছিল অভিনৱ বিধৰ। এই তিনিউজন বৰমূৰীয়া উপদেষ্টাৰ এজনেও তিনি মাহতকৈ সৰহ দিন বিষয়-বাব থাই থাকিবলৈ নাপাব। পানীত থাকি কুম্ভীৰৰ লগত বাদ বিপদজনক কাম।

পিছে, এইখিনিতে এই কথাও দোহৰা যুগুত হ'ব যে আন্তৰ্জাতিক ৰাজনৈতিক আৰু সামৰিক পৰিস্থিতি, আৰু ইংৰাজ-ফৰাচী প্ৰভু সকলৰ কলিজা আৰু পিত সম্বন্ধে হিট্‌লাৰে যেনে সম্যক ধাৰণা কৰিব পাৰিছিল, তেওঁৰ মন্ত্ৰী আৰু সেনাপতি সকলে নোৱাৰিছিল। এই কথা হিট্‌লাৰে একাধিকবাৰ প্ৰমাণ কৰিব। যুদ্ধৰ আগ ভাগত হিট্‌লাৰৰ প্ৰায় প্ৰতিষাৰ ভৱিষ্যবাণী আখৰে আখৰে ফলিয়াইছিল।

---

৬১। **The realisation stunned them (Blomberg. Fritsch and Neurath). Not, so far as Hossback records show, because they were struck by the immorality of their Leader's proposal but for more practical reasons; Germany was not ready for a big war, to provoke one now would risk disaster:** ***Shirer.***

## পাঁচ

# চাৰি মহাৰথী ধৰাশায়ী

৫ নৱেম্বৰৰ বৈঠকৰ পাছত পৰৰাষ্ট্ৰ মন্ত্ৰী নয়ৰাথৰ জাৰ্মানিৰ ভৱিষ্যতৰ কথা ভাবি ভাবি কেইবাবাৰো হাৰ্ট এটেক হ'ল।[৬২] অসুস্থ অৱস্থাতে জেনেৰেল ফ্ৰিটশ্ আৰু জেনেৰেল বেকক (Chief of the General staff) লগ ধৰি তেওঁলোক দুজনৰ লগত তেওঁ পৰামৰ্শ কৰিলে কি উপায়েৰে হিট্‌লাৰক তেওঁৰ আপোনঘাতী আঁচনিৰপৰা নিবৃত্ত কৰিব পাৰি। ৯ নৱেম্বৰৰ দিনা জেনেৰেল ফ্ৰিট্‌শে হিট্‌লাৰক লগ ধৰি তেওঁক বুজাবলৈ চেষ্টা কৰিলে যে তেওঁ যি পৰিকল্পনা কাৰ্য্যকৰী কৰিবলৈ ওলাইছে, তাৰ পৰিণাম ভয়ঙ্কৰ হ'ব, সেই পৰিকল্পনা ক্ষ্যৰাৰে পৰিহাৰ নকৰিলে জাৰ্মানি ৰসাতলে যাব। কিন্তু হিট্‌লাৰ অলৰ অচৰ; বিশেষজ্ঞসকলৰ মত মানি চলিবলৈ তেওঁ প্ৰস্তুত নহয়; তেওঁৰ মত অনুসৰিহে বিশেষজ্ঞসকল চলিব লাগিব। তাৰ পাছত বেৰণ ফন্ নয়ৰাথে হিট্‌লাৰক লগ ধৰিবলৈ বিচাৰিলত হিট্‌লাৰে তেওঁক দেখাকে নকৰিলে। তেওঁৰ সিদ্ধান্ত কাৰ্য্যকৰী কৰিবলৈ সেনাপতিসকললৈ আদেশ জাৰি কৰি হিটলাৰ গুচি গ'ল বেৰ্ষটেশ্‌গাডেনলৈ গা মন তভাবলৈ। বহু পুৰুষাৰ্থ কৰি নয়ৰাথে জানুৱাৰী মাহতহে (১৯৩৮) ফ্যুৰাৰৰ দৰ্শন লভিবলৈ সক্ষম হ'ল। সেইদিনা দুয়োৰো মাজত হোৱা বাক-বিতণ্ডাৰ অন্তত নয়ৰাথে জবাব দিলে: হিট্‌লাৰৰ আঁচনি কাৰ্য্যকৰী কৰিবলৈ হ'লে তেওঁ আন এজন পৰৰাষ্ট্ৰ মন্ত্ৰী বিচাৰি ল'ব লাগিব। হিট্‌লাৰে ইতিমধ্যে সেই কাম কৰিবলৈ পেটে পেটে থিৰ কৰিছিলেই। নয়ৰাথৰ প্ৰস্তাৱ শুনি তেওঁ ভালকে পালে, তুৰন্তে ইস্তফা পত্ৰ দাখিল কৰিবলৈ তেওঁক অনুৰোধ জনালে।

---

৬২। The decision to use armed forces against Austria and Czecho-slovakia, even if it involved Germany in a war with Great Britain and France, came as such a shock to his foreign Minister that Baron von Neurath suffered several heart attacks: *Affidavit of Baron von Ritter, a relative of Neurath,* quoted by *Shirer.*

ফিল্ড্ মাৰ্শ্বেল ব্লমবেৰ্গৰ বিদায় পৰ্ব এনে পোনপটীয়া বিধৰ নহয়; পাকলগা আৰু ৰসাল বিধৰ। একো একো গৰাকী তিৰোতাই একোটা জাতিৰ জীৱনত কেনে সুদূৰ-প্ৰসাৰী প্ৰভাৱ পেলাব পাৰে, ফ্ৰাউলাইন এৰ্ণা গ্ৰুণ নামেৰে ফিল্ড্ মাৰ্শ্বেল ব্লমবেৰ্গৰ চেক্ৰেটেৰিগৰাকী তাৰে এটি চকমকীয়া উদাহৰণ। ১৯৩২ চনতে ব্লমবেৰ্গৰ পত্নী ঢুকাইছিল। তেওঁৰ পাঁচোটি ল'ৰা-ছোৱালীয়ে ইতিমধ্যে সুকীয়াকৈ সংসাৰ পাতি বহিছিল। ভালে কেইবছৰ বৰলা ভাত খাই, অকলশৰীয়া জীৱন যাপন কৰি ব্লমবেৰ্গৰ আমনি লাগিছিল। তেওঁৰ চেক্ৰেটেৰি-গৰাকী আছিল গুৱনী গাভৰু। বৰলাৰ গাভৰুত মন থাকে, তেওঁকে বিয়া কৰাই জেনেৰেলৰ নকৈ সংসাৰ পাতিবৰ মন গ'ল। পিছে অতীজৰেপৰা জাৰ্মানিৰ সামৰিক বিষয়াসকল আছিল অভিজাত গোষ্ঠীৰ বংশধৰ। সাধাৰণ শ্ৰেণীৰ লোকক (Commoners) সামৰিক অফিচাৰৰ ঢাপলৈ সাধাৰণতে তোলা ন'হৈছিল। গতিকে সামৰিক বাহিনীৰ সৰ্বোচ্চ সেনাপতিয়ে 'কমনাৰ' এগৰাকীক বিয়া কৰোৱা কথাটো সামৰিক বিষয়া-মহলে সতকাই বৰদাস্ত নকৰিব বুলি বুজি, আৰু তেনে কাৰ্যৰ ফলত তলতীয়া বিষয়াই সেনাপতিলৈ চাই নাক কোঁচোৱাৰ আশঙ্কাত জেনেৰেলে ফ্ৰাউলাইনক বিয়া কৰাবলৈ সাহ গোটাব পৰা নাছিল। এই পৰিস্থিতিত কি কৰোঁ কি নকৰোঁ বুলি ভালেদিন গুণাগঁথা কৰি থাকি অৱশেষত তেওঁ গ্যোৰিঙৰ পৰামৰ্শ বিচাৰিলে। ব্লমবেৰ্গক কিবা উপায়েৰে সৰ্বোচ্চ সেনাপতিত্বৰপৰা খহাব পাৰিলে নিজেই সেই পদত অধিষ্ঠিত হোৱাৰ অভিলাষত গ্যোৰিঙে ব্লমবেৰ্গক মন্ত্ৰণা দিলে: সমাজতান্ত্ৰিক নাৎচি জাৰ্মানিত অভিজাত গোষ্ঠীৰ ফৰ্মাহি নবৰ্তিব। লাগিলে মই ফ্যুৰাৰৰ অনুমোদন আৰু অনুমতি আদায় কৰি দিম। আপুনি যাক ভাল পায়, তলতীয়া অফিচাৰৰ ভয়ত তেওঁক বিয়া নকৰোৱাকৈ থাকিব, সেইটো কেনে ধৰণৰ কথা?

গ্যোৰিঙে ব্লমবেৰ্গৰ হৈ ওকালতি কৰাৰ পাছত ফিল্ড্ মাৰ্শ্বেলে নিজেই হিট্লাৰৰ ওচৰত কথাষাৰ পাৰিলে। হিট্লাৰে সেনাপতিৰ প্ৰস্তাৱ সাদৰে অনুমোদন কৰি সেনাপতি আৰু তেওঁৰ ভাৱী পত্নীক আন্তৰিক আশীৰ্বাদ জ্ঞাপন কৰিলে। জানুৱাৰী মাহৰ ১২ তাৰিখে ফিল্ড্ মাৰ্শ্বেল ব্লমবেৰ্গৰ লগত ফ্ৰাউলাইন গ্ৰুণৰ বিয়া হ'ল, স্বয়ং হিট্লাৰ আৰু গ্যোৰিং বিয়াত সাক্ষী স্বৰূপে উপস্থিত আছিল।

পিছে, মুখ্য সেনাপতিয়ে নিজৰ ষ্টেন'গ্ৰাফাৰক বিয়া কৰোৱা কথাত অফিচাৰ গোষ্ঠী জলিপকি উঠিল। তাৰ পাছত খেমালিখন বাককৈয়ে লাগিল, সেনাপতিয়ে

ন ঘৈণীৰ লগত হানিমুন কৰিবলৈ ইতালিলৈ যাত্ৰা কৰাৰ পাছত। কেউপিনে বি-বি বা-বা আৰম্ভ হ'ল, অফিচাৰ মহলত লোকে কোৱা-কুই কৰিবলৈ ধৰিলে যে ক্ৰাউলাইন গ্ৰুণ 'কমনাৰ' তো কমনাৰেই—লিও যহন-তহন, কিন্তু পূৰ্বতে ক্ৰাউলাইন বোলে আছিল বেশ্যা বৃত্তি অবলম্বন কৰি জীৱিকা নিৰ্বাহ কৰা এগৰাকী নটী। কথাষাৰ ফুটিফাটি গৈ সামৰিক বিষয়াৰ মহলত হুলস্থুল লগালে। পুলিচক ৰহস্যৰ তদন্ত কৰিবলৈ দিয়া হ'ল। পুলিচে তদন্ত কৰি ক্ৰাউলাইন গ্ৰুণৰ নাম লাইচেন্স্ লৈ ব্যৱসায় কৰা বেশ্যাৰ ৰেজিষ্টাৰত বিচাৰি পালে।[৬৩]

ইতালিৰ দাঁতিত অৱস্থিত কাপ্ৰি দ্বীপত ন ঘৈণীক অকলে এৰি থৈ ফিল্ড্ মাৰ্শ্বেল জাৰ্মানি পালেহি। নটীৰ লগত বিয়া পাতি সেই বিয়াত হিট্‌লাৰক সাক্ষী মানি ফ্ৰাৰাৰক ভুচুংপহ বনোৱা বুলি হিট্‌লাৰ দমদমাই উঠিল। এনে এগৰাকী তিৰোতাৰ স্বামীক সামৰিক বিষয়া মহলে কেতিয়াও মানি নচলিব বুলি যুক্তি দৰ্শাই জানুৱাৰী মাহৰ ২৫ তাৰিখে হিট্‌লাৰে ফিল্ড্ মাৰ্শ্বেল ব্লম্‌বেৰ্গক চাকৰিৰপৰা ঘিচ্‌মচ্ কৰিলে। বেচেৰা ব্লম্‌বেৰ্গে কিন্তু সম্ৰাট অষ্টম এড্‌ৱাৰ্ডৰ দৰে, নমৰালৈকে তেওঁৰ বিবাহিতা পত্নীক ত্যাগ কৰা নাছিল।

বাটৰ এটি বগৰী জেং এইদৰে আঁতৰ হ'ল। তাৰ পাছত আহিল থলৰ সৈন্যবাহিনীৰ বৰমূৰীয়া সেনাপতি (Commander-in-Chief of the Army) জেনেৰেল ফ্ৰাইহেৰ ভেনেৰ ফন্ ফ্ৰিট্‌শ্বৰ পাল। তেওঁৰ পতনৰ কাহিনী ব্লম্‌বেৰ্গৰ কাহিনীতকৈও শত গুণে ৰসাল।

গোপন পুলিচ 'গেষ্টাপ'ৰ বৰমূৰীয়া হাইনৰিখ্ হিমলাৰ আছিল কুকুৰা-গাহৰি পালি পেট পোহা নোম নেগুৰ বৰ্জিত আঁহতলীয়া-বাঁহতলীয়া ধনাই-মনাই শ্ৰেণীৰ লোক, আৰু জেনেৰেল ফ্ৰিট্‌শ্ আছিল বংশানুক্ৰমে হাড়ে হিমজুৰে অভিজাত। হিট্‌লাৰৰ গইনা পাই হিমলাৰ দিনক দিনে ইমান প্ৰতাপী হৈ উঠিছিল যে ওখ খাপৰ সামৰিক বিষয়াসকলেও তেওঁক সমীহ কৰি চলিব-

---

৬৩। **At police head-quarters in Berlin a police inspector came upon a file marked 'Erna Gruhn'···The dossier showed that the bride of the Field Marshal and Commander in-Chief had a police record as a prostitute and had been convicted of having posed for pornographic photographs : *Shirer.***

লগীয়াত পৰিছিল। ক্ৰিট্‌শে পিছে তেওঁলৈ লেশমানো ভ্ৰূক্ষেপ নকৰিছিল। সেয়ে আছিল হিমলাৰৰ আক্ৰোহ। প্ৰাক্তন হাবিলদাৰ হিট্‌লাৰেও যে অভিজাত গোষ্ঠীৰ সামৰিক বিষয়া শ্ৰেণীক দুই চকু পাৰি দেখিব নোৱাৰিছিল সেই কথা হিমলাৰে গম পাইছিল। তদুপৰি ব্লমবেৰ্গৰ পতনৰ পাছত ক্ৰিট্‌শেই তিনিউ ভাগ সামৰিক বাহিনীৰ - সৈন্য বাহিনী, নৌ বাহিনী আৰু বিমান বাহিনী—মুখ্য সেনাপতি হোৱাৰ কথা। সেই সম্ভাৱনাৰ কথাকে ভাবি হিমলাৰৰ চকুত টোপনি নোহোৱা হ'ল। সেই কথাকে ভাবি সিপিনে গ্যোৰিঙৰো বুকুৰ পোৰণি আৰম্ভ হৈছিল। ক্ৰিট্‌শক কিবা উপায়েৰে খহাব পাৰিলে তেৱেঁই ব্লমবেৰ্গৰ ঠাই পূৰাব পাৰিব বুলি ভাবি গ্যোৰিঙেও হিমলাৰৰ লগত হাত মিলালে। ৫ নৱেম্বৰৰ দিনা পৰৰাষ্ট্ৰ মন্ত্ৰী আৰু থাইমুৰীয়া সেনাপতি ফ্ৰিজনৰ আগত হিট্‌লাৰে দাঙি ধৰা আঁচনিৰ বিৰোধিতা কৰাৰ বাবে হিট্‌লাৰেও চেলু বিচাৰি ফুৰিছিল কেনেকৈ বাটৰ জেং ক্ৰিট্‌শক বাটৰপৰা আঁতৰাব পাৰি। সাতে পাঁচে হিমলাৰে ভাবিলে ক্ৰিট্‌শক বগৰোৱাৰ এয়ে মাহেন্দ্ৰক্ষণ।

বহু দিনৰপৰা মনৰ মাজত পুঁহি ৰখা আক্ৰোহ চাৰিবলৈ হিমলাৰে লগাই দিলে তেওঁৰ বিশ্বস্ত সহকাৰী হেইড্ৰিখক কমাণ্ডাৰ-ইন-চীফৰ বিৰুদ্ধে জাল গোচৰ তৰিবলৈ। হেইড্ৰিখ আছিল হিমলাৰৰ জাতভাই—খেহনেজীয়া পুলিচ বিষয়া। প্ৰভুৰ মনোবাঞ্ছা পূৰণ কৰিবলৈ ক্ৰিট্‌শৰ বিৰুদ্ধে তেওঁ যিটি ষড়যন্ত্ৰ অনুষ্ঠিত কৰিলে তাৰ তুলনা বিচাৰি পোৱা টান। জাৰ্মান সামৰিক বাহিনীৰ বিষয়া-গোষ্ঠীৰ মাজত সেই ষড়যন্ত্ৰই এক ভূমিকম্পৰ সৃষ্টি কৰিছিল।

২৫ জানুৱাৰীৰ দিনা—যিদিনা হিট্‌লাৰে ব্লমবেৰ্গক বৰ্খাস্ত কৰিছিল—হেইড্ৰিখে যতনাই দিয়া কেতবোৰ নথি-পত্ৰ গ্যোৰিঙে হিট্‌লাৰৰ ওচৰত দাখিল কৰি তেওঁক জনালে যে জাৰ্মান দণ্ডবিধি আইনৰ ১৭৫ ধাৰা মতে দণ্ডনীয় অপৰাধত ক্ৰিট্‌শ্‌ অপৰাধী। সেই অপৰাধটি আছিল পুং মৈথুন। হান্স শ্মিট্‌ নামেৰে এজন সাক্ষীয়ে বোলে ক্ৰিট্‌শক তেনে কাৰ্য্য কৰি থাকোঁতে হাতেলোতে ধৰা পেলাইছিল; তেওঁৰ সেই দুষ্কৰ্মৰ কথা বেকত নকৰিবলৈ ১৯৩৫ চনৰপৰা শ্মিটক হেনো ক্ৰিট্‌শে নিয়মিতৰূপে টকা খুৱাই আছিল; নথি-পত্ৰত অভিযোগৰ নিৰ্ভুল প্ৰমাণ পোৱা যাব।

সেই দিনা গধূলিয়েই চান্সেলাৰিত হাজিৰ হ'বলৈ ক্ৰিট্‌শে তলব পালে। তাতে গৈ তেওঁ সেই দিনা এক চিৰস্মৰণীয় অভিজ্ঞতা লাভ কৰিলে।[৩৪]

৩৪। He was there to undergo an experience for which his→

চানচেলাৰিত উপস্থিত হৈ ক্ৰিট্‌ষে দেখে হিট্‌লাৰ, গ্যোৰিং আৰু হিমলাৰে তাত তেওঁৰ বাবে বাট চাই আছে। অভিযোগ পঢ়ি শুনালত অভিজাত সেনাপতিয়ে খঙত অগ্নিশৰ্মা হৈ অভিযোগ গোটেই মিছা বুলি ভাঠি কৈ, স্বয়ং ফ্যুৰাৰ তাত উপস্থিত নথকা হ'লে হিমলাৰক কিজানি তাতে তো'তয়াই উত্তম-মধ্যম এপালি ভালকৈ দিলেহেঁতেনেই। সিমানলৈ জানিবা তেওঁ ন'গ'ল, সৈনিকৰ শপত লৈ তেওঁ অভিযোগ অস্বীকাৰ কৰিলে।

পিছে, সৈনিকৰ শপতত ভোল যোৱা বিধৰ ভকত হিট্‌লাৰ নাছিল। হিমলাৰক তেওঁ আদেশ দিলে সাক্ষী হাজিৰ কৰাবলৈ। যিজন সাক্ষীক হিমলাৰে হাজিৰ কৰালে, তেনে এজন পুৰুষৰ, জাৰ্মান চানচেলাৰিত প্ৰৱেশ কৰাৰ সৌভাগ্য কোনো ৰজাৰ ৰাজত্বকালত কোনো দিনা সম্ভৱতঃ আগতে হোৱা নাছিল।[৬৫] সাক্ষীজন আছিল বগা-ঘৰৰ ভাত খোৱা গভাইত এটি দাগী। এইজন সম্ভ্ৰান্ত সাক্ষীয়েই ক্ৰিট্‌ষক চিনাক্ত কৰি জবানবন্দী দিলে যে তিনি বছৰ আগত এদিন গধুলি বেলিকা এটি নিজান গলাৰ এটা আন্ধাৰ চুকত আচামায়ে বাভেৰিযানিজ' নামেৰে এটি দুশ্চৰিত্ৰ, দুৰ্নামী লোকৰ লগত অপকৰ্ম কৰি থাকোঁতে হাতে হাতে তেওঁ (সাক্ষীয়ে) আচামীক ধৰা পেলাইছিল। সেনাপতিয়ে নিয়মিতৰূপে তেওঁক টকা-সিকা দি থকাৰ নিগুণে সেই কথা তেওঁ কাৰো আগত বেকত কৰা নাছিল।

সাক্ষীৰ জবানবন্দী শুনি সেনাপতিৰ বাক হাৰল। খঙত, ঘৃণাত তেওঁ মুখেৰে ওঁ আঁ একো বুলিব নোৱৰা হ'ল। তেওঁৰ মৌনতাকে স্বীকাৰোক্তি বুলি গণ্য কৰি হিট্‌লাৰে ৰায় দিলে যে সেনাপতিয়ে কামৰপৰা ইস্তফা দিব লাগে। ক্ৰিট্‌ষৰ ইতিমধ্যে ধৈৰ্য্যচ্যুতি ঘটাৰ অৱস্থা ঘটিছিল, তথাপি নিজক চম্ভালি গহীন মাতেৰে তেওঁ বিচাৰ দাবী কৰিলে, আদালতে তেওঁক দোষী সাব্যস্ত নকৰালৈকে তেওঁ ইস্তফা নিদিয়ে। সেনাপতিৰ জবাব শুনি এইবাৰ প্ৰাক্তন হাবিলদাৰ হতবাক হ'ল। কথা বিসঙ্গতি যেন দেখি তেওঁ সেনাপতিক সামৰিক আদালতত বিচাৰ কৰোৱাব বুলি প্ৰতিশ্ৰুতি দি, বিচাৰ নোহোৱালৈকে

---

←long training as an aristocrat, an officer and a gentleman had scarcely prepared him : *Shirer*.

৬৫। He must have been one of the strangest, if not the most disreputable, figures ever let into the offices of the Chancellor of Germany : *Shirer*

তেওঁক ছুটীত যাবলৈ আদেশ দিলে, অৰ্থাৎ প্ৰকাৰান্তৰে সাময়িক ভাৱে তেওঁক বৰ্খাস্ত (suspend) কৰিলে।

হিট্লাৰৰ এই কাৰ্য্যত সেনাপতি আৰু সামৰিক বিষয়াসকল অতিষ্ঠ হৈ উঠিল। সিসকলৰ প্ৰায়ভাগে থিৰ কৰিলে যে অকাল কুষ্মাণ্ড প্ৰাক্তন হাবিলদাৰক ক্ষমতাৰপৰা নাতৰালে জাৰ্মানিৰ ভৱিষ্যৎ বিভীষিকাময়। ন্যায় বিভাগৰ সহযোগিতাত সামৰিক মহলে ফ্ৰিটশ্বৰ বিৰুদ্ধে অনা অভিযোগৰ তদন্ত চলালত মেকুৰী জোলোঙাৰপৰা ওলাই পৰিল।

তদন্তৰ ফলত প্ৰমাণ পোৱা গ'ল যে হান্স শ্মিটে কেইবছৰমানৰ আগত পট্‌চ্‌ডাম ৰেল ষ্টেশনৰ কাষত প্ৰকৃতি বিৰুদ্ধ যৌন কৰ্মত লিপ্ত হৈ থকা অৱস্থাত সামৰিক বিষয়া এজনক হাতেলোতেৰে ধৰা পেলোৱা কথাটো সঁচা। বিষয়াজনক ভাবুকি দি কেইবাবছৰলৈকে শ্মিটে ধন আদায় কৰি আছিল। কিন্তু সেই বিষয়াজন আছিল এজন তলখাপৰ বিষয়া; তেওঁৰ নাম ফ্ৰিট্‌শ্ব নাছিল, আছিল ৰিটমাইষ্টাৰ ফন ফ্ৰিশ্। হিমলাৰ আৰু হেইড্ৰিযে সেই কথা জানিছিল। জানিশুনিও জেনেৰেল ফ্ৰিট্‌শ্বক ফান্দত পেলাবলৈ হান্স্ শ্মিটক গ্ৰেপ্তাৰ কৰি তেওঁক গুমি কৰাৰ ভয় দেখুৱাই, ফ্ৰিট্‌শ্বকে ফ্ৰিশ্ বুলি চিনাক্ত কৰিবলৈ বাধ্য কৰিছিল। ৰিটমাইষ্টাৰ ফ্ৰিশেও যাতে এই বিষয়ে মাত মাতিব নোৱাৰে, সেই অভিপ্ৰায়েৰে তেওঁকো গেষ্টাপ'ই গ্ৰেপ্তাৰ কৰি আটক কৰি থৈছিল, কিন্তু সৈন্যবাহিনীৰ বিষয়াসকলে দুয়োকো কয়েদৰপৰা মুকলি কৰি এডোখৰ নিৰাপদ ঠাইত নি লুকুৱাই থ'লে, যাতে সামৰিক আদালতত তেওঁলোক দুজনে সঁচা কথা প্ৰকাশ কৰিব পাৰে।

ষড়যন্ত্ৰই এই আকাৰ ল'লত সেনাপতিসকল উলাহৰ মাদলি হ'ল। তেওঁলোকে ভাবিলে গ্যোৰিং আৰু হিমলাৰৰ পিনে তো এইবাৰ দিহা লাগিলেই, স্বয়ং হিটলাৰো আৰু তিষ্টিব নোৱাৰিব। কিন্তু সিসকলৰ হৰ্ষ অনতি পলমে বিষাদত হে পৰিণত হ'ব। গোঁফালনেজাল বৰ বৰ সেনাপতি জাকেই মিলিও সাত শিয়ালৰ বাগি দিব জনা ধূৰ্ত্ত শিৰোমণি প্ৰাক্তন হাবিলদাৰৰ নোম এডালিও লৰাব নোৱাৰিব।[৬৬]

ফ্ৰিট্‌শ্বক সামৰিক আদালতত বিচাৰ কৰোৱাৰ মতলব হিট্লাৰৰ সমূলি

৬৬। But once again, as so often in the past years, the generals were outsmarted by the former Austrian Corporal and utterly defeated: *Shirer.*

নাছিল। তেওঁৰ চকুৰ শূল অভিজাত সেনাপতি গোষ্ঠীক ধৰাশায়ী কৰাৰ সুযোগ এৰি দি হিট্‌লাৰে সেই গোষ্ঠীক ওপৰহতীয়া হ'বলৈ দিবনে ?

ফেব্ৰুৱাৰী মাহৰ ৪ তাৰিখে ( ১৯৩৮ ) হিট্লাৰে জাৰ্মান কেবিনেটৰ শেষ বৈঠক আহ্বান কৰি, এক নতুন ডিক্ৰী জাৰি কৰিলে। সেই নিশাই জাৰ্মান ৰেডিঅ'ই ফ্যুৰাৰৰ বাণী প্ৰচাৰ কৰিলে :

এই মুহূৰ্তৰপৰা সামৰিক বাহিনীৰ তিনিউটা শাখাৰ সম্পূৰ্ণ কৰ্তৃত্ব মোৰ নিজৰ হাতলৈ আনিলোঁ।।

অৱশ্যে ইতিমধ্যে ৰাষ্ট্ৰপতি হিচাপে নামত হ'লেও হিট্লাৰ সামৰিক বাহিনীৰ সৰ্বোচ্চ সেনাপতি হৈছিলেই। এইবাৰ ব্লমবেৰ্গৰ বাবটোও তেওঁ নিজৰ হাতলৈ আনিলে। সামৰিক দপ্তৰ (War ministry) উঠাই দিয়া হ'ল। তাৰ ঠাইত থাপনা কৰা হ'ল দ্বিতীয় মহাসমৰৰ সময়ত অতিকৈ জনাজাত হোৱা অনুষ্ঠান Oberkommando der Wermacht (High Command of the Armed Forces) বা OKW. জেনেৰেল ফ্ৰিট্শক সেই দিনাই বৰ্খাস্ত কৰি, তেওঁ আৰু ব্লমবেৰ্গে স্বাস্থ্যৰ কাৰণে কামৰপৰা অৱসৰ লোৱা বুলি হিট্লাৰে ৰাইজক ৰেডিঅ'ৰ যোগেদি জনাই দিলে। লগতে ষোলজন উচ্চতম পৰ্য্যায়ৰ সেনাপতিকো তললৈ থহোৱা হ'ল। নাৎচি পাৰ্টিৰ প্ৰতি অনুৰাগী নোহোৱা বুলি আৰু চৌৱাল্লিছজন সেনাপতিক অ'ৰপৰা ত'লৈ, ত'ৰপৰা ত'লৈ বদলি কৰা হ'ল। পৰৰাষ্ট্ৰমন্ত্ৰী নয়ৰাথৰ ইস্তফা-পত্ৰও সেইদিনাই হিট্লাৰে অনুমোদন কৰি তেওঁকো বিদায় দিলে। নয়ৰাথৰ ৰাজনৈতিক জীৱনৰ সিমানতে অন্ত পৰিল। তেওঁৰ ঠাইত পৰৰাষ্ট্ৰ মন্ত্ৰী পতা হ'ল উৎকট নাৎচিবাদী ৰিবেনট্ৰপক। দুজন বিচক্ষণ কূটনীতিজ্ঞ পুৰুষ—ৰ'মত অৱস্থিত জাৰ্মান ৰাষ্ট্ৰদূত উলৰিষ্ ফন্ হাচেল্, আৰু টকিয়ত অৱস্থিত এৰেট ফন্ ডিৰ্কচেনকো সেই দিনাই পদচ্যুত কৰা হয়। এসময়ত হিট্লাৰেৰে সৈতে হৰিহৰ আত্মা ডক্টৰ শাখ্টো হিট্লাৰৰ মইমতালিত ভালে দিনৰপৰা অতিষ্ঠ হৈ আছিল। এই সুযোগতে তেওঁও স্ব ইচ্ছাৰে বিদায় ল'লে। হিট্লাৰে সাদৰে তেওঁক বিদায় দি ভল্টাৰ ফুঙ্ক্ নামেৰে নাম গোন্ধ নোহোৱা এজন ভৰিচেলেকাক বিত্তমন্ত্ৰী পাতিলে। এই উপায়েৰে দৰাচলতে বিত্ত, পৰৰাষ্ট্ৰ আৰু সমৰ—এই তিনিউটা বিভাগৰে হিট্লাৰ নিজেই ৰজা আৰু নিজেই মন্ত্ৰী হৈ ৰহিল। তেওঁৰ একাধিপাতত্ব এইবাৰ পানী নসৰকাকৈ কটকটীয়া হৈ উঠিল। ফ্ৰিট্শৰ ঠাইত মুখ্য সেনাপতি পতা হ'ল হিট্লাৰৰ আন এজন ভৰিচেলেকা লেমটো ভল্টাৰ

ফন্ ব্ৰাউখিট্‌খক। গোৱিঙৰ মন ভুলাবলৈ হিট্‌লাৰে তেওঁক 'ফিল্ড্ মাৰ্শ্বেল' খিতাপ দিলে। তাকে পায়ে গোৱিঙৰ গা সাতখন আঠখন হ'ল।

হিট্‌লাৰৰ জুলুমবাজি মাত্ৰা চেৰাই গৈছে বুলি থিৰ কৰি ফ্ৰিট্‌খকে আদি কৰি সৈন্যবাহিনীৰ সেনাপতিসকলে হিট্‌লাৰক আঁতৰাবলৈ বিদ্ৰোহৰ আঁচনি পতাত লাগিল, কিন্তু আঁচনি কাৰ্যকৰী কৰাৰ সাহতো সিসকলৰ ন'হ'লেই, বিদ্ৰোহ সম্বন্ধেই সিসকল একমত হ'ব নোৱাৰিলে, কাৰণ তেওঁলোকে জানিছিল যে সৈন্যবাহিনীয়ে বিদ্ৰোহ কৰিলে, হিট্‌লাৰৰ দুই থয়েৰ খাঁ, নৌবাহিনীৰ বৰমূৰীয়া সেনাপতি এড্‌মিৰেল ৰায়েডাৰ আৰু বিমানবাহিনীৰ মুখ্য সেনাপতি গোৱিঙে সৈন্যবাহিনীৰ লগত যুদ্ধ দিব। তদুপৰি সৈন্যবাহিনীতো হিট্‌লাৰৰ অনুগত সেনাপতি কেইবাজনো আছিল, তেওঁলোকে বিদ্ৰোহ পণ্ড কৰিবলৈ চেষ্টা কৰিব। ফলত জাৰ্মানিত গৃহ-যুদ্ধ (Civil war) আৰম্ভ হ'ব। সাত-পাঁচ ভাবি গুণি প্ৰভুভক্ত ঢেকুৰাই প্ৰভুৰ চৰণত মূৰ থৈ লেট থাই পৰা দি মহাৰথী-সকলে হিট্‌লাৰৰ চৰ-লাথি সকলোবোৰ হজম কৰি তেওঁৰ চৰণতে মূৰ থোৱাকে থিৰাং কৰিলে।

ফলত এতিয়াৰপৰা মহা মহা সেনাপতিসকলক হিট্‌লাৰে পুতলা নচুওৱা দি নচুৱাবলৈ ধৰিব। পূৰ্বৰেপৰা হাবিলদাৰ হিট্‌লাৰৰ সেনাপতিসকলৰ প্ৰতি আক্ৰোহ থকাটো স্বাভাৱিক কথা। এতিয়াৰপৰা সেই আক্ৰোহে ঘৃণা আৰু তাচ্ছিল্যৰ ৰূপ ল'ব। সেনাপতিসকলক হিট্‌লাৰে মনুষ্য জ্ঞান নকৰা হ'ব। তাৰ বাবে সেনাপতিসকল নিজেই যে দায়ী আছিল সেই কথা সিসকলে দুই কৰিব নোৱাৰে।[৬৭]

১৯৩৮ চনৰ ফেব্ৰুৱাৰী মাহৰ ৪ তাৰিখৰ দিনটো জাৰ্মান জাতিৰ বুৰঞ্জীৰ এটি লেখত ল'বলগীয়া দিন। হিট্‌লাৰৰ নাৎচি বিপ্লৱ সেই দিনাহে সম্পূৰ্ণ হোৱা বুলি ক'ব পাৰি। ১৯৩৩ চনৰ ৩০ জানুৱাৰী তাৰিখৰপৰা আৰম্ভ কৰি ১৯৩৮ চনৰ ৪ ফেব্ৰুৱাৰী তাৰিখলৈকে, এই পাঁচ বছৰৰ সময়ছোৱাত জাৰ্মান

---

৬৭। **Then, as always, the German generals wanted to be sure of winning before taking great risks…… There was talk in the officer corps of a military putsch, but only talk. Hitler's contempt for the Prussian officer caste, which he held till the end of his life, proved quite justified :** ***Shirer.***

সৈন্যবাহিনীৰ সেনাপতিসমূহৰ হিট্‌লাৰক ক্ষমতাচ্যুত কৰাৰ শক্তি আছিল। ১৯৩৮ চনৰ ৪ ফেব্রুৱাৰীৰ দিনা সিসকলে সেই শক্তি হেৰুৱালে। জাৰ্মানিক ধ্বংসৰ বাটেদি ৰসাতললৈ নিবলৈ হিট্‌লাৰ ওলোৱা বুলি সম্যকৰূপে বুজিও জাৰ্মান সামৰিক মহলে কিয় এনে কাপুৰুষালিৰ পৰিচয় দিছিল? এই কাপুৰুষালিৰ পৰিণাম যে এদিন তেওঁলোকে কি ভীষণভাৱে ভুগিবলগীয়া হ'ব সেই কথা তেওঁলোকে বুজি পোৱা নাছিলনে? ১৯৩৮ চনৰ ডিচেম্বৰ মাহৰ ১৮ তাৰিখে প্ৰাক্তন ৰাষ্ট্ৰদূত ফন্ হাচেলৰ লগত কথা-বতৰা পাতি থাকোঁতে সেনাপতি ফ্ৰিট্‌ছে নিজেই সেই প্ৰশ্নৰ উত্তৰ দিছিল এই বুলি:

**This man—Hitler—is Germany's destiny for good or evil. If he now goes over the abyss he will drag us all down with him. There is nothing we can do.***

## ছয়

## অষ্ট্ৰিয়া ধৰ্ষণ

জাৰ্মান সেনাই বলেৰে ৰাইনলেণ্ড্ অধিকাৰ কৰা কাৰ্য্যৰ প্ৰতিবাদ কৰি ফৰাচীয়ে মাত নমতাৰ দিনাৰপৰাই অষ্ট্ৰীয় চান্‌চেলৰ শ্‌্‌নিগে ফৰাচীৰ ওপৰত আস্থা হেৰুৱাইছিল, তেওঁ বুজিছিল যে হিট্‌লাৰে অষ্ট্ৰিয়া আক্ৰমণ কৰিলে ফ্ৰান্সৰপৰা সহায় পোৱাৰ আশাত মুখ মেলি বহি থাকিলে মিছা হ'ব, হিট্‌লাৰক তোৱাজ কৰি চলিলেহে যদি কোনো প্ৰকাৰে নিস্তাৰ পোৱা যায়। গতিকে, তেতিয়াৰপৰা তেওঁ সেই মতেই চলিবলৈ গৈছিল।[৬৮]

সেই সময়ত ভিয়েনাত মোতায়েন হৈ থকা জাৰ্মান ৰাষ্ট্ৰদূত ফন্ পাপেনৰ হাতে-ভৰিয়ে ধৰি শ্‌্‌নিগে হিট্‌লাৰক এটা চুক্তিৰে বান্ধ খুওৱাৰ চেষ্টা দিলে।

---

* ***The von Hassel Diaries*** **quoted by** ***Shirer.***

৬৮। **"As I stood at the grave of my predecessor [the murdered Dolfuss]" Dr. Schuschnigg related in his memoirs, "I knew that in order to save Austrian independence, I had to embark on a course of appeasement":** ***Shirer.***

ফলত ১৯৩৬ চনৰ ১১ জুলাই তাৰিখে জাৰ্মানি আৰু অষ্ট্ৰিয়া সন্ধি-সূত্ৰে বান্ধ খালে। সেই সন্ধি অনুসৰি জাৰ্মানিয়ে অষ্ট্ৰিয়াৰ স্বকীয়া স্বাধীনতা (Soverignty) মানি লৈ সেই ৰাষ্ট্ৰৰ অভ্যন্তৰীণ কথাত হেতা-ওপৰা নকৰিব বুলি প্ৰতিশ্ৰুতি দিলে। অষ্ট্ৰিয়ায়ো নিজকে এখন জাৰ্মান ৰাষ্ট্ৰ বুলি স্বীকাৰ কৰি বৈদেশিক নীতিত জাৰ্মানিৰ লগত খোজ মিলাই চলিবলৈ গাত ল'লে।

পিছে, সন্ধিপত্ৰখনিত এটি গুপুত চৰ্ত আছিল। সেই চৰ্ত মতে বগা-ঘৰৰ ভাত খাই থকা অষ্ট্ৰীয় নাৎচি নেতাসকলক মুকলি কৰি দিয়া হ'ল আৰু সিসকলৰ কেইজনমান মুখপাত্ৰক দায়িত্বপূৰ্ণ চৰ্কাৰী পদতো মোতায়েন কৰা হ'ল। তাৰে মুখপাত্ৰজনৰ নাম আছিল চাইচ্-ইনকাৰ্ট। অষ্ট্ৰীয় ৰাজনীতিৰ ৰঙ্গমঞ্চত তেওঁ পিছলৈ এটি স্মৰণীয় অংশ গ্ৰহণ কৰিবগৈ। এই গুপুত চৰ্তত চহী দি শুশ্‌নিগে নিজৰ টেটুত যিডাল ফাঁচ লগাইছিল তাৰপৰা তেওঁ আৰু মুকলি হ'ব নোৱাৰিব।

সন্ধিপত্ৰৰ চহীৰ চিয়াঁহী শুকাবলৈ নৌপাওঁতেই চাইচ্-ইন্‌কাৰ্ট আৰু জাৰ্মান ৰাষ্ট্ৰদূত পাপেনে অষ্ট্ৰিয়াৰ নাৎচি পাৰ্টিক বলিষ্ঠ কৰি তুলি, সেই পাৰ্টিৰ সহায়ত অষ্ট্ৰিয়াৰ স্বাধীনতা হৰণৰ চক্ৰান্তত হাতে-কামে লাগি গ'ল। হিট্‌লাৰে গুপুতে সেই পাৰ্টিৰ জোলোঙাত ধন ঢালিবলৈ ধৰিলে। পাৰ্টিৰ কৰ্মীসকলে সমগ্ৰ অষ্ট্ৰিয়াত সন্ত্ৰাসৰ সৃষ্টি কৰি শাসন-যন্ত্ৰ প্ৰায় অচল কৰি পেলালে। ১৯৩৭ চনৰ গোটেই বছৰটোত অষ্ট্ৰিয়াৰ কোনোবা নহয় কোনোবা এখন ঠাইত নিতৌ অন্ততঃ একোটাকৈ ব'মা ফুটিছিল; গাঁৱে-ভুঞে নিতৌ একোটাকৈ শোভাযাত্ৰা ওলাই সমগ্ৰ দেশত খলক লগাইছিল। অৱশেষত ১৯৩৮ চনৰ ২৫ জানুৱাৰীৰ দিনা অষ্ট্ৰীয় পুলিচে নাৎচি পাৰ্টিৰ আড্ডা এটা খানা-তালচি কৰিলত হিট্‌লাৰৰ ডেপুটি, ৰুডল্‌ফ হেচৰ হাতৰ আখৰত সেই পাৰ্টিলৈ জাৰ্মান ফ্যুৰাৰে পঠোৱা আদেশ-নিৰ্দেশবোৰ ফাদিল হৈ পৰিল। সেইবোৰৰ মৰ্ম আছিল, জাৰ্মানিৰপৰা সংকেত পোৱা মাত্ৰকে অষ্ট্ৰীয় নাৎচি পাৰ্টিয়ে প্ৰকাশ্যে বিদ্ৰোহ আৰম্ভ কৰিব, আৰু অষ্ট্ৰীয় চৰ্কাৰে বিদ্ৰোহ দমনৰ বিধান হাতত লোৱাৰ লগে লগে জাৰ্মান সেনাই অষ্ট্ৰিয়া আক্ৰমণ কৰিব—"যাতে (হিট্‌লাৰে কোৱা মতে) জাৰ্মানে জাৰ্মানৰ ৰক্তপাত কৰিবলৈ নাপায়।"

গুপুত নিৰ্দেশবোৰৰ মাজত ইয়াকো কোৱা হৈছিল যে ৰাষ্ট্ৰদূত পাপেন নাইবা তেওঁৰ মিলিটেৰি আতাশে লেফ্‌টেনেণ্ট জেনেৰেল মুফ্ক যেন হত্যা কৰা হয়, যাতে অষ্ট্ৰীয় চৰ্কাৰেহে সেই কাম কৰোৱা বুলি অষ্ট্ৰিয়া আক্ৰমণৰ এটা উপযুক্ত

কাৰণ দৰ্শাব পাৰি। সেই নিৰ্দেশৰ বাতৰি পাই বপুৰা পাপেনৰ চুলিৰ আগে জীৱ গ'ল। তেওঁ ভাবিলে হিট্‌লাৰৰ ভৱিৰ তলুৱা চেলেকি তাৰ পুৰস্কাৰ ইয়াকেহে পাবলগীয়া হ'লনে ?

১৯৩৮ চনৰ ৫ ফেব্ৰুৱাৰীৰ দিনা হিট্‌লাৰৰপৰা পাপেনলৈ হুকুম আহিল যে ফ্যুৰাৰে হেৰ শ্‌্‌নিগক বেৰ্খটেশ্‌গাডেনত এবাৰ লগ পাবলৈ ইচ্ছা কৰে, পাপেনে যেন সেই মতে দিহা কৰে। হিট্‌লাৰৰ আমন্ত্ৰণ ৰক্ষা কৰাৰ আগতে শ্‌্‌নিগে জানিবলৈ বিচাৰিলে: (১) কি কি বিষয়েনো জাৰ্মানিৰ ফ্যুৰাৰে তেওঁৰ লগত কথা হ'বলৈ বিচাৰিছে; (২) ১৯৩৬ চনৰ ১১ জুলাই তাৰিখে জাৰ্মানি আৰু অষ্ট্ৰিয়াৰ মাজত স্থাপিত হোৱা সন্ধি অনুসৰি অষ্ট্ৰিয়াৰ অভ্যন্তৰীণ কথাত হেতা-ওপৰা নকৰিব আৰু অষ্ট্ৰিয়াৰ স্বাধীনতাত হাত নিদিব বুলি জাৰ্মানিয়ে অষ্ট্ৰিয়াক দিয়া প্ৰতিশ্ৰুতি মানি চলা হ'ব নে নহয়; (৩) কথোপকথনৰ অন্তত নিয়ম অনুযায়ী যিখন বুলেটিন প্ৰকাশিত হ'ব, তাত ১৯৩৬ চনৰ সন্ধিপত্ৰ মানি চলা হ'ব বুলি জাননী দিয়া সম্ভৱপৰ হ'বনে নহয়।

শ্‌্‌নিগৰ উত্তৰ লৈ পাপেন গৈ হিট্‌লাৰৰ ওচৰত হাজিৰ হ'লত, তেওঁৰ মাৰ্ফৎ হিট্‌লাৰে শ্‌্‌নিগলৈ আশ্বাস-বাণী পঠালে যে ১৯৩৬ চনৰ সন্ধিপত্ৰ মানি নচলাৰ প্ৰশ্নই নুঠে, সম্ভৱতে জাৰ্মানি আৰু অষ্ট্ৰিয়াৰ মাজত কেতবোৰ কথা লৈ ভুল বুজাবুজি হ'বলৈ ধৰিছে, ফ্যুৰাৰৰ একমাত্ৰ মনোবাঞ্ছা সেই ভুল বুজাবুজি-বোৰৰ ওৰ পেলোৱা।

হিট্‌লাৰৰপৰা আশ্বাস-বাণী পাই তেওঁৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ শ্‌্‌নিগ ৰাজী হ'ল। ১২ ফেব্ৰুৱাৰীৰ দিনা বেৰ্খটেশ্‌গাডেনত হিট্‌লাৰৰ নিজা কাৰেঙত দুই নেতাৰ মাজত হ'বলগীয়া কথোপকথনৰ দিহা কৰা হ'ল। ১২ তাৰিখে পুৱা, মাথোন এজন সহকাৰী লগত লৈ, শ্‌্‌নিগ বেৰ্খটেশ্‌গাডেনত উপস্থিত হ'লগৈ। তেওঁ উপস্থিত হোৱাৰ খন্তেক পিছৰেপৰা হিট্‌লাৰে খিয়টৰ ভালথনকে দেখুৱাবলৈ ধৰিলে।

বেৰ্খটেশ্‌গাডেনৰ কাৰেঙৰ খটখটীয়েদি ওপৰলৈ উঠি যাওঁতে পাপেনে শ্‌্‌নিগক কাণে কাণে ক'লে: বেৰ্খটেশ্‌গাডেনত ফ্যুৰাৰৰ উপৰিও দুই-তিনিজন সেনাপতি উপস্থিত আছে; ফ্যুৰাৰে আশা কৰে তাৰ বাবে যেন (অষ্ট্ৰীয়) চান্‌চেলৰে বেয়া নাপায়।

কথাষাৰ শুনিয়েই শ্‌্‌নিগৰ গা চেৰালে। দুখন ৰাষ্ট্ৰৰ ৰৰমূৰীয়া দুজনে কথা-বতৰা হ'ব; তাত আকৌ সেনাপতিসকলৰ সকাম কি? তেওঁ বুজিলে যে

হিট্‌লাৰৰ মতলব সুবিধা বিধৰ নহয়, তথাপি মিহিকৈ তেওঁ উত্তৰ দিলে ঃ মোৰ ভালপোৱা বেয়াপোৱাৰ লৈ তো কোনেও মূৰ ঘমাবলৈ নাযায়, গতিকে বেয়া পাই নো কি লাভ হ'ব ?

এচ-এচৰ বিষয়াৰ সাজ-পাৰত কাৰেঙৰ দুৱাৰমুখলৈ ওলাই আহি হিট্‌লাৰে অষ্ট্ৰীয় চানচেলৰ আৰু তেখেতৰ সহকাৰীক অভিবাদন জনালে। তেওঁৰ মুখত হাঁহি। আদৰ-সাদৰ কৰি আনহাঁ দুজনক তেওঁ 'ষ্টাডি' অৰ্থাৎ কাম কৰা কোঠাত নি বহুৱালেগৈ।

ডক্‌টৰ শুশ্‌নিগ আছিল ভদ্ৰবংশৰ শিক্ষিত মাৰ্জিত বংশধৰ। সেই দিনা বতৰ ফৰকাল আছিল। অচিনাকি ভদ্ৰলোক এজনৰ লগত প্ৰথমবাৰলৈ দেখা সাক্ষাৎ হওঁতে কথা-বতৰা আৰম্ভ কৰাৰ কাবুৰ অনুসৰি খিড়িকীয়েদি বাহিৰলৈ চাই তেওঁ ক'লে ঃ আজি বঢ়িয়া বতৰ কৰিছে, আপোনাৰ কাৰেঙৰ চৌদিশৰ প্ৰাকৃতিক দৃশ্য মনোৰম, এই কোঠাতে বহি নিশ্চয় বহু গুৰুত্বপূৰ্ণ সমস্যাৰ আপুনি সমাধান কৰিছে।

শুশ্‌নিগৰ কথা কিআষাৰৰ উত্তৰত প্ৰাক্তন হাবিলদাৰে গোথোৰা-গোথোৰকৈ ক'লে ঃ "বতৰ আৰু প্ৰাকৃতিক দৃশ্যৰ কথা পাতিবলৈ আজি ইয়াত আপোনাক লগ পাবলৈ মই অহা নাই।" তাৰ পিছত দুঘণ্টা সময় তেওঁ অনৰ্গল শুশ্‌নিগক বক্তৃতা শুনাই যাবলৈ ধৰিলে। শুশ্‌নিগে মিহিকৈ হিট্‌লাৰৰ একোষাৰ কথাৰ প্ৰতিবাদ কৰিবলৈ বিচাৰিলে হিট্‌লাৰৰ স্বৰ উৰ্ধলৈ চৰে। কথোপকথন চলিছিল এই দৰে ঃ

হিট্‌লাৰ ঃ জাৰ্মানিৰ প্ৰতি আপোনালোকৰ সমূলিকে শুভেচ্ছা নাই। বুৰঞ্জীত চিৰকাল অষ্ট্ৰিয়াই জাৰ্মান জাতিৰ প্ৰতি বিশ্বাসঘাতকতাৰ কাম কৰি আহিছে।...সেই অধ্যায়ৰ সামৰণি মৰাৰ ক্ষণ এতিয়া উপস্থিত হৈছে। হেৰ্‌ শুশ্‌নিগ্‌, আপোনাক এতিয়া খোলাখুলিকৈ কৈ দিয়া উচিত হ'ব যে সেই অধ্যায়ৰ অন্ত পেলাবলৈ মই দৃঢ়প্ৰতিজ্ঞ। ( পাঠকে মন কৰে যেন যে হিট্‌লাৰে শুশ্‌নিগক কাবুৰ অনুসৰি 'হেৰ্‌ কান্স্‌লাৰ' ( চানচেলৰ ) বুলিহে সম্বোধন কৰা উচিত আছিল, কিন্তু ইচ্ছা কৰিয়েই তেওঁ তেখেতক নাম কাটি মাতিছিল )। জাৰ্মান ৰাইখ এতিয়া এখন প্ৰতাপী ৰাষ্ট্ৰ। সেই ৰাষ্ট্ৰই নিজৰ সীমান্তৰ সমস্যাবিলাকৰ সমাধান কৰিবলৈ আগ বাঢ়িলে, তাৰ বিৰুদ্ধে কোনেও মাত নামাতে।

হিট্‌লাৰৰ তৰ্জন-গৰ্জন শুনি শুশ্‌নিগ অবাক হৈছিল যদিও ধৈৰ্য্য ধৰি তেওঁ

সকলো কথা শুনি আছিল। হিট্‌লাৰৰ বলকনিৰ মৃদু প্ৰতিবাদ জনাই তেওঁ এবাৰ মাত দিলে: জাৰ্মান জাতিৰ বুৰঞ্জীত অষ্ট্ৰিয়াৰ বৰঙণিও তাকৰ নহয়!

হিট্‌লাৰ: অষ্ট্ৰিয়াৰ বৰঙণি! মই কওঁ অষ্ট্ৰিয়াৰ বৰঙণি এটা গোল্লা। শুনিছেনে হেৰ্‌ শ্‌শ্‌নিগ, এটা গোল্লা; এটা মস্ত ডাঙৰ শূন্য। ইউৰোপ মহাদেশত সিঁচৰতি হৈ থকা জাৰ্মান জাতিক একেলগ কৰাৰ চেষ্টাত অষ্ট্ৰিয়াই চিৰকাল বাধা দি আহিছে।

শ্‌শ্‌নিগ: আপুনি অনুমতি দিয়ে যদি মই ক'ব খোজোঁ যে জাৰ্মান জাতিৰ সভ্যতা আৰু সংস্কৃতিৰ ক্ষেত্ৰত অষ্ট্ৰিয়াৰ বৰঙণি ফু মাৰি উৰুৱাই দিব নোৱাৰি। বীটফেনৰ কথাকে ভাবি চাওকচোন, হেৰ্‌ ৰাইখকাঞ্জলাৰ।

হিট্‌লাৰ: আঃ! বীটফেন্‌! আপুনি নাজানে যদি মই কওঁ শুনক, বীটফেন ৰাইনলেণ্ডৰপৰা হে অষ্ট্ৰিয়ালৈ গৈছিল।

শ্‌শ্‌নিগ: তেওঁ অষ্ট্ৰীয় বুলিহে নিজৰ চিনাকি দিছিল; তেওঁৰ সমকক্ষ আন বহুতেও দিছে।

হিট্‌লাৰ: সেইবোৰ বাৰে-ভচহু কথা শুনিবৰ মোৰ সময় নাই। আপোনাক মই চিধা কথা কৈছোঁ। অষ্ট্ৰিয়াক আৰু লাই দিয়া ন'হ'ব। এক মহান আদৰ্শক বাস্তৱ ৰূপ দিবলৈ মই ওলাইছোঁ। বিধতাই মোক মৰ্ত্তলৈ পঠাইছেই সেই কাম সাধিবলৈ। মোৰ আবিৰ্ভাৱৰ আগত কোনো এজন জাৰ্মানে এনে মহৎ কাম হাতত ল'ব পৰা নাছিল। কওকচোন, মোতকৈ মহৎ কাম কোনজন জাৰ্মানে কোন দিনা সাধিছিল। আৰু মন কৰিব সকলো মহৎ কাম মই সাধিবলৈ সক্ষম হৈছোঁ, যুদ্ধ-বিগ্ৰহৰ মাজেদি নোযোৱাকৈ, কাৰণ মোৰ প্ৰজাই মোক সৰ্বান্তঃকৰণেৰে ভাল পায়। মোৰ আগত যি বিধি-পথালি কৰিব তাক মই পটাত পিঁহাদি পিঁহি পেলাম।

শ্‌শ্‌নিগ: সেই কথা মই বিশ্বাস কৰোঁ, হেৰ্‌ ৰাইখকাঞ্জলাৰ।

হিট্‌লাৰে আৰু এঘণ্টামান বলকাৰ পাছত শ্‌শ্‌নিগে ক'লে: আমাৰ বিৰুদ্ধে আপোনাৰ ওজৰ-আপত্তি কি কি আছে অনুগ্ৰহ কৰি মোক জানিবলৈ দিয়ক; সকলো ওজৰ-আপত্তিৰ সুমীমাংসা কৰি বুজাবুজিলৈ আহিবলৈ আমি চেষ্টাৰ ত্ৰুটি নকৰোঁ।

হিট্‌লাৰ: হয়, ত্ৰুটি নকৰে! মুখেৰে সেই কথা আপোনালোকে সদায় কয়, হেৰ শ্‌শ্‌নিগ্‌। (উপলুৱা কৰাৰ উদ্দেশ্যৰেই হিট্‌লাৰে বাৰে বাৰে অষ্ট্ৰীয়

চানচেলৰক নাম কাটি মাতিছিল)। কিন্তু জানি থ'ব অষ্ট্ৰীয় সমস্যাৰ সমাধান মই কৰিমেই কৰিম। মই জানিব খোজো। জাৰ্মানি আৰু অষ্ট্ৰিয়াৰ মাজৰ সীমাত আপুনি কিয় কোঁঠ মৰাইছে।

শুশ্‌নিগে উত্তৰ দিলে যে তেনে কোনো কাম অষ্ট্ৰীয় চৰ্কাৰে কৰোৱা নাই।

হিট্‌লাৰঃ হোঃ! অষ্ট্ৰিয়াত কোনোবাই আলিবাটৰ শিলগুটি এটা বুটলিলেও পাছ দিনাই যে মই সেই কথা গম পাওঁ, সেই কথা আপুনি নাজানে নেকি? মই হুকুম এটাহে মাথোন দিব লাগে, একে নিশাৰ ভিতৰতে আপোনাৰ কোঁঠ ফোঁঠ সোপাৰে চিন-চাব নোহোৱা হ'ব, সেই কথাৰ আপুনি বুজ পায়নে? আধা ঘণ্টা সময়ো মোৰ সেনাক আপোনালোকে আগভেটি ৰাখিব নোৱাৰিব। পাৰিব বুলি ভাবে নে কি? মোৰ সেনাৰ পাছে পাছে এচ-এচৰ পল্টন অষ্ট্ৰিয়াত সোমাবগৈ। কোনেও সিহঁতৰ গতি ৰোধ কৰিব নোৱাৰিব; আন কিময়ো নোৱাৰিম। মোৰ সিদ্ধান্ত লৰচৰ কৰোৱাৰ সাধ্য কাৰো নাই, সেই কথা মনত ৰাখিব। কোনে মোক বাধা দিব? ইতালিয়ে? মুচলিনিয়ে ময়ে হৰিহৰ-আত্মা। ইংলণ্ডই? অষ্ট্ৰিয়াৰ হকে যুজি মৰিবলৈ ইংলণ্ডৰ কিহৰ গৰজ পৰিছে? ফ্ৰান্সে? ওঁ, ফ্ৰান্সে ৰাইনলেণ্ডত আমাক পিছুৱাবলৈ বাধ্য কৰিব পাৰিলেহেঁতেন, পিছে এতিয়া ফ্ৰান্সে আমাৰ ভৰিৰ নোম এডালিও আৰু লৰাব নোৱাৰিব; বুজিছেনে হেৰ্‌ শুশ্‌নিগ? মোৰ লগত বুজাবুজিলৈ আহিবলৈ আপোনাক মই এইবাৰ শেষ সুযোগ দিছোঁ। হয় আপুনি এই সুযোগৰ সদব্যৱহাৰ কৰক, নতুবা ঘটনা-চক্ৰই আপোন গতি ল'ব। সকলো কথা দকৈ গমি চাব। আজি ভাটীবেলালৈকেহে মাথোন মই আপোনাক সময় দিম।

শুশ্‌নিগে আকৌ সুধিলে, জাৰ্মান চানচেলৰে নো তেওঁৰপৰা কি বিচাৰে! হিট্‌লাৰে উত্তৰ দিলে, সেই কথা আজি পাছ বেলা আলোচনা কৰা হ'ব।

তাৰ পাছত মধ্যাহ্ন-ভোজনৰ সময়ত হিট্‌লাৰে নতুন মূৰ্তি ধৰিলে। ভৰকণি গোজৰণি তেতিয়া আৰু নাই। আলহী দুজনৰ লগত হাঁহি-মাতি তেওঁ ৰং-ৰহইচ্‌ কৰিলে; ভৱিষ্যতত তেওঁ এশ মহলীয়া অট্টালিকা সজোৱাই কেনেকৈ মাৰ্কিনহঁতৰ চকুত চমক লগাব সেই বিষয়ে কিছু পৰ বলকিলে। শুশ্‌নিগ, ইটোৰ পিছত সিটোকৈ চুৰট খোৱা চেইন্‌-স্ম'কাৰ আছিল। হিট্‌লাৰৰ আগত পুৱাৰেপৰা চেলেউ এটিও হুঁপিবলৈ নাপাই তেওঁৰ গা ৰাই-জাঁই লাগিছিল। ভোজনৰ অন্তত কফি সেৱন কৰি থাকোঁতে এবাৰ হিট্‌লাৰ খন্তেকৰ কাৰণে আন এটা কোঠালৈ গৈছিল। সেই ছেগতে শুশ্‌নিগে চুৰটত হোঁপা

গোটাচেৰেক মাৰি লৈ সহকাৰীজনক কাণে কাণে ক'লে যে গতি-গোত্ৰ ভেঙৰ সুবিধাজনক দেখা নাই।

কফিৰ পৰ্ব শেষ কৰিবলৈ উলটি আহি পুনৰ নানান প্ৰসঙ্গৰ অৱতাৰণা কৰি আলহীৰ আপ্যায়ন সম্পূৰ্ণ হ'লত, দুঘণ্টাৰ বাবে হিট্‌লাৰ জিৰণি ল'বলৈ গ'ল। আলহী দুজনক তেতিয়া আন এটা খোঁটালীলৈ নিয়া হ'ল। তাত ৰিবেনট্ৰপে টাইপ কৰা দুপতীয়া দলিল এখন চহীৰ বাবে শ্‌্শ্‌নিগলৈ আগবঢ়াই দি ক'লে যে ফ্যুৰাৰৰ সকলোবোৰ দাবী এই দলিলত লিখা আছে; ফ্যুৰাৰে এই দাবীবিলাকৰ সম্বন্ধে কোনো তৰ্ক-বিতৰ্ক শুনিব নোখোজে।

দলিল পঢ়িবলৈ লৈ শ্‌্শ্‌নিগৰ চকু চড়ক গাছ! দলিলখনক বোলা হৈছিল 'কৰাৰ' (agreement), কিন্তু দৰাচলতে দলিলখনি আছিল অষ্ট্ৰীয় চানচেলৰলৈ হিট্‌লাৰৰ চূড়ান্ত সঁকীয়নি (ultimatum)। দলিলৰ চৰ্তবিলাক আছিল এই :"

অষ্ট্ৰীয় চৰকাৰে অষ্ট্ৰীয় নাৎচিসকলৰ ওপৰত জাৰি কৰা সকলোবোৰ নিষেধাজ্ঞা তুৰন্তে তুলি ল'ব; যি কোনো অপৰাধতে নহওক লাগে, ফাটেকত পৰা সকলোবোৰ নাৎচিক খালাচ দিব, নাৎচিসকলৰ প্ৰতি সহানুভূতিশীল ভিয়েনাৰ উকীল চাইচ-ইনকাৰ্টক অভ্যন্তৰীণ বিভাগৰ মন্ত্ৰী. অৰ্থাৎ পুলিচ বাহিনীৰ ওপৰত হৰ্তা-কৰ্তা পাতিব লাগিব, সমৰ আৰু বিত্ত বিভাগৰ মন্ত্ৰী দুজনো হ'ব লাগিব আন দুজন অষ্ট্ৰীয় নাৎচি।

দলিলখন পঢ়ি শ্‌্শ্‌নিগৰ বুজিবলৈ বাকী নাথাকিল যে হিট্‌লাৰে মাৰি খোৱা হাহক চাৰি পাৰি বহওৱাৰহে যো-যা কৰিছে, অষ্ট্ৰিয়াৰ স্বাধীনতা হিট্‌লাৰক বেচি থৈ যাবৰ কাৰণেহে তেওঁক বেৰ্খটেশ্‌গাডেনলৈ আমন্ত্ৰণ জনোৱা হৈছিল। দলিলত চহী দিবলৈ শ্‌্শ্‌নিগ মান্তি ন'হ'লত তেওঁক আকৌ হিট্‌লাৰৰ সমীপলৈ লৈ যোৱা হ'ল।

হিট্‌লাৰ : হেৰ্ শ্‌্শ্‌নিগ, এইখনেই কৰাৰৰ খচৰা; ইয়াত আলোচনাৰ বিষয় একো নাই; খচৰাৰ এটি শব্দো মই সাল-সলনি নকৰম। আপুনি দলিলত চহী দি তিনি দিনৰ ভিতৰত মোৰ দাবীবিলাক কাৰ্য্যকৰী কৰে যদি কৰক; নকৰিলে মোৰ সৈন্যবাহিনীক অষ্ট্ৰিয়া আক্ৰমণ কৰিবলৈ মই আদেশ দিম।

হিট্‌লাৰৰ দমদমনি শুনি শ্‌্শ্‌নিগ পেপুৱা লাগিল। আনৰ সহায় নাপালে অষ্ট্ৰিয়াই জাৰ্মানিৰ লগত যুঁজিবলৈ যোৱাটো মাখিয়ে হাতীৰ লগত যুঁজিবলৈ যোৱাৰ নিচিনা কথা হে হ'ব। গত্যন্তৰ নেদেখি হিট্‌লাৰকে ককাই বুলি সেও

হৈ খ্রুশ্চেভ্ নিগে কাণ্ডখন কৈ ক'লে: চহী দিবলৈ মই প্ৰস্তুত আছোঁ, কিন্তু জাৰ্মান সংবিধান অনুসৰি এনে এখন দলিলত চহী দিয়াৰ এক্তিয়াৰ মোৰ নাই; এই দলিলত চহী দিয়াৰ ক্ষমতা একমাত্ৰ ৰাষ্ট্ৰপতিজনহে আছে। তেখেতে চহী দিব বুলি মই নাভাবোঁ; তেখেতৰ চহী আদায় কৰাৰ দায়িত্ব মই ল'ব নোৱাৰিম।

সেই কথা শুনি হিট্‌লাৰে আজৰণি মাৰি ক'লে: দায়িত্ব আপুনি ল'বই লাগিব।

তাৰ পাছত দুৱাৰমুখলৈ লৰ মাৰি গৈ হিট্‌লাৰে চিঞৰ দিলে: জেনেৰেল কাইটেল! (হিট্‌লাৰৰ তাঁবেদাৰ সেনাপতি কাইটেলক ইতিমধ্যে ফিল্ড মাৰ্শ্বেল ব্লমবেৰ্গৰ ঠাইত জাৰ্মান সামৰিক বাহিনীৰ বা OKWৰ মুখ্য সেনাপতি পতা হৈছিল)। চিঞৰটো মাৰি খ্রুশ্চেভ্ নিগলৈ ঘূৰি চাই হিট্‌লাৰে ক'লে: "আপোনাক পিছত মতাম"—অৰ্থাৎ আপুনি এতিয়া আন এটা কোঠালৈ যাব পাৰে।

খ্রুশ্চেভ্ নিগ আৰু তেওঁৰ সহকাৰীজন আন এটা কোঠাত গৈ বহিল। সহকাৰীয়ে ফুচ্‌ফুচাই ক'লে: "আমাক গ্ৰেপ্তাৰ কৰোৱাৰ হে মতলব যেন দেখিছোঁ।" খ্রুশ্চেভ্ নিগে মূৰ দুপিয়ালে।

আধা ঘণ্টাৰ মূৰত খ্রুশ্চেভ্ নিগক পুনৰ হিট্‌লাৰৰ সমুখত হাজিৰ কৰা হ'ল।

হিট্‌লাৰ: মোৰ সিদ্ধান্ত মই অকণমান লৰাইছোঁ হেৰ্ খ্রুশ্চেভ্ নিগ, কিন্তু খাটাং জানিব যে এয়ে আপোনাৰ শেষ সুযোগ—তিনিদিনৰপৰা আপোনাক ছদিনলৈ বঢ়াই দিলোঁ। দলিলখনো অলপ কোমলাই দিয়া হৈছে (সেইটো আচুৰা ভঁৰা কথা আছিল); আপুনি এতিয়া চহী কৰক।

হিট্‌লাৰৰ আদেশ অনুসৰি দলিল নামক অষ্ট্ৰিয়াৰ ফাঁচীৰ পৰোৱানাত (death warrant) খ্রুশ্চেভ্ নিগে চহী কৰিলে।

খ্রুশ্চেভ্ নিগে তেওঁৰ এই কাৰ্য্যৰ কৈফিয়ৎ নিজৰ জীৱন সোঁৱৰণীত দিছে, কিন্তু সেই কৈফিয়ৎ গ্ৰহণযোগ্য নহয়। নিজৰ জীৱন বিপন্ন কৰি হ'লেও তেওঁ সেই দিনা দলিলত চহী দিবলৈ অস্বীকাৰ কৰা উচিত আছিল। বীৰৰ পতনৰ মাজতো গৌৰৱ আছে; কাপুৰুষৰ উত্থানৰ কোনো মূল্য নাই। কাপুৰুষালিৰ সোঁচক খ্রুশ্চেভ্ নিগে পিছত বাৰকৈয়ে পাবলৈ।

সেইদিনাই (১২ ফেব্ৰুৱাৰী, ১৯৩৮) উভতি গৈ ভিয়েনাত উপস্থিত হৈ খ্রুশ্চেভ্ নিগে প্ৰেচিডেণ্ট মিক্লাচ্‌ক সকলো কথা ক'লে। মিক্লাচ্ খ্রুশ্চেভ্ নিগৰ দৰে সাহিত্যত কল্পনা সৰ্বস্ব নাছিল; বয়সৰ কাৰণে বুঢ়া যৌক্তিকতাই ল'বাহে আছিল। তথাপি

ছোৱা পাৰ্টি-কাৰ্য্য স্থগিত আছিল। সকলো কথা কবলৈকে আমি চাই হিটলাৰে ফেব্ৰুৱাৰীৰ প্ৰথম আলি ল'বলৈ তেওঁ গাত ল'লে, কিন্তু চাইচ্-ইন্কাৰ্টক পুলিচ বিভাগৰ কৰ্তৃত্ব পাতিবলৈ তেওঁ একোপধ্যে মান্তি ন'হ'ল।

সেই বাতৰি পাই হিটলাৰে জাতীয়তাবাদীলৈ আদেশ দিলে: মিছা গুজব কেতবোৰ এনেকৈ ৰটোৱাঁ যেন আমি অষ্ট্ৰিয়া আক্ৰমণ কৰিবলৈ ওলাইছোঁ বুলি সকলোৰে মনত ধাৰণা জন্মে।

হিটলাৰৰ ভাবুকিয়ে গুণ দিলে। ১৫ তাৰিখৰ দিনা মিক্লাচেও কোমল কাটিলে। ১৬ তাৰিখে বৰ চকত ভাত খাই থকা নাৎচি প্ৰাককে—ডলফুচৰ হত্যাকাৰীহঁতকো—মুকলি কৰি দিয়া হ'ল; হিটলাৰে বিচৰা মতে চাইচ্-ইন্কাৰ্টকো মন্ত্ৰী পতা হ'ল। ফেব্ৰুৱাৰী মাহৰ ২০ তাৰিখৰ দিনা হিটলাৰে ৰাইখষ্টাগত ঘোষণা কৰিলে:

আমাৰ গাতে লাগি থকা দুখন ৰাষ্ট্ৰত এক কোটিৰো অধিক জাৰ্মানে বাস কৰি আছে। সেইসকল জাৰ্মান যদি নিজে ৰাজনৈতিক আৰু মানৱিক স্বাধীনতা আৰ্জিবলৈ সক্ষম নহয়, তেনেহ'লে তেওঁলোকলৈ সাহায্য আগ বঢ়োৱাটো আমাৰ কৰ্তব্য।

হিটলাৰৰ বক্তৃতাই চেক'-শ্লভাকিয়াৰ চৰ্কাৰক চিন্তাত পেলালে (কাৰণ সেই ৰাজ্যত সাত নিযুত জাৰ্মান প্ৰজা আছিল), কিন্তু সেয়ে আকৌ শুচ্নিগৰ কটা ঘাত চেঁচা তেলৰ গুণ দি তেওঁৰ বুকুলৈ সাহ ঘূৰাই আনিলে। ফেব্ৰুৱাৰী মাহৰ ২৪ তাৰিখে বুণ্ডেচ্টাগত (অষ্ট্ৰিয় পাৰ্লামেন্ট) বক্তৃতা দি তেওঁ ঘোষণা কৰিলে: জাৰ্মানিক সন্তুষ্ট কৰিবলৈ যিমানখিনি পৰা যায় সিমানখিনি ত্যাগ আমি স্বীকাৰ কৰিলোঁহঁক, আৰু এক কণমো আমি পিছুৱাব নোৱাৰোঁ; লাগিলে তাৰ বাবে আমি মৰিবলৈকো সাজু হ'ব লাগিব।

বেতাৰ'ত শুচ্নিগৰ বক্তৃতা শুনিবলৈ পাই প্ৰায় কুৰি হাজাৰ অষ্ট্ৰিয় নাৎচিৰ এক জনতাই গ্ৰাজ্ চহৰৰ মাজঠাইত গোট খাই বক্তৃতা প্ৰচাৰ কৰা লাউড্-স্পীকাৰবোৰ ভাঙি-ছিঙি দলিয়াই-খন্দিয়াই নগৰৰ চাৰিআলিৰ পৰা অষ্ট্ৰিয় নিচান নমাই তাৰ ঠাইত জাৰ্মানিৰ স্বস্তিকা নিচান উৰুৱাই দিলে। চাইচ্-ইন্কাৰ্টৰ পুলিচে সেই দৃশ্য দেখিও নেদেখাৰ ভাও ধৰিলে। এনে ধৰণৰ আৰু কেতবোৰ ঘটনাই ইয়াকে দেখুৱালে যে শুচ্নিগৰ চৰ্কাৰৰ পতন হ'বলৈ আৰু বেছি পৰ নালাগিব। অষ্ট্ৰিয় ৰাষ্ট্ৰৰ দুৰ্যোগৰ এই সন্ধিক্ষণত মহৎ সাহস দি শুচ্নিগে তেতিয়া এটা গুৰুত্বপূৰ্ণ কাম কৰি পেলালে—মাৰ্চ মাহৰ ৯ তাৰিখে তেওঁ ঘোষণা

[illegible] দেশ'প্ৰেমিক, [illegible] এখন স্বাধীন, গণতন্ত্ৰবাদী, [illegible] আৰু নিজৰ [illegible] [illegible] সেই কথা নিৰ্ণয় কৰিবলৈ [illegible] পিছতে, অৰ্থাৎ মাৰ্চ মাহৰ ১৩ তাৰিখে গণভোট (Plebiscite) লোৱা হ'ব।

সেই বাতৰি পাই খতত হিটলাৰ সাত কুৰা অগ্নিমূৰ্তি হ'ল। ১১ মাৰ্চৰ দিনা সৈন্যবাহিনীৰ বৰমূৰীয়াসকলক তেওঁ আদেশ জাৰি কৰিলে :

আন উপায়েৰে নোৱাৰিলে অষ্ট্ৰিয়াক আক্ৰমণ কৰি হ'লেও জাৰ্মানিৰ প্ৰতি সহানুভূতিশীল অষ্ট্ৰীয় প্ৰজাবৃন্দৰ ওপৰত অষ্ট্ৰীয় চৰকাৰে চলোৱা অত্যাচাৰৰ (!) অন্ত পেলাবলৈ মই সিদ্ধান্ত গ্ৰহণ কৰিছোঁ। ১২ মাৰ্চৰ দিনা দুপৰীয়া বাৰ বজাৰ আগতে অষ্ট্ৰিয়া আক্ৰমণ কৰিবলৈ সৈন্যবাহিনীক সাজু কৰিব লাগে।

হিটলাৰে বুজিছিল যে তেওঁ অষ্ট্ৰিয়া আক্ৰমণ কৰিলেও ইংলেণ্ড-ফ্ৰান্সৰ চৰকাৰৰ গা নলৰে। তেওঁৰ চিন্তা লাগিছিল মাথোন মুচলিনিৰ কথা ভাবি। অষ্ট্ৰিয়াৰ ৰক্ষাকৰ্তা (Protector) হিচাপে মুচলিনি অষ্ট্ৰিয়াৰ লগত সন্ধিসূত্ৰে বান্ধ খাই আছিল। মুচলিনিক শান্ত কৰিবলৈ আগ দিনাই (১০ মাৰ্চ) হিটলাৰে হেচেৰ যুৱৰাজ ফিলিপৰ মাৰ্ফৎ মুচলিনিলৈ এখন চিঠি পঠালে। চিঠিতে তেওঁ লিখিলে :

মোৰ প্ৰিয় বন্ধু ডুচেই (ইতালিৰ ফ্যুৰাৰ) মোক যেন ভুল নুবুজে। হাপ্‌চ্‌বুৰ্গ ৰাজবংশৰ বংশধৰক পুনৰ সিংহাসনত বহুওৱাৰ অভিলাষেৰে অষ্ট্ৰিয়া আৰু চেক'শ্লভাকিয়াই মিলি দুই কোটি লোকক জাৰ্মানি আক্ৰমণ কৰিবলৈ সাজু কৰিছে। (এইবোৰ যে হিটলাৰৰ মস্তিষ্কপ্ৰসূত সোকাট মিছা কথা আছিল সেই কথা নক'লেও পাঠকে বুজিব)। এই পৰিস্থিতিত অষ্ট্ৰিয়াক আক্ৰমণ কৰা বিনে আমাৰ আত্মৰক্ষাৰ আন উপায় নাই। মোৰ প্ৰিয় বন্ধু ডুচেই যেন নাপাহৰে যে তেওঁৰ নিৰন্তুশ বিপদৰ সময়ত (আবিচিনিয়া আক্ৰমণৰ সময়ত) মই তেওঁৰ সাৰথি ৰূপে তেওঁৰ কাষত থিয় দিছিলোঁ; ভৱিষ্যতলৈকো সদায় মই তেওঁৰ সহায় হাত হৈ থাকিম। মোৰ প্ৰিয় বন্ধুৰ প্ৰতি মোৰ মনোভাৱৰ কোনোদিনা অকণো সলনি ন'হ'ব।

গণভোটত জিকিব বুলি শুচ্‌নিগ নিশ্চিন্ত হৈ আছিল, আৰু ভাবিছিল যে জিকিলে বিশ্ব জনমতৰ ভয়ত হিটলাৰে অষ্ট্ৰিয়া আক্ৰমণ কৰিবলৈ আৰু সাহ নকৰিব। সেই আৰু ১০ তাৰিখৰ দিনা নিশা সীমান্তত কি ঘটনা ঘটিব লাগিছে তাৰ বাতৰি ব'লে নাৰ [illegible] কটি বুলি তেওঁ [illegible]। [illegible] [illegible] [illegible] বিজনাৰ' কাৰৰ [illegible] [illegible] [illegible]

লাৰ পালে। পুলিচৰ বৰমূৰীয়া ডক্টৰ স্থত্ৰে বাতৰি দিলে যে জাৰ্মান সেনাই সীমান্ত বেৰি পেলাইছে ; জাৰ্মানি আৰু অষ্ট্ৰিয়াৰ মাজত ৰেলৰ চলাচল বন্ধ হৈছে।

লৰালৰিকৈ শ্‌ুশ্‌নিগ গৈ চানচালৰি পালেগৈ। তাত চাইচ্‌-ইনকাৰ্ট্‌ আৰু শ্‌ুশ্‌নিগৰ কেবিনেটৰ আন এজন নাৎচি মন্ত্ৰী গাইচ হৰ্চ্‌টেনাৱে তেওঁক জনালে যে গণভোটৰ আয়োজনৰ বাতৰি পাই হিট্‌লাৰৰ তীগ্ৰমূৰ্তি ধৰি উঠিছে ; তুৰন্তে গণভোটৰ সিদ্ধান্ত বদ নকৰিলে বিপদ আছে। গত্যন্তৰ নেদেখি শ্‌ুশ্‌নিগে গণভোটৰ সিদ্ধান্ত নাকচ কৰিলে। হিট্‌লাৰক তুৰন্তে সেই বাৰ্তাৰি দিয়া হ'ল. কিন্তু অজগৰে এবাৰ গিলিবলৈ ল'লে অলপ অলপ কৈ গোট জন্তুটো নিগিলাকৈ নেৰে। হিট্‌লাৰৰ হৈ গ্যোৰিঙে শ্‌ুশ্‌নিগক জনালে যে এতিয়া অকল গণভোটৰ সিদ্ধান্ত বদ কৰিলেই নচলিব ; তুৰন্তে তেওঁ চানচেলৰৰ পদত ইস্তফা দি দুঘণ্টাৰ ভিতৰত চাইচ-ইন্‌কাৰ্টক তেওঁৰ গদীত বহুৱাব লাগে। চাইচ-ইনকাৰ্টে আদেশ পালে যে চানচেলৰৰ ৰাব হাতত লৈয়েই জাৰ্মান চৰ্কাৰলৈ তেওঁ এখন টেলিগ্ৰাম দিব অষ্ট্ৰিয়াত আইন-শৃঙ্খলা নোহোৱা হৈ পৰিছে, পৰিস্থিতি স্বাভাৱিক অৱস্থালৈ ঘূৰাই আনিবলৈ অষ্ট্ৰিয়ালৈ জাৰ্মান সেনা পঠাব লাগে। এনেবোৰ জলজীয়াত মিছা কথাৰে হিট্‌লাৰে জগতক ভুৰুকিয়াবলৈ বিচাৰিলে যে অষ্ট্ৰীয় চৰ্কাৰৰ অনুৰোধত হে তেওঁ অষ্ট্ৰিয়ালৈ জাৰ্মান সেনা পঠাইছিল। জাৰ্মানে জাৰ্মানৰ তেজ ক্ষয় কৰাটো হিট্‌লাৰৰ মানত একো কথা নাছিল যদিও সেই সম্ভাৱনাৰ কথা ভাবি শ্‌ুশ্‌নিগে প্ৰমাদ গণিছিল। অগত্যা হিট্‌লাৰৰ আজ্ঞাকে শিৰোধাৰ্য্য কৰি শ্‌ুশ্‌নিগে প্ৰেচিডেণ্ট মিক্লাচৰ ওচৰত ইস্তফা-পত্ৰ দাখিল কৰিলে।

মিক্লাচ আছিল একাচেকা বিধৰ মানুহ। তেওঁ শ্‌ুশ্‌নিগৰ ইস্তফা-পত্ৰ গ্ৰহণ কৰিলে হয়, কিন্তু চাইচ্‌-ইন্‌কাৰ্টক চান্‌চেলৰ পাতিবলৈ মান্তি ন'হ'ল। আবেলি ৫-৩০ বজাত চাইচ্‌-ইনকাৰ্টে গ্যোৰিঙক সেই কথা জনালত গ্যোৰিঙে সুধিলে, হয় নে কি ?

চাইচ্‌-ইনকাৰ্ট : হয়।

গ্যোৰিং : মিক্লাচক জনাই দিয়া যে দুঘণ্টাৰ ভিতৰত অৰ্থাৎ ৭॥ বজাৰ আগতে তেওঁ যদি তোমাক চানচেলৰ নাপাতে তেতিয়া হ'লে জাৰ্মান সেনাই ভিয়েনাৰ পিনলৈ খোজ ল'ব।

সেই মতে মিক্লাচক জনোৱা হ'ল, তথাপি মিক্লাচে তেওঁৰ আকোৰ-গোজালি

নেৰিলে। ইতিমধ্যে অষ্ট্ৰীয় নাৎচিসখাই দলেবলে ৰাজধানীৰ ঘাই ঠাই সকলোবোৰ দখল কৰি 'হাইল হিট্লাৰ' ৰবেৰে থলক লগাইছিল। চাইচ্-ইন্‌কাৰ্টৰ পুলিচে নিহঁতৰ কাণ্ড-কাৰখনা চাই চাই মিচিক-মিচিককৈ হাঁহি আছিল।

অষ্ট্ৰীয় নাৎচি পল্টনৰ খোজৰ গেৰেপ গেৰেপ শব্দ শুনি শুশ্নিগেও মিক্লাচক এবাৰ বুজাবলৈ চেষ্টা কৰিলে যে হিট্লাৰৰ কথা নামানিলে জীয়া জুইত হাত দিয়া হে হ'ব। মিক্লাচে উত্তৰ দিলে: অষ্ট্ৰিয়াৰ চানচেলৰ কোন হ'ব সেই সিদ্ধান্ত আনৰ হুকুম মতে মই ন'লম। শুশ্নিগে তেতিয়া তেওঁৰপৰা বিদায় লৈ অষ্ট্ৰীয় প্ৰজাক সম্বোধন কৰি তেওঁৰ বিদায়-বাণী ঘোষণা কৰিলে: জগতৰ আগত মই ঘোষণা কৰি কওঁ যে অষ্ট্ৰিয়াত আইন-শৃঙ্খলা ভঙ্গ হৈ বাটে-ঘাটে তেজৰ নৈ বৈছে বুলি যিবোৰ কথা ৰটা হৈছে সেইবোৰ আগৰেপৰা গুৰিলৈকে সম্পূৰ্ণ মিছা কথা। আপোনালোকক এই কথা জনাবলৈ ৰাষ্ট্ৰপতিয়ে মোক আদেশ দিছে যে আমাৰ জাতীয় জীৱনৰ এই সঙ্কিক্ষণতো জাৰ্মানে জাৰ্মানৰ ৰক্তপাত কৰা কামটো আমি হ'বলৈ নিদিওঁ। আমাৰ সৈন্যবাহিনীলৈ আদেশ পঠোৱা হৈছে যে নাৎচি জাৰ্মানিৰ আক্ৰমণ ৰোধ কৰিবলৈ যেন তেওঁলোকে চেষ্টা নকৰে। এতিয়া মই আপোনালোকৰপৰা মেলানি মাগিছোঁ। ঈশ্বৰে অষ্ট্ৰিয়াক ৰক্ষা কৰক।

মিক্লাচে আঁকোৰ-গোজালি নেৰিলত গোৰিঙে চাইচ্-ইনকাৰ্টলৈ টেলিফ'ন কৰিলে: তাক তুমি ডিচ্‌মিচ্ কৰা।

—ডিচ্‌মিচ্ কৰিলেও যদি গদী এৰি নিদিয়ে?

—তেতিয়াহ'লে বল প্ৰয়োগ কৰিবা।

—বল প্ৰয়োগ কৰিলেও নেৰিব পাৰে।

এইবোৰ কথা-বতৰা পাই হিট্লাৰ বলিয়া হোৱাদি হ'ল।* মাৰ্চ মাহৰ ১১ তাৰিখে সন্ধিয়া ৮॥ বজাত অষ্ট্ৰিয়া আক্ৰমণ কৰিবলৈ তেওঁ সৈন্যবাহিনীৰ ওপৰত আদেশ জাৰি কৰিলে। চাইচ্-ইনকাৰ্টক আদেশ দিয়া হ'ল তাৰ আগতে বলেৰে চানচেলৰৰ বাব লৈ তেওঁ যেন আগতে দিয়া নিৰ্দেশ অনুসৰি টেলিগ্ৰামখন পঠায়।

চাইচ্-ইনকাৰ্টে সেই মতে টেলিগ্ৰাম পঠাই দিলে।

---

* In a state bordering on hysteria according to Papen: *Shirer.*

সিকালে প্ৰিয় বন্ধু মুচলিনিলৈ হিট্‌লাৰে পঠোৱা চিঠিৰ তেতিয়াও উত্তৰ নহা দেখি হিট্‌লাৰ অধীৰ হৈ আছিল। নিশা দহ বাজি পঁচিছ মিনিট যোৱাত টেলিফ'নত ৰ'মৰপৰা যুৱৰাজ ফিলিপে জনালে যে মুচলিনিয়ে অষ্ট্ৰিয়াত হস্তক্ষেপ নকৰে বুলি প্ৰতিশ্ৰুতি দিছে। বোলে এনেই বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়া। হিট্‌লাৰক আৰু তেতিয়া কোনে পায়! প্ৰিয় বন্ধুৰ প্ৰতি আজীৱন কৃতজ্ঞতাৰ পাশেৰে বান্ধ খাই থাকিব বুলি বাৰে বাৰে শপত খাই তেওঁ এইবাৰ অষ্ট্ৰিয়া ধৰ্ষণৰ কাৰ্য্যত এহাতুধীয়াকৈ মন পাৰিলে।

হিট্‌লাৰৰ অষ্ট্ৰিয়া আক্ৰমণৰ প্ৰত্যুত্তৰত ফৰাচী আৰু ব্ৰিটিচ্ চৰ্কাৰে কি কৰিলে? যি কোনো গুৰুত্বপূৰ্ণ কামত হাত দিয়াৰ মাহেন্দ্ৰ-ক্ষণ বাছি ল'ব হিট্‌লাৰে জানিছিল। মাৰ্চ মাহৰ ১১ তাৰিখে ফ্ৰান্সত চৰ্কাৰ নাছিল। তাৰ আগ দিনা প্ৰধানমন্ত্ৰী শ্বতাঁৰ চৰ্কাৰৰ পতন ঘটিছিল। ১৩ তাৰিখেহে লেয় ব্লুমে নতুন চৰ্কাৰ থাপনা কৰিছিল। গতিকে ১১ তাৰিখে অষ্ট্ৰিয়াৰ হকে মাত মাতিবলৈ ফৰাচী ৰাজধানীত কেও নাছিল। ইংলণ্ডৰ ছত্ৰধাৰী প্ৰধানমন্ত্ৰী চেম্বাৰলেইন কিন্তু সশৰীৰে লণ্ডনত উপস্থিত আছিল। অষ্ট্ৰিয়াত মোতায়েন হৈ থকা ব্ৰিটিচ্ ৰাজদূতৰপৰা ঘটনাৱলীৰ বিতং বাতৰি পোৱাৰ পাছত জাৰ্মানিত মোতায়েন হৈ থকা ব্ৰিটিচ্ ৰাজদূত হেণ্ডাৰচনৰ যোগেদি ব্ৰিটিচ্ চৰ্কাৰে জাৰ্মান চৰ্কাৰক জনালে যে অষ্ট্ৰিয়াত ঘটা ঘটনাৱলীৰ যি বিৱৰণ ব্ৰিটিচ্ চৰ্কাৰে পাইছে, সেই বিৱৰণ যদি সঁচা হয়, ব্ৰিটিচ্ চৰ্কাৰে তাৰ ঘোৰ প্ৰতিবাদ জনায়। পিছে ছত্ৰধাৰীৰ ঘোৰ প্ৰতিবাদলৈ হিট্‌লাৰে খোৰাইহে কেয়াৰ কৰিছিল। তেওঁৰ বৈদেশিক মন্ত্ৰী নয়ৰাথে ব্ৰিটিচ্ চৰ্কাৰলৈ উত্তৰ দিলে যে এখন জাৰ্মান ৰাষ্ট্ৰ আৰু আন এখন জাৰ্মান ৰাষ্ট্ৰৰ মাজত কি ঘটনা ঘটে তাৰ মাজলৈ ব্ৰিটিচ্ চৰ্কাৰে নাক গোঁজাৰ আৱশ্যকতা জাৰ্মান চৰ্কাৰে নেদেখে। এই পাত চৰো হজম কৰি চেম্বাৰলেইন মনে মনে থাকিল।[৬৯]

অষ্ট্ৰিয়াত ঘটা ঘটনাৱলীলৈ চাই হিট্‌লাৰৰ আখিন্দা সুবিধাজনক নহয় বুলি বুজি ৰুচ্ চৰ্কাৰে ইংলণ্ড আৰু ফ্ৰান্সলৈ প্ৰস্তাৱ দিলে যে হিট্‌লাৰে যাতে অষ্ট্ৰিয়াৰ

---

৬৯। **Neurath returned a contemptuous reply declaring that Austro-German relations were the exclusive concern of the German people and not of the British Government : *Shirer.***

ওপৰত কৰ্যাদি আন ৰাষ্ট্ৰৰ ওপৰতো অত্যাচাৰ কৰিব নোৱাৰে তাৰ বাবে উপযুক্ত ব্যৱস্থা হাতত লোৱাৰ সময় উপস্থিত হ'ল। ফৰাচী চৰকাৰে এই প্ৰস্তাৱৰ প্ৰতি সঁহাৰি দিছিল, কিন্তু ৰুচিয়াৰ সতৰ্কবাণী নেভিল চেম্বাৰলেইনৰ ইকাণেদি সোমাই সিকাণেদি ওলাই গ'ল।[10]

জাৰ্মানী সেনা অষ্ট্ৰিয়াত সোমোৱা মাত্ৰকে চাইচ্-ইনকাৰ্টে প্ৰেচিডেণ্টৰ পদ নিজৰ পদৰ লগত চামিল কৰি নিজে প্ৰেচিডেণ্ট আৰু চানচেলৰৰ দায়িত্ব গ্ৰহণ কৰি ১৩ মাৰ্চৰ দিনা ঘোষণা কৰিলে যে 'এতিয়াৰপৰা অষ্ট্ৰিয়া ৰাজ্য জাৰ্মান ৰাইখৰ এখন প্ৰদেশলৈ ৰূপান্তৰিত হ'ল।' প্ৰথম মহাসমৰৰ পাছত একালৰ

---

১০। (ক) We let the French down. And we shirked our share in the first beginnings of what later came to be called 'collective security'......
Immediately afterwards (ওপৰত বৰ্ণোৱা অষ্ট্ৰিয়াত ঘটা ঘটনাৱলীৰ ঠিক পিছত) Litvinoff on behalf of the Russian Government proposed that a conference be held of all Powers, Great or Small, which were prepared to make concrete proposals for the prevention of further aggressions of this kind. Clearly, he like other intelligent people had Czecho-slovakia in mind as the next victim. The British Government however, rejected the idea.......
The plain truth, which British Ministers and other British softies could not see, till he (হিট্লাৰ) had educated them for six disastrous years, was that he had one simple aim—to dominate first Europe and then all the world by brutal force : *Hitler's War* by *Hugh Dalton M. P.*

১০। (খ) Chamberlain took a chilly view of any such meeting (as proposed by Litvinoff) and on March 24 in the House of Commons publicly rejected it : *Shirer.*

বিশাল অষ্ট্ৰীয় সাম্ৰাজ্যৰ যি এডুখৰি অৱশিষ্ট সুকীয়া এখন ৰাষ্ট্ৰ ৰূপে তিষ্ঠি আছিল, সেই দিনা লৈইদৰে সেই ডুখৰিৰো অন্ত পৰিল। ঊনৈছ শতিকাত জগতৰ দ্বিতীয় মনোমোহা, জাতিকাৰ মহা-নগৰী, কলা-কৃষ্টিৰ কেন্দ্ৰস্থল ভিয়েনা এখনি মফচলীয়া চহৰৰ শাৰীলৈ নামিল।

তাৰ পাছত জাৰ্মানিত কৰা'দি হিট্লাৰে৷ গণভোটৰ এখনি ভেকোভাৱনা কৰি 'আন্শ্লু চ'ৰ (unification—জাৰ্মানিৰ লগত অষ্ট্ৰিয়াৰ সংযোজন) প্ৰতি অষ্ট্ৰীয় জনগণৰ সমৰ্থনো আদায় কৰিলে। পূৰ্বৰ অষ্ট্ৰীয় ভিকছৰে এই দৰেই নিজৰ দেশখনকো পৃথিৱীৰ মানচিত্ৰৰপৰা মছি পেলালে, এজাই ছিলৈয়ো স্ফুটুৰাকৈ ব্ৰিটেন, ফ্ৰান্স আৰু ৰুচিয়াক বুঢ়া আঙুলি দেখুৱাই সাত নিযুত লোকৰ এখন বাসস্থান তেওঁ নিজৰ তলতীয়া কৰিলে।

তাৰ পাছত আৰম্ভ হ'ল অষ্ট্ৰিয়াত আৰ্য্যজাতিৰ পূৰাদম শাসনপৰ্ব। সেই দিনত ভিয়েনা নগৰত দুই লাখ মান ইহুদীৰ বসতি আছিল। শই শই ইহুদী মতা-তিৰোতাক ধৰি বান্ধি নি এচ-এচ আৰু এচ-এৰ চিপাহীৰ ছাউনিত পায়খানা চাফা কৰোৱা কামত লগাই দিয়া হ'ল; শই শই বিনা দোষত বগা-ঘৰত সোমাল। তেওঁলোকৰ ধন-বিত, ঘৰ-বাৰী, লাম-লাকটু সত্সৰ্বহ নাৎচি গুণ্ডাইঁতে জপাই বনমালী কৰিলে। ভিয়েনাৰ কাষতে ডানিউব নৈৰ উত্তৰপাৰে মাউটাউজেন্ বোলা ঠাইত এটি 'কনচেনট্ৰেশ্বন কেম্প্' থাপনা কৰা হ'ল। দ্বিতীয় মহা-সমৰৰ শেহলৈকে সেই কেম্পত বিনা দোষত ৩৫,৩১৮ জনক ফাঁচী দিয়া হৈছিল। কাৰ্ল আডলফ্ আইখমান্ বোলা এজনক দিয়া হৈছিল ইহুদী সম্প্ৰদায়ক পুলিয়ে পোখাই নাইকিয়া কৰাৰ ভাৰ। এইজন পুৰুষে চাৰি নিযুত অসামৰিক লোকক বিবিধ পৈশাচিক প্ৰণালীৰে হত্যা কৰোৱাইছিল, তাৰ সৰহ ভাগেই আছিল ইহুদী। অষ্ট্ৰিয়াৰ ইহুদী সম্প্ৰদায়ৰ আধাআধিনিয়ে মাটি-ভেটি, সা-সম্পত্তি সকলোবোৰ এৰি থৈ নিজৰ দেশৰপৰা পৈতৃক প্ৰাণ লৈ কোনোমতেহে পলাই সাৰিছিল।

ইতিমধ্যে ১২ মাৰ্চৰ দিনা হিমলাৰৰ গোপন পুলিচে ডক্টৰ শ্ শ্নিগক গ্ৰেপ্তাৰ কৰি হাজোটৰ অকণমানি কোঠা এটাত সোতৰ মাহ আটক কৰি ৰাখিলে। সেই সময়ছোৱাত তেওঁক নিজৰ মুখ আৰু গা মছিবলৈ দিয়া টাৱেলখনেৰে এচ-এচৰ চিপাহীৰ পায়খানা চাফা কৰিবলৈ বাধ্য কৰোৱাকে আদি কৰি আৰু কত যে জঘন্য নিৰ্য্যাতন ভোগ কৰোৱা হৈছিল তাৰ বিৱৰণ শুনিলেও গা জিকাৰ খাই উঠে। সাত বছৰৰ পিছত ১৯৪৫ চনৰ মেই মাহৰ ১ তাৰিখে ডক্টৰ শ্বাষ্ট, প্ৰাক্তন ফৰাচী

প্ৰধানমন্ত্ৰী লেঁয় ব্লুম আৰু মাদাম ব্লুম্‌, হেচেব যুৱৰাজ ফিলিপকে আদি কৰি ভালেমান খ্যাতনামা পুৰুষ-মহিলাৰে সৈতে ভাবাওৰ কন্‌চেনট্ৰেশন কেম্পৰপৰা আধামৰা আধাজীয়া অৱস্থাত মাৰ্কিন সেনাই শ্‌্ৰুশ্‌্নিগক উদ্ধাৰ কৰে। এই সময়ছোৱাৰ্ কৰুণ কাহিনী শ্‌্ৰুশ্‌্নিগে তেওঁৰ Austrian Requiem ইংৰাজী ভাঙনি ) বোলা পুথিত বৰ্ণাই থৈ গৈছে।

হিট্‌লাৰৰ অষ্ট্ৰিয়া ধৰ্ষণে ইয়াকে প্ৰমাণ কৰিলে যে তেওঁ যিহকে কৰিবলৈ আগ নাবাঢ়ক লাগে তেওঁৰ গতি ৰোধ কৰাৰ সাহ বা শক্তি ব্ৰিটিচ্‌ আৰু ফৰাচী চৰ্কাৰৰ নাছিল। মাৰ্চ মাহৰ ২৪ তাৰিখে বিলাতৰ পাৰ্লামেণ্টত দিয়া বক্তৃতাত চেম্বাৰলেইনে কৈছিল: **The hard fact is that nothing could have arrested what actually happened (in Austria)—unless this country and other countries had been prepared to use force.**

বোলে এনেয়ে উৰ্বশী দুৱাৰে বাট দে। চেম্বাৰলেইনৰ এই বাণী শুনাৰ পাছত হিট্‌লাৰৰ মনত অকণো আৰু খোঁকোজা ন'ৰ'ল যে তেওঁ ওভৎগোৰে নাচি থাকিলেও ব্ৰিটিচ্‌ চৰ্কাৰে একোকে নকৰে; আৰু ব্ৰিটিচ চৰ্কাৰে একো নকৰিলে ফৰাচী চৰ্কাৰে কিবা কৰিবলৈ সাহ কৰিবনে? কেতিয়াও নকৰে। গতিকে এইবাৰ তেওঁ সাজু হ'ল চেক'-শ্লভাকিয়াক গ্ৰাস কৰিবলৈ।[৭১]

---

৭১। **In the same speech ( ২৪ মাৰ্চৰ ভাষণ ) Chamberlain announced a decision which must have been even more pleasing to Hitler. He bluntly rejected the suggestion not only that Britain should give a guarantee to come to the aid of Czecko-slovakia in case she were attacked, but also that Britain should support France if the French were called upon to implement their obligations under the Franco-Czech pact. This forthright statement eased Hitler's problems considerably. He now knew that Britain would also stand by when he took his next victim. If Britain held back would not France also? He was sure of it:** ***Shirer.***

অতীজৰেপৰা জাৰ্মানিত সৈন্যবাহিনীৰ বৰমূৰীয়াসকলৰ জাৰ্মান জাতিৰ ওপৰত যি অগাধ প্ৰতিপত্তি আছিল তাকো হিট্‌লাৰে খৰ্ব কৰি অনাৰ কথা আগত কোৱা হৈছে। সেই প্ৰতিপত্তিৰ যি অকণ অংশিষ্ট আছিলগৈ অষ্ট্ৰিয়া ধৰ্ষণে তাকো খতম কৰিলে। ফ্ৰান্স আৰু ইংলণ্ডই যুদ্ধ ঘোষণা কৰাৰ আশংকাত সেনাপতিসকলে অষ্ট্ৰিয়ালৈ সেনা পঠাবলৈ থে বোৰ্গেবো কৰিছিল। হিট্‌লাৰে তেওঁলোকৰ ওজৰ-আপত্তি টিলিকিত উড়াই দি, এইবাৰে সৈতে দ্বিতীয় বাৰ প্ৰমাণ কৰিলে যে সেনাপতি সকলৰ বিচাৰ-বুদ্ধিতকৈ তেওঁৰ নিজৰ বিচাৰ-বুদ্ধি ভালেখিনি ওপৰ খাপৰ; অৰ্থাৎ তেওঁলোকক ফ্যুৰাৰে প্ৰকাৰান্তৰে সঁকীয়াই দিলে যেন আগলৈ তেওঁৰ মাতৰ ওপৰত তেওঁলোকে আৰু মাত নামাতে; তেওঁলোকৰ একমাত্ৰ কাম হ'ল দেহে-কেহে ফ্যুৰাৰৰ হুকুম তামিল কৰা।[৭২]

---

৭২। Now in the spring of 1938, by his clever coup in Austria, he had further established his hold on the Army, demonstrating his bold leadership and emphasizing that he alone would make the decisions in foreign policy and that it was the Army's role merely to supply the force or the threat of force : *Shirer.*

# সাত

## চেম্বাৰলেইনৰ বান্দৰ নাচ (১)

একে গৰাহে অষ্ট্ৰিয়াক গিলাৰ পিছত হিট্‌লাৰৰ ভোক চৰিহে গ'ল। এইবাৰ তেওঁ মন মেলিলে, অবিকল একে কৌশলেৰে, যুদ্ধ নিদিয়াকৈ, চেক'-শ্লভাকিয়াক গ্ৰাস কৰিবলৈ, যাতে পূৰ্বলৈ 'লেবেনশ্ৰাউম', অৰ্থাৎ জাৰ্মান জাতিৰ বাসভূমি, বহলাই লৈ যাব পাৰি। তদুপৰি তেওঁ ভিয়েনাত বাস কৰা দিনৰেপৰা চেক'-শ্লভাকিয়া আছিল হিট্‌লাৰৰ চকুৰ শূল, কাৰণ সেইখন ৰাষ্ট্ৰ ইতিমধ্যে পৰাক্ৰমী আৰু উন্নত হৈ উঠিছিল। হিট্‌লাৰৰ মানত চেক্ আৰু শ্লভাক্, এই দুই নিকৃষ্ট জাতিয়ে বিশুদ্ধ আৰ্য্য জাতি জাৰ্মানৰ লগত ফেৰ মাৰিবলৈ অহাটো ডাঙৰ জগৰৰ কথা। সাতে-পাচে অষ্ট্ৰিয়া ধৰ্ষণৰ এমাহৰ পিছতে ২১ এপ্ৰিলৰ দিনা (১৯৩৮) হিট্‌লাৰে সামৰিক বাহিনীৰ মুখিয়াল সেনাপতি জেনেৰেল কাইটেলক মতাই আনি ১ অক্টোবৰৰ ভিতৰতে যাতে চেক'-শ্লভাকিয়া অধিকাৰ কৰিব পাৰি তাৰ বাবে আঁচনি তৈয়াৰ কৰিবলৈ আদেশ দিলে। আঁচনিৰ নাম দিয়া হ'ল 'অপাৰেশ্বন গ্ৰীণ' (ইংৰাজী ভাঙনি)। কি কৌশলেৰে এই কাৰ্য্য সাধন কৰিব লাগিব তাকো জেনেৰেলক তেওঁ পাতি পাতিকৈ বুজাই দিলে: চেক'-শ্লভাকিয়াৰ অন্তৰ্গত চুডেটেনলেণ্ডত বাস কৰা চাৰে তিনি নিযুত জাৰ্মান প্ৰজাক উত্তেজাব লাগিব স্বায়ত্ত-শাসনৰ দাবী তুলি সেই ৰাষ্ট্ৰত চাঞ্চল্যৰ সৃষ্টি কৰিবলৈ; অষ্ট্ৰিয়া আক্ৰমণ কৰাৰ আগত জাৰ্মানিৰে ৰাষ্ট্ৰদূত পাপেনক হত্যা কৰোৱাই অষ্ট্ৰিয়া আক্ৰমণৰ এটি চেলু উলিয়াবলৈ পাং পতাদি পাং পাতিব লাগিব এজন বিশিষ্ট জাৰ্মানক হত্যা কৰোৱাৰ, যাতে জগতক বুজাব পাৰি যে চেক'-শ্লভাকিয়াৰ সংখ্যালঘু জাৰ্মান প্ৰজাৰ ওপৰত চেক্ চৰকাৰে চলোৱা অত্যাচাৰৰ উত্তৰতহে চেক'-শ্লভাকিয়া আক্ৰমণ কৰিবলৈ জাৰ্মানি বাধ্য হৈছে, চাৰি দিনৰ ভিতৰত বিজুলী বেগেৰে অভিযান সম্পূৰ্ণ কৰিব লাগিব যাতে ফ্ৰান্স, ব্ৰিটেইন বা ৰুচিয়াই চেক'-শ্লভাকিয়ালৈ সাহায্য আগ বঢ়োৱাৰ কথা ভাবিবলৈ নৌ পাওঁতেই কাম খতম হয়। কাম খতম হোৱাৰ পাছত চেক'-শ্লভাকিয়াৰ হকে যুঁজি মৰিবলৈ কোনো আৰু আগ বাঢ়ি নাহিব।[৭৩]

৭৩। It is not my intention to smash Czecho-slovakia by military action in the near future without provoca—

চেক'-শ্লভাকিয়া আক্ৰমণ কৰাৰ যো-যা হিট্‌লাৰে তলে তলে তিনি বছৰ আগৰেপৰা কৰি আছিল। প্ৰথম মহাসমৰৰ পিছত চেক'-শ্লভাকিয়া ৰাষ্ট্ৰ স্থাপিত হোৱা দিনৰেপৰা সেই ৰাষ্ট্ৰৰ সংখ্যালঘু সম্প্ৰদায়কিটিয়ে, বিশেষকৈ তাৰ জাৰ্মান সম্প্ৰদায়ে, ৰাষ্ট্ৰ-শাসনত সৰহ অংশ-গ্ৰহণৰ দাবী তুলি চুহ্‌ৰীয়াকৈ আন্দোলন চলায়েই আছিল। জাৰ্মানিত নাৎচি পাৰ্টি ক্ষমতালৈ অহাৰ পিছত, কন্‌ৰাড্‌

---

←tion, unless an unavoidable development of political conditions inside Czecho-slovakia forces the issue, or political event in Europe create a particularly favourable opportunity which may never recur.

Operations will be launched, either :

(a) after a period of increasing diplomatic controversies and tension linked with military preparations which will be exploited so as to shift the war guilt on the enemy ;

(b) by lightning action as the result of a serious incident which will subject Germany to unbearble provocation and which, in the eyes of at least a part of world opinion, affords the moral justification for military measure.

Case (b) is more favourable both from a military and political point of view···

... ... ...

The first four days of military action are, politically speaking, decisive. In the absence of outstanding military success, a European crisis is certain to rise. *Faits accomplis* must convince foreign powers of the hopelessness of military intervenetion : ***English translation as quoted by A. B. ( Alan Bullock ) from German Ducuments***

হেন্‌লাইনৰ নেতৃত্বত আগতে অষ্ট্ৰিয়াত গঢ়ি উঠাদি চেক্'-শ্লভাকিয়াতো এটি পাৰ্টি গঢ়ি উঠিছিল। ১৯৩৫ চনৰেপৰা হিট্‌লাৰে এই পাৰ্টিলৈ মাহে পোন্ধৰ হাজাৰ মাৰ্ক হিচাপে ধনগুণি পঠাই আছিল। জাৰ্মান নাৎচিসকলৰ সহায়ত ১৯৩৮ চনত চুডেটেনলেণ্ডৰ আমবোৰ ৰাজনৈতিক দলক ওফৰাই হেন্‌লাইনৰ পাৰ্টিয়েই' সকলোতকৈ বলিষ্ঠ হৈ উঠিছিল। অষ্ট্ৰিয়া ৰাজ্য জাৰ্মানিৰ অন্তৰ্ভুক্ত হোৱাৰ দিনাৰেপৰা চুডেটেনলেণ্ডতো ধ্বনি উঠিছিল: আইন্ ফল্ক, আইন্ ৰাইখ, আইন্ ফ্যুৰাৰ ( Ein volk, ein Reich, ein Fuehrer = এক জাতি, এক ৰাষ্ট্ৰ, এক নেতা )। হাজাৰে হাজাৰে প্ৰজাই শোভা যাত্ৰা কৰি চুডেনলেণ্ডতো খলক লগাবলৈ আৰম্ভ কৰিছিল।

১৯৩৮ চনৰ মাৰ্চ মাহৰ ২৮ তাৰিখে হেন্‌লাইনে বাৰ্লিনত গৈ হিট্‌লাৰক দেখা কৰিলে। তেওঁক বুজাই দিয়া হ'ল যে সেই দিনাৰপৰা তেওঁক চেক্'-শ্লভাকিয়াত জাৰ্মান ফ্যুৰাৰৰ বে-চৰ্কাৰী প্ৰতিনিধি পতা হ'ল। তেওঁৰ কাম হ'ব আন্দোলন চলাই অনবৰত চেক্'-শ্লভাকিয়াৰ পৰিবেশ উত্তপ্ত কৰি ৰখা যাতে ভাবে বনি লাগি সময়ত গৈ প্ৰজাৰ মাজত মৰামৰি-কটাকটি লাগে আৰু সেই পৰিস্থিতিৰ ছেগ বুজি, গৃহ-যুদ্ধ বন্ধ কৰাৰ চেলু লৈ জাৰ্মান সেনা চেক্'-শ্লভাকিয়াত সোমাবগৈ পাৰে।

গুৰিৰেপৰাই হিট্‌লাৰৰ মতলব আছিল চেক্'-শ্লভাকিয়াক সমূলঞ্চে ধ্বংস কৰা, আৰু চেক্'-শ্লভাকিয়ায়ো সেই কথা গম নোপোৱাকৈ থকা নাছিল। আগতে কোৱা হৈছে যে অষ্ট্ৰিয়া ধৰ্ষণৰ পিছত জাৰ্মানিয়ে আন ৰাষ্ট্ৰ আক্ৰমণ কৰিলে জাৰ্মানিক বাধা দিব বুলি ফ্ৰান্সে ঘোষণা কৰিছিল যদিও, আগৰ তিনি বছৰে হিট্‌লাৰৰ ওভৎগোৰ নাচন দেখি-শুনিও ফ্ৰান্সৰ গা নলৰাৰ কথালৈ মন কৰি মধ্য-ইউৰোপৰ ৰাষ্ট্ৰবিলাকে ফ্ৰান্সৰ ওপৰত আস্থা হেৰুৱাই হিট্‌লাৰক তোৱাজ কৰাৰ বৈদেশিক নীতি গ্ৰহণ কৰিছিল। চেক্'-শ্লভাকিয়াৰ, ৰুচিয়া আৰু ফ্ৰান্সৰ লগত সেই সময়ত বলবৎ থকা চুক্তি অনুসৰি জাৰ্মানিয়ে সেই ৰাষ্ট্ৰক আক্ৰমণ কৰিলে ফ্ৰান্স আৰু ৰুচিয়াই সেই ৰাষ্ট্ৰৰ পক্ষীয়া হৈ যুঁজাৰ কথা আছিল। ৰুচিয়াই চেক্ চৰ্কাৰক জনাইছিল যে ফ্ৰান্সে সন্ধি-পত্ৰৰ চৰ্ত মানি চলিলে ৰুচিয়ায়ো মানি চলিব; অকলে চেক্'-শ্লভাকিয়াক উদ্ধাৰ কৰিবলৈ ৰুচিয়া আগ বাঢ়ি নাহে। কিন্তু ব্ৰিটেইনো আগ বাঢ়ি নাহিলে ফ্ৰান্সো যে আগ নাবাঢ়িব, আৰু ব্ৰিটেইন যে সততাই যুদ্ধত নানামে, সেই কথা হিট্‌লাৰে বঢ়িয়াকৈ বুজিছিল। তেওঁ বলেৰে অষ্ট্ৰিয়া দখল কৰাৰ পিছতো ইংলণ্ড আৰু ফ্ৰান্সে

চকু মুদি থাকিলত হিট্‌লাৰৰ সেই মত আৰু গজগজীয়া হৈ পৰিছিল। গতিকে তেওঁ জানিছিল যে চেক’-শ্লভাকিয়া গ্ৰাস কৰিবলৈ তেওঁৰ সৰহ দিগ্‌ পাবলগীয়া ন’হ’ব।

হিট্‌লাৰৰ এই মত তেওঁৰ সেনাপতিসকলে কিন্তু সমৰ্থন নকৰিছিল। জাৰ্মানিয়ে চেক’-শ্লভাকিয়া আক্ৰমণ কৰিলে ফ্ৰান্স আৰু ইংলণ্ডই হাত সাৱটি বহি নাথাকিব; সেই দুই জাতিৰ যুটীয়া শক্তিক বলে পৰা অৱস্থা জাৰ্মানিৰ তেতিয়াও হোৱা নাই এখোন; যুদ্ধ লাগিলে জাৰ্মানি ধ্বংস হ’ব—ইত্যাদি যুক্তিৰে মুধা-ফুটা কেইবাজনো সেনাপতিয়ে হিট্‌লাৰক বুজাবলৈ চেষ্টা কৰিছিল, কিন্তু শলিশিয়ান হিট্‌লাৰে ফ্ৰান্স আৰু ইংলণ্ডৰ প্ৰভুসকলক তেওঁৰ সেনাপতিসকলতকৈ যে ভালকৈ চিনি পাইছিল সেই কথা আগত কোৱা হৈছে। গতিকে সেনাপতিসকলৰ সকলো যুক্তিতৰ্ক টিলিকিত উৰাই দিবলৈ হিট্‌লাৰৰ সৰহ পৰ নালাগিল।[৭৪]

পিছে এনেতে হিট্‌লাৰৰ গুপুত মতলবটি কোনোবাই ফাঁচ কৰি দিলে নে কি ক’ব নোৱাৰি, তেওঁৰ আঁচনিত এইবাৰ বাৰুকৈয়ে এটি পাক লাগিল। জাৰ্মান সেনাৰ আক্ৰমণ ওচৰ চাপি আহিছে বুলি ভাবি ২০ মেইৰ দিনা চেক’-শ্লভাকিয়াৰ প্ৰেচিডেণ্ট বেনেশে তেওঁৰ সৈন্য বাহিনীকো আংশিকভাৱে যুদ্ধলৈ সষ্টম কৰি পেলালে (Partial mobilization)। এই বাতৰি পাই লণ্ডন, পাৰী, ৰ’ম, মস্ক’—ইউৰোপ মহাদেশৰ সকলোবোৰ ৰাজধানীত থৌকি বাথৌকি লাগিল। দ্বিতীয় মহাসমৰ আহি পালেহিয়েই বুলি কাৰো মুখত পানী নোহোৱা হ’ল। ফ্ৰান্সে ঘোষণা কৰিলে যে চেক’-শ্লভাকিয়াৰ ওপৰত আক্ৰমণ চলিলে, সন্ধি অনুসৰি ফ্ৰান্সে সেই ৰাষ্ট্ৰৰ শত্ৰুৰ বিৰুদ্ধে যুঁজ দিব। ৰুচিয়ায়ো অনুৰূপ ঘোষণা জাৰি কৰি ফ্ৰান্সলৈ সমৰ্থন আগবঢ়ালে; জাৰ্মানিয়ে চেক’-শ্লভাকিয়া আক্ৰমণ কৰিলে পৰিণতি গুৰুতৰ হ’ব বুলি ব্ৰিটিচ্‌ চৰকাৰেও হিট্‌লাৰক সঁকীয়নি দিলে হয়, কিন্তু ফ্ৰান্স যুদ্ধত নামিলে ইংলণ্ডও নামিব বুলি ফ্ৰান্সক প্ৰতিশ্ৰুতি দিবলৈ অলপধতুৱা

---

৭৪। While his generals continued to be impressed by the number of French divisions, however, Hitler, with a shrewder eye for the psychological and social sources of military strength, was convinced that the French lacked the will to risk war, if they could possibly avoid it: *A. B.*

ব্ৰিটিচ্ প্ৰাইম্ মিনিষ্টাৰ চেম্বাৰলেইন যে একো-পধ্যে শান্তি হোৱা নাছিল—হিট্লাৰে তলে তলে সেই বাতৰিটি পাইছিল। চেম্বাৰলেইনৰ অভিলাস আছিল হিট্লাৰক যি কোনো উপায়েৰে হওক সন্তুষ্ট কৰি যুদ্ধৰ হাত সৰা।

হিট্লাৰে ইংলণ্ডৰ আলাবাত্ প্ৰধানমন্ত্ৰীৰ চকুত এনেকৈ বালি মাৰিছিল যে দ্বিতীয় মহাসমৰ নলগাৰ দিনলৈকে এটি হেবাং, অবালচন্দৰ দৰে তেওঁ আন্তৰিকতাৰে বিশ্বাস কৰিছিল যে চেক'-শ্লভাকিয়াৰ সংখ্যালঘু জাৰ্মান সম্প্ৰদায়ৰ ওপৰত হোৱা অত্যাচাৰ বোধ কৰাৰ বাহিৰে হিট্লাৰৰ আন আথিন্দা একো নাছিল, গতিকে ইউৰোপ মহাদেশৰ স্থায়ী শান্তি স্থাপনৰ অৰ্থে মিলাপ্ৰীতিৰ মাধ্যমেদি হিট্লাৰৰ লগত বুজাবুজিলৈ অহাটো টান কাম ন'হ'ব। তেওঁৰ এই মূৰ্খালিৰ ফলতে দ্বিতীয় মহাসমৰ লাগিবলৈ পাইছিল।[৭৫]

যেই হওক ফ্ৰান্স, ৰুচিয়া আৰু ব্ৰিটেইনৰ সঁকীয়নি পাই অন্ততঃ কিছু দিনলৈ

---

৭৫। The Germans did not fail to note that the British Government, while certain that France would go to the aid of Czecho-slovakia, did not affirm that Britain would too. The furthest the British would go was to warn that "in the event of an European conflict it was impossible to foresee whether Britain would not be drawn into it." As a matter of fact, this was as far as Chamberlain's Government would ever go—until it was too late to stop Hitler. It was this writer's impression in Berlin from that moment until the end that if Chamberlain frankly had told Hitler that Britain would do what it ultimately did in the face of Nazi aggression, the Fuehrer would never have embarked on the adventures which brought on the Second World War—an impression which has been immensely strengthened by the study of the secret German documents. This was the well-meaning Prime Minister's fatal mistake : *Shirir*

হিট্‌লাৰৰ মাথা অলপ ঠাণ্ডা হ'ল। লৰালৰিকৈ আকৌ খবৰি পাক এটা দি তৎকাল'ন বাৰ্লিনত অৱস্থিত চেক ৰাষ্ট্ৰদূতক মতাই আনি তেওঁ আশ্বাস দিলে যে চেক'-শ্লভাকিয়াক আক্ৰমণ কৰাৰ কথা তেওঁৰ সপোনৰো অগোচৰ; প্ৰেচিডেণ্ট বেনেশ্বে অনাহকত ছাঁ নাচিছে। জাৰ্মান ৰেডিঅ'ৰ যোগে গোৱেবল্‌চে জগতকো জনালে যে জাৰ্মানিয়ে চেক'-শ্লভাকিয়াক আক্ৰমণ কৰিবলৈ যো-যা কৰাৰ কথা সম্পূৰ্ণ মিছা, ইউৰোপ মহাদেশৰ শান্তি-ভঙ্গ কৰিবলৈ জাৰ্মানি কম্মিন কালেও আগ নাবাঢ়িব। হিট্‌লাৰৰ পং কথাতে ভোল গৈ চেম্বাৰলেইন চাহাবৰ ৰোষটো পৰিলগৈ ৰাষ্ট্ৰপতি বেনেশ্বৰ ওপৰতহে—বিনা কাৰণত হিট্‌লাৰৰ খং তোলাই ইউৰোপ মহাদেশৰ নিৰাপত্তা বিপন্ন কৰা বুলি।[১৬]

হিটলাৰে এই দৰে ছল-দন্দ কৰি শত্ৰুবৰ্গক আভুৱা ভাঁৱিলে হয়, কিন্তু অন্তৰে অন্তৰে জ্বলি-পকি তেওঁৰ আপোনাৰ মগজ আপুনি খোৱাৰ অৱস্থা হ'ল। চাগৈ ডাঙৰীয়াই ভাবিলে: উস্ কটা। মেখেলাৰ, বনগুটি চেক'-শ্লভাকিয়াৰ ৰাষ্ট্ৰপতিয়ে জাৰ্মানিৰ ফ্যুৰাৰ স্বয়ং আডল্‌ফ হিট্‌লাৰ কামত বিৰি পথালি কৰি কিলিংখা লগায়। ইমান তাৰ কলিজা। গুভোতাই তাৰ মই মোট ছেলাইহে এৰিম, তাৰ কাণ কাটি মই ভোৰ-তাল বজাম। এই বুলি কুকুৰা কাটি শপত খাই খণ্ডত জমদগ্নি হৈ বেৰ্গহফ্ কাৰেঙৰপৰা ২৮ মেই তাৰিখে আচম্বিতে আহি বাৰ্লিনত আবিৰ্ভাব হৈ সেনাপতিসকলৰ ওপৰত তেওঁ নতুন আদেশ বিহিলে, কোন প্ৰণালীৰে চেক'-শ্লভাকিয়াৰ চিন-চাব নোহোৱা কৰিব লাগিব। এইবাৰ নতুনকৈ জাৰি কৰা আদেশ-নিৰ্দেশ সমূহৰ প্ৰথম আৰু শেষ বাক্য দুআষাৰ আছিল:

(১) সামৰিক প্ৰণালীৰ চেক'-শ্লভাকিয়া ৰাষ্ট্ৰক ধ্বংস কৰিবলৈ মই অখণ্ডনীয় সিদ্ধান্ত গ্ৰহণ কৰিছোঁ।

---

১৬। The alarm felt in London and Paris at the prospect of German military action, however, rapidly turned into irritation with the Czechs The advocates of appeasement described the May crisis as a grave blunder and blamed President Benes for his 'Provocative action', while Chamberlain decided never to run so grave a risk of war again: *A. B.*

(২) অক্টোবৰ মাহৰ ১ তাৰিখৰ ভিতৰত এই সংকল্প অনুসৰি কাৰ্য্য সমাধা কৰিবই লাগিব।[৭৭]

এই অলংঘনীয় আদেশ জাৰি কৰি পৰ্বতৰ শীতল বতাহত গা-মন জুৰাবলৈ হিট্‌লাৰ আকৌ বেৰ্গহফ্‌ পালেগৈ। তাৰ পিছৰ তিনিমাহে—জুন, জুলাই, আগষ্ট (১৯৩৮) —তাতে বহি তেওঁ চেম্বাৰলেইনক বান্দৰ-নাচোন নচুৱাই বং চাই থাকিব। বাৰ্লিনৰপৰা হিট্‌লাৰৰ পৰিজনসকলে চুডেটেন জাৰ্মান নেতা হেনলাইনক উচটাবলৈ ধৰিলে চেক্‌ চকাৰৰ ওচৰত দাখিল কৰা তেওঁলোকৰ দাবীবিলাক খোপত খোপে চৰাই নিবলৈ যাতে তেনেবোৰ দাবী অগ্ৰাহ্য কৰিবলৈ চেক্‌ চৰ্কাৰ বাধ্য হয়। হেনলাইনৰ উতঙনিত তেওঁৰ অনুচৰবৰ্গ আৰু চেক্‌ প্ৰজা ও বিষয়াইতৰ মাজত থকাখুন্দা, মৰামৰি লাগিবলৈ ধৰিলে ; লাহে লাহে খুনাখুনিও আৰম্ভ হ'ল। মোটতে সীমান্তৰ পৰিবেশ এনে উত্তপ্ত হৈ উঠিল যে চেক'-শ্লভাকিয়াত গৃহযুদ্ধ লাগোঁ লাগোঁ যেন হ'ল। এই পৰিস্থিতিত চেক'-শ্লভাকিয়াৰ সংখ্যালঘু জাৰ্মান প্ৰজাক উদ্ধাৰ কৰিবলৈ হিট্‌লাৰে সেই দেশ আক্ৰমণ কৰি বিশ্ব-যুদ্ধ লগোৱাৰ ভয়ত চেম্বাৰলেইনৰ ধাতু উৰিল। লৰালৰিকৈ তেওঁ লৰ্ড

---

৭৭। For a week he ( হিট্‌লাৰ ) remained at the Berghof in a black rage, which was not softened by the crowing of the foreign Press at the way in which he had been forced to climb down. Then, on 28 May, he suddenly appeared in Berlin and summoned another Conference at the Reich Chancellery. Spread out on the table was a map, and on it Hitler sketched with angry gestures exactly how he meant to eliminate the State which had dared to inflict this humiliation on him.

Two days later he revised the opening sentence of the draft for Operation Green to read : It is my unalterable decision to smash Czecho-slovakia by military action in the near future'……'The execution of this Directive must be assured by 1 October 1938 at the latest' : *A. B.*

বাল্কিমেনক চেক'-শ্লভাকিয়ালৈ চৌখাম কৰিলে প্ৰেচিডেণ্ট বেনেশক ৰবাই-বুজাই হেনলাইনক যি কোনো প্ৰকাৰেৰে হওক সন্তুষ্ট কৰোৱাবলৈ। চেম্বাৰলেইনৰ পোন্ডতে ওলমি ফৰাচী চৰ্কাৰেও তাকে কৰিবলৈ বেনেশৰ ওপৰত হেঁচা দিলে। হিট্লাৰৰ চৰ হেনলাইনক হিট্লাৰৰ আদেশ বিনে বেনেশহে নালাগে ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰেও যে সন্তুষ্ট কৰিব নোৱাৰে সেই কথা ইংৰাজ আৰু ফৰাচী প্ৰভুসকলৰ মগজত নেখেলালে।

চেক'-শ্লভাকিয়াৰ বন্ধুসকলে যুদ্ধৰ ভয়ত সেই দেশ ধ্বংস কৰিবলৈ হিট্লাৰক বাট মুকলি কৰি দি পুলুকা মাৰিব খোজা বুলি গম ধৰিব পাৰি প্ৰেচিডেণ্ট্ বেনেশেও চালিলে এইবাৰ এক মোক্ষম চাল। চেপ্টেম্বৰ মাহৰ ৪ তাৰিখৰ দিনা হেনলাইন আৰু চুডেটেন নাৎচি পাৰ্টিৰ আন নেতাসকলক হ্ৰাড্চিন্ কাবেঙলৈ আমন্ত্ৰণ কৰি আনি তেওঁ প্ৰস্তাৱ দিলে যে সেই পাৰ্টিৰ সকলোবোৰ দাবীৰ এখন লিখিত তালিকা তুৰন্তে তেওঁলোকে দাখিল কৰক, চেক্ চৰ্কাৰে তেওঁলোকৰ দাবী মানি ল'ব।

বেনেশৰ প্ৰস্তাৱ পাই হেনলাইন চৰথৰীয়াত পৰিল, কাৰণ চেক্ চৰ্কাৰ আৰু হেনলাইনৰ পাৰ্টিৰ মাজত বুজাবুজি হ'লে হিট্লাৰৰ সকলো চক্ৰান্ত পণ্ড হয়। সেই দেখি জাৰ্মান বুদ্ধিদাতাসকলৰ মন্ত্ৰণা অনুসৰি মৰাস্কা অষ্ট্ৰাভা অঞ্চলত চেক্ সেনাই জাৰ্মান প্ৰজাৰ ওপৰত অত্যাচাৰ চলোৱাৰ চেলু লৈ আলোচনী বৈঠক বয়কট্ কৰি হেনলাইনৰ দল তাৰপৰা ওলাই আহিল। চেক চৰ্কাৰৰ আৰু চুডেটেন জাৰ্মান পাৰ্টিৰ মাজত হোৱা আলোচনা-বিলোচনা সিমানতে ওৰ পৰিল। সেই দিনাৰেপৰা ধৰি চুডেটেন অঞ্চলত নিতৌ একোটাকৈ আওঘটনা ঘটি পৰিস্থিতি আৰু তপত কৰি তুলিলে।

তেওঁৰ কাম লাহে লাহে সিজি আহিছে, তেওঁ বিচৰা ছেগ সন্মুখত উপস্থিত হৈছেহি বুলি উমান পাই ১২ চেপ্টেম্বৰৰ দিনা ন্যুৰেম্বেৰ্গৰ বছৰেকীয়া জন-সমাবেশত (Annual party rally) জগতক সৰ্কীয়াই এটি গৰম বক্তৃতা জাৰি কৰি হিট্লাৰে ঘোষণা কৰিলে :

চেক'-শ্লভাকিয়াত বাস কৰা জাৰ্মান প্ৰজাবৃন্দ আত্মৰক্ষা কৰিবলৈ অক্ষম নহয়, বিপদত তেওঁলোকক আমি অকলশৰে এৰি নিদিম, এই কথা যেন সকলোৱে হৃদয়ঙ্গম কৰে।[১৮]

১৮। You will understand, my comrades, that a Great Power cannot for a second time suffer such an→

হিট্‌লাৰৰ সেই দিনাৰ বক্তৃতাটি যে এটি মাষ্টাৰপিছ আছিল সেই কথা স্বীকাৰ কৰিব লাগিব। কথাৰ ভেল্কীবাজীৰে জলজীয়াত মিছাকো সঁচা, ৰাতিকো দিন কৰিব পৰা হিট্‌লাৰৰ অদ্ভুত ক্ষমতা এই বক্তৃতাত জলমলকৈ ফুটি ওলাইছিল। তেওঁৰ এই বক্তৃতাই সমগ্ৰ ইউৰোপৰ বুকুত কঁপনি তুলিছিল।

পিছে ইতিমধ্যে হিট্‌লাৰৰ আঁচনিত—সরু-সুৰা বিধৰ হ'লেও— আকৌ এটা পাক লাগিছিল:

জাৰ্মানে চেক'-শ্লভাকিয়া আক্ৰমণ কৰিলে ইংৰাজ কেতিয়াও যুঁজত নানামে, আৰু ইংৰাজ নানামিলে ফৰাচীও নানামে বুলি হিট্‌লাৰে সেনাপতিসকলক যি আশ্বাসবাণী শুনাইছিল, সেই আশ্বাসবাণীত সিসকল আশ্বস্ত হোৱা নাছিল; জুইৰ লগত হিট্‌লাৰে হেঁতালি খেলিবলৈ ওলোৱা বুলি, চীফ্‌ অভ্‌ ষ্টাফ্‌ জেনেৰেল বেকৰ নেতৃত্বত সেনাপতিসকলৰ মাজত হিট্‌লাৰৰ বিৰুদ্ধে এটা আন্দোলন আৰম্ভ হ'ল। তেওঁলোকে জানিছিল যে হিট্‌লাৰৰ আঁচনি অনুসৰি চকুৰ পচাৰতে চেক'-শ্লভাকিয়া দখল কৰি ভুকুতে কলটো পকোৱা সহজ কাম নহ'ব, কাৰণ চেক্ চকাৰে ফ্ৰান্সৰ "মাজিন' লাইন"ৰ আৰ্হিত, চেক'-শ্লভাকিয়া আৰু জাৰ্মানিৰ মাজৰ সীমাত দুৰ্ভেদ্য এটা গড় মৰোৱাই থৈছিল। সেই গড় লংঘি চেক'-শ্লভাকিয়াত গৈ সোমোৱাটো দুই-চাৰি দিনত খতম কৰিব পৰা কাম নহয়। জঁাপ মাৰি সাগৰ পাৰ হ'ব নোৱাৰি; যুদ্ধ দীঘলীয়া হ'ব, আৰু দীঘলীয়া হ'লে ফ্ৰান্সো যুদ্ধত নামিব। মুঠতে হিট্‌লাৰৰ কাৰ্য্যই দ্বিতীয় বিশ্বযুদ্ধৰ হে সূত্ৰপাত কৰিব আৰু তেনে এখন যুদ্ধত জয়লাভ কৰিব পৰা শক্তি জাৰ্মানিৰ গঢ়ি উঠা নাই। জাৰ্মানি ধ্বংস হ'ব।

---

infamous encroachment upon its rights··· I am a national socialist, and as such I am accustomed on every attack to hit back immediately. I know, too, quite well that through forbearance one will never reconcile so irreconcilable an enemy as the Czechs; they will only be provoked to further presumption······ *The Germans in Czecho-slovakia are not defenceless nor are they deserted, and people should take notice of that fact:* English translation as quoted by *A. B.*

জেনেৰেল বেকে সেই মৰ্মে মুখ্য সেনাপতি ব্ৰাউখ্‌টিশ্বৰ ওচৰত এটি টোকা দাখিল কৰিলে। ব্ৰাউখ্‌টিশে সেই টোকা হিট্‌লাৰক দেখুৱালত হিট্‌লাৰে শাম কাটক ছাবি খঙত জলজলাই উঠিল। ব্ৰাউখ্‌টিশ্বৰ লগত তুমুল মৌখিক খকাখুন্দা লগাৰ পিছত আগষ্ট মাহৰ ১০ তাৰিখে হিট্‌লাৰে সেনাপতিসকলক এখন বৈঠকলৈ নিমন্ত্ৰণ কৰিলে। বৈঠকত এজন জেনেৰেলে বুকু ডাঠ কৰি হিট্‌লাৰৰ মুখৰ ওপৰতে কৈ দিলে যে পশ্চিম সীমান্তত ফৰাচীক তিনি সপ্তাহ আগচি ৰখাৰ শক্তিও জাৰ্মান সেনাৰ নাই। কথাষাৰ শুনি অসোধৰ টেকেলা হিট্‌লাৰে সাতকুৰা অগ্নিমূৰ্তি হৈ সেনাপতিৰ গোটেইটো গোষ্ঠীকে কাপুৰুষ অকামিলা আদি বিশেষণেৰে বিভূষিত কৰিলে। তুমুল বাক-বিতণ্ডাৰ পিছত গৰজি উঠি, চেৰেকনি মাৰি তেওঁ ক'লে: যি তেনে কথা কয় তেওঁ হাৰামজাদা। সেনাপতি ডাঙৰীয়া, মই ডাঠি কওঁ যে তিনি সপ্তাহ হে নালাগে, তিনি বছৰলৈ ফৰাচীয়ে আমাক পশ্চিম সীমান্তত লৰচৰ কৰিব নোৱাৰিব।[১৯]

হিট্‌লাৰৰ মূৰ্তি দেখি মুখ্য সেনাপতিৰ চকি হেৰাল। হিট্‌লাৰেই আকৌ জিকিল। প্ৰতিবাদ স্বৰূপে জেনেৰেল বেকে তেওঁৰ কামত ইস্তফা দিলে। আন সেনাপতিসকলেও তাকে কৰিব বুলি তেওঁ আশা কৰিছিল, কিন্তু কোনেও তেওঁৰ পথ অনুসৰণ নকৰিলে। ব্ৰাউখ্‌টিশ্বক ইস্তফা দিয়াৰ কথা ক'লত ব্ৰাউখ্‌টিশে উত্তৰ দিলে: সৈনিক হিচাপে মই হুকুমৰ গোলাম, হুকুম তামিল কৰাইহে মোৰ কাম।

জেনেৰেল বেকৰ ঠাইত জেনেৰেল হালডাৰক চীফ অভ্‌ ষ্টাফ পতা হ'ল।

---

১৯ (ক)। **General von Wietersheim got up and said bluntly that it was his own, and General Adam's view that the western fortification against France could be held for only three weeks. A furious scene followed Hitler cursing the Army as good-for nothing and shouting: 'I assure you General, the position will not only be held for three weeks but for three years': *A. B.***

১৯ (খ)। **"The man who does not hold these fortification," Hitler shouted, "is a scoundrel! *Shirer***

হিট্‌লাৰৰ কথাই ৰ'জল যদিও জেনেৰেল বেককে আদি কৰি কেইজনমান সেনাপতিয়ে হিট্‌লাৰৰ বিৰুদ্ধে এইবাৰ ষড়যন্ত্ৰত নামিল। জেনেৰেল হাল্‌ডাৰ আৰু দুই চাৰিজন বিশিষ্ট অসামৰিক নেতায়ো, হিট্‌লাৰক বাধা নিদিলে তেওঁ জাৰ্মানিক ধ্বংস কৰিব বুলি বুজিব পাৰি, ষড়যন্ত্ৰত যোগ দিলে। ডক্টৰ খাষ্টৰো ইতিমধ্যে চকু মুকলি হৈছিল: তেওঁও ষড়যন্ত্ৰত লিপ্ত হ'ল। তেওঁলোকে এই কথাও বুজিলে যে বলেৰে আটক কৰি বিচাৰালয়ত হাজিৰ কৰাৰ বাহিৰে হিট্‌লাৰক নিৰস্ত কৰাৰ আন উপায় নাই, আৰু সেই কাম সেনাপতিসকলৰ বাহিৰে আনৰ পক্ষে দুঃসাধ্য। গতিকে হিটলাৰে চেক'শ্লভাকিয়া আক্ৰমণ কৰিবলৈ সৈন্যবাহিনীলৈ চিদাং হুকুম পঠোৱা মাত্ৰকে তেওঁক গ্ৰেপ্তাৰ কৰি জনতাৰ আদালতত (People s Court) হাজিৰ কৰাৰ ভাৰ পৰিল তিনিজন সুদক্ষ সেনাপতিৰ গাত।

কিন্তু ষড়যন্ত্ৰ আগ বঢ়াৰ আগতে ষড়যন্ত্ৰকাৰীসকলে এটি বিষয়ে নিশ্চিন্ত হ'বলৈ বিচাৰিলে, তেওঁলোকে এই কথা জানিব খুজিলে যে হিট্‌লাৰে চেক'-শ্লভাকিয়া আক্ৰমণ কৰিলে ফৰাচী যদি যুদ্ধত নামে ব্ৰিটিচ চৰ্কাৰো নামিব বুলি ঘোষণা কৰি সঁকীয়নি দিবলৈ ব্ৰিটিচ্ চৰ্কাৰ ৰাজী হ'বনে নহয়, কাৰণ ব্ৰিটিচ্ চৰ্কাৰে সেই পন্থা অৱলম্বন নকৰিলে ষড়যন্ত্ৰকাৰীসকলে জাৰ্মান প্ৰজা আৰু সৈন্যবাহিনীৰ সমৰ্থন নাপাব, গতিকে হিট্‌লাৰক কাবু কৰাও টান হ'ব।

সেই পন্থা অৱলম্বন কৰিবলৈ ব্ৰিটিচ্ চৰ্কাৰ যে মান্তি হ'ব সেই সম্বন্ধে বাৰ্লিনত অৱস্থিত ব্ৰিটিচ্ ৰাজদূত হেণ্ডাৰচনে কোৱা এষাৰ কথাই ষড়যন্ত্ৰকাৰীসকলৰ মনত ঘোৰ সন্দেহ ওপজাইছিল। এখন সান্ধ্যমেলত হেণ্ডাৰচনে বোলে এদিন কৈছিল যে চেক'-শ্লভাকিয়াৰ বাবে এটিও ব্ৰিটিচ্ নাবিক বা নৌ বাহিনীৰ সৈনিকৰ জীৱন হানি হ'বলৈ ব্ৰিটিচ্ চৰ্কাৰে নিদিব, জাৰ্মানিয়ে বলেৰে চেক'-শ্লভাকিয়া অধিকাৰ কৰাৰ মতলব এৰি পেলালে, সেই ৰাষ্ট্ৰ সম্বন্ধে জাৰ্মান চৰ্কাৰ আৰু ব্ৰিটিচ্ চৰ্কাৰ সহজে এটা বুজাবুজিলৈ অহা সম্ভৱ হ'ব।

ব্ৰিটিচ্ চৰ্কাৰৰ প্ৰকৃত আখিন্দা নো কি সেই কথাৰ খোৰ লবলৈ ষড়যন্ত্ৰকাৰী-সকলে এভাল্ড্ ফন্ ক্লাইষ্ট্ নামেৰে এজনক লণ্ডনলৈ চোঁথাম কৰিলে। পোন-পটীয়াকৈ কোনো ব্ৰিটিচ্ মন্ত্ৰীক লগ ধৰিবলৈ তেওঁ সাহ নকৰিলে। বৈদেশিক দপ্তৰৰ উপদেষ্টা লৰ্ড ভেন্সিটাৰ্ট আৰু উইনষ্টন্ চাৰ্চিল হিট্‌লাৰক লাই দিয়াৰ বিৰোধী আছিল বুলি সকলোৱে জানিছিল। তেওঁলোক দুজনক ক্লাইষ্টে গুপুতে লগ ধৰি জনালে যে হিট্‌লাৰে চেক'-শ্লভাকিয়া আক্ৰমণ কৰিবলৈ থাটাং সিদ্ধান্ত

লৈছে; সেনাপতিসকলে তেওঁক বাধা দিব পাৰিব। কিন্তু ব্ৰিটিচ্ চৰ্কাৰে যদি হিট্‌লাৰক সন্তুষ্ট কৰাৰ নীতিকে (Policy of appeasement) অনুসৰণ কৰি থাকে তেতিয়া হ'লে সিসকলে জাৰ্মানিতো কাৰো সহায় আৰু সহানুভূতি নাপাব। ব্ৰিটিচ্ আৰু ফৰাচী চৰ্কাৰে যদি হিট্‌লাৰে চেক'-শ্লভাকিয়া আক্ৰমণ কৰিলে ফ্ৰান্স আৰু ইংলণ্ডই হাত সাবটি বহি নাথাকিব বুলি ঘোষণা জাৰি কৰি হিট্‌লাৰক প্ৰকাশ্যে আকৌ এবাৰ টানি সঁকীয়নি দিয়ে তেতিয়া হ'লে সেনাপতিসকলে তেওঁলোকৰ কাৰ্য্য সমাধা কৰিবলৈ বল আৰু সুবিধা পাব।

চাৰ্চিলৰ কথাৰে সেই সময়ছোৱাত ইংলণ্ডত কোনেও কাণ নিদিছিল, তথাপি তেওঁ ক্লাইষ্টক আশ্বাস দি তেওঁৰ সহযোগীসকলক নি দেখুৱাবলৈ এখন চিঠি দিয়ে। তাত তেওঁ লিখিছিল: ইংলণ্ডই ফ্ৰান্সৰ লগ হৈ খোজ মিলাই যুদ্ধ-যাত্ৰা কৰিব এই সম্বন্ধে নিঃসন্দেহ হ'বলৈ মই আপোনাসকলক খাটিছো।[৮০]

লৰ্ড ভেন্সিটাৰ্টে হিট্‌লাৰৰ মতলব ভাল দৰে বুজি পাই ক্লাইষ্টৰ পৰামৰ্শ অনুসৰি কাম হাতত ল'বলৈ প্ৰাইম্ মিনিষ্টাৰ লৰ্ড হেলিফেক্সলৈ টানকৈ এটি টোকা পঠালে। টোকা পঢ়ি ছত্ৰধাৰী প্ৰাইম মিনিষ্টাৰে তেওঁৰ ফৰেইন মিনিষ্টাৰলৈ গুপুত টোকাত লিখিলে: 'ক্লাইষ্টৰ সকলোবোৰ কথা বিশ্বাস কৰিব নোৱাৰি, তথাপি বোধকৰো আমি কিবা এটা কৰা যুগুত হ'ব।" কিনো কৰা যুগুত হ'ব ভাবি-চিন্তি তেওঁ থিৰ কৰিলে যে হিট্‌লাৰক এবাৰ তেওঁ লগ ধৰিলেই আগন্তুক সকলো সম্ভাব্য বিপদ তেওঁ ফুঁতে উৰুৱাই দিব পাৰিব। তাকে ভাবি বাৰ্লিনত অৱস্থিত ব্ৰিটিচ্ ৰাষ্ট্ৰদূত হেণ্ডাৰচনক লণ্ডনলৈ তলব দি অনাই, তেওঁ (চেম্বাৰলেইনে) হিট্‌লাৰক লগ ধৰাৰ গুপুতে দিহা কৰিবলৈ নিৰ্দেশ দিলে,[৮১] যাতে প্ৰধান মন্ত্ৰীয়ে নিজে গৈ হিট্‌লাৰৰ চৰণত তেল ঘঁহি যি কোনো উপায়েৰে হওক যুদ্ধৰ হাত সাৰিব পাৰে।

---

৮০। "I am sure that the crossing of the frontier of Czecho-slovakia by German armies or aviation in force will bring about renewal of the world war I am as certain as I was at the end of July 1914, that England will march with France.… · Do not, I pray you, be misled upon this point……"

৮১। Though Chamberlain writing to Halifax said he was→

চেম্বাৰলেইনৰ এই মনোবৃত্তিয়ে আকৌ ভহভহীয়াকৈ প্ৰমাণ কৰিলে যে জাৰ্মান সেনাপতিসকলতকৈ শালচকুৱা হিট্‌লাৰে তৎকালীন ইংলণ্ড আৰু ফ্ৰান্সৰ নেতাসকলনো কেই ছাটি পানীৰ মাছ আছিল সেই কথা ভালকৈ বুজি পাইছিল! হিট্‌লাৰৰ বিৰুদ্ধে ষড়যন্ত্ৰত লাগি ষড়যন্ত্ৰকাৰী সকলহে অৱশেষত লঘু হৈ হিমলাৰৰ গোপন পুলিচৰ হাতত অশেষ লাঞ্ছনা-যন্ত্ৰণা ভোগ কৰি যমৰ আলহী হ'বলগীয়াত পৰিবগৈ।

চেম্বাৰলেইনৰ গুপুত আথিন্দাৰ কথা ষড়যন্ত্ৰকাৰী সকলে গম পোৱা নাছিল। সেই দেখি তেওঁলোকে ব্ৰিটিচ্‌ ৰাষ্ট্ৰদূতলৈ আকৌ জৰুৰী বাতৰি পঠালে যে চেপ্টেম্বৰ মাহৰ শেহ ভাগত হিট্‌লাৰে চেক'শ্লভাকিয়া আক্ৰমণ কৰিবই ; তেওঁক নিৰস্ত কৰাৰ এতিয়াও সময় আছে, এই ক্ষণত ব্ৰিটিচ্‌ চৰ্কাৰে অকণমান সাহসৰ পৰিচয় দিলে হিটলাৰৰ পতন অনিবাৰ্য্য। পিছে বোলে

যেইচা ৰাজা ৰাম সিং
তেইচা মন্ত্ৰী খিটিং টিং

হেণ্ডাৰচন্‌ আৰু চেম্বাৰলেইন আছিল একে বাঁহৰ কাঠৈ। এই জৰুৰী বাতৰিটি ব্ৰিটিচ্‌ চৰ্কাৰলৈ পঠাই দি তাৰ পাছত হেণ্ডাৰচনে লিখিলে যে এনেবিলাক উৰা বাতৰিত গুৰুত্ব আৰোপ কৰা উচিত নহ'ব। জাৰ্মানিৰ বুকুতে বিৰাজ কৰিও এই ওপৰচকুৱা কটকীজনেনো নিজৰ ৰাষ্ট্ৰৰ বাবে কি সংবাদ সংগ্ৰহ কৰিছিল তেওঁহে জানে।[৮২]

---

inclined "to discount a good deal of what he (Kleist) says," he added: "I don't feel sure that we ought not to do something." What he did was to summon Ambassador Henderson to London on August 28 'for consultations."

He instructed his ambassador in Berlin to do two things: Convey a *sober* warning to Hitler and secondly, prepare secretly a "personal contact" between himself and the Fuehrer. According to his own story, Henderson, persuaded the Prime minister to drop the first request: *Shirer.*

৮২। Sir Neville Henderson dutifully forwarded this warning to London, but described it "as clearly biased and→

ব্ৰিটিচ চৰ্কাৰৰকালৰপৰা তাৰ পাছতো একো সঁহাৰি নাপাই ষড়যন্ত্ৰকাৰীসকলে লণ্ডনত অৱস্থিত জাৰ্মান দূতাবাসৰে এজনৰ জৰিয়তে গুপুতে আকৌ এবাৰ গাই বাই এটা শেষ চেষ্টা দি চালে। দূতাবাসৰ কাউন্সেলাৰ টেয়ডৰ কৰ্টে ব্ৰিটিচ্ প্ৰাইম্ মিনিষ্টাৰৰ চেক্ৰেটেৰী চাৰ হৰেইচ উইলচনৰ সহায়ত চেপ্টেম্বৰ মাহৰ ৫ তাৰিখে পাছ দুৱাৰেদি মনে মনে ১০নং ডাউনিং ষ্ট্ৰীটত প্ৰৱেশ কৰি লৰ্ড হেলিফেক্সৰ ওচৰত পৰিস্থিতিৰ বিশদ বিবৰণ দি জনালে যে এই ক্ষণত ব্ৰিটিচ্ চৰ্কাৰে হিট্‌লাৰৰ বিৰুদ্ধে প্ৰকাশ্যে থিয় দি জাৰ্মান সেনাপতিসকলৈলে বল নোযোগালে য়ুৰোপ মহাদেশৰ ভৱিষ্যৎ ভয়াবহ হ'ব। কিন্তু তেওঁৰ এই সঁকীয়নিয়ে কেনে কাম দিলে তাৰ প্ৰমাণ দুদিন পিছতে পোৱা গ'ল। চেপ্টেম্বৰ মাহৰ ৭ তাৰিখে ব্ৰিটিচ্ চৰ্কাৰৰ মুখপাত্ৰস্বৰূপ লণ্ডনৰ টাইম্‌চ্ বোলা সংবাদ পত্ৰিকাৰ সম্পাদকীয়ত প্ৰকাশিত হ'ল এই আযাৰ কথা:

**The advantages of becoming a homogeneous State might conceivably outweigh the obvious disadvantages of losing the Sudeten German district of the borderland.**

চেক'-শ্লভাকিয়াৰ গড়, কোঁঠ আদি সকলোবোৰ আত্মৰক্ষামূলক ব্যৱস্থা চুডটেনলেণ্ড অঞ্চলতে আছিল। গতিকে চুডেটেনলেণ্ড জাৰ্মানিক এৰি দিলে যে সেই সকলোবোৰ জাৰ্মানৰ হাতলৈ গৈ চেক'-শ্লভাকিয়া নিঠৰুৱা, অসহায় হৈ হিট্‌লাৰৰ মুখৰ চিকাৰ হৈ পৰিব, পাছফাল খোৰাংবাং কৰি চেক্ চৰ্কাৰে আগফালে ডাং মাৰিবলৈ লগীয়াত পৰিব, সেই কথা টাইম্‌চৰ সম্পাদকৰ মনত নেখেলালে। বোলে:

খেনোৰ ঘৰ পোৰে,
খেনোৰে জুই ফুৱায়।

টাইম্‌চত প্ৰকাশিত এই বিবৃতি দেখাৰ পিছত হিট্‌লাৰক আৰু কোনে পায়? পশ্চিম ইউৰোপৰ নেতাৰূপী "ক্ষুদ্ৰ-কীট" দুজনে একগোট হৈ হিট্‌লাৰক আগভেটিবলৈ কোনোমতে যে সাহ গোটাব নোৱাৰিব সেই সম্বন্ধে হিট্‌লাৰৰ মনত যি একণ খুকুৰি আছিল সিও এইবাৰ আঁতৰ হ'ল। বোলে:

কণাই পুথি পঢ়ে,
কলাই শুনে।
টকালি পাৰি ভকতে নাৰিকল খুনে।

---

largely propaganda". The blinkers on the eyes of the debonair British ambassador seemed to grow larger and thicker as the crisis mounted: *Shirer.*

টাইম্‌চৰ এই বিবৃতি দেখিছে ১২ চেপ্টেম্বৰৰ দিনা ন্যুৰেমবের্গৰ সমাবেশত চেক'-শ্লভাকিয়াৰ বিৰুদ্ধে প্ৰকাৰান্তৰে যুদ্ধকে ঘোষণা কৰিবলৈ হিট্‌লাৰে সাহ পাইছিল।

সিপিনে পূব সীমান্তত জাৰ্মান সেনাৰ কুচ্‌-কাৱাজৰ বাতৰি পাই চেক'-শ্লভাকিয়াৰ থামিভাঠ প্ৰেচিডেণ্ট বেনেশ্বে মৰণত শৰণ দি ৰণলৈ সাজু হ'ল। চেক্‌ সেনাই জাৰ্মান সীমান্তৰ পিনে খোজ ল'লে।

সেই বাতৰি পাই ফ্ৰান্সৰ প্ৰধানমন্ত্ৰী দালাদিয়েই বেনেশ্বক সমৰ্থন কৰি তেওঁৰ সহায়-হাত হ'ব বুলি ক'ত ঘোষণা কৰিব, যুদ্ধ আহি পালেহিয়েই বুলি এইবাৰ তেওঁ থৰহৰি হৈ চেম্বাৰলেইনলৈ আবেদন জনালে যি কোনো উপায়েৰে হওক হিট্‌লাৰক ক্ষান্ত কৰিবলৈ। দালাদিয়েৰ আবেদন শুনি চেম্বাৰলেইনেও কাছুটি এৰি হিট্‌লাৰৰ চৰণে পশি ততাতৈয়াকৈ তেওঁলৈ এখন জৰুৰী টেলিগ্ৰাম পঠালে :

ক'ত আৰু কেতিয়া মোক লগ পাবলৈ আপোনাৰ সুবিধা হ'ব অনুগ্ৰহ কৰি জনাব। অতি সোনকালে উত্তৰ পালে কৃতজ্ঞ হ'ম।[৮৩]

ছত্ৰধাৰী প্ৰধানমন্ত্ৰী চেম্বাৰলেইনৰ এই টেলিগ্ৰাম খনিয়েই দ্বিতীয় মহাসমৰ মাতি আনিছিল।

---

৮৩। "Please indicate earliest time at which you can see me and suggest place of meeting, I should be grateful for a very early reply.

# আঠ

## চেম্বাৰলেইনৰ বান্দৰ নাচ (২)

চেম্বাৰলেইনৰ টেলিগ্ৰাম পাই হিট্‌লাৰ উলাহৰ মাদলি হ'ল। ইংলণ্ড হেন দেশৰ প্ৰধানমন্ত্ৰী, ব্ৰিটিচ সাম্ৰাজ্যৰ মহাপ্ৰভুজনে কাওঁবাওঁ কৰি হিট্‌লাৰক লগ পাবলৈ অনুমতি বিচাৰি জৰুৰী টেলিগ্ৰাম দিছে—তাতকৈ বুকু ফুলোৱা কথা কি হ'ব পাৰে? টেলিগ্ৰামখন পাই আকাশৰপৰা পৰা যেন হৈ হিট্‌লাৰে মুখৰ ভিতৰতে ক'লে, Ich bin Vom Himmel Gefallen (ইস্ বিন্ ফম্ হিমেল গেফালেন = Good Heavens)। হিট্‌লাৰতকৈ বয়সত কুৰি বছৰে ডাঙৰ, উনসত্তৰ বছৰীয়া প্ৰধানমন্ত্ৰীজনৰ প্ৰতি অকণমান চেনেহ আৰু মান দেখুৱাই হিট্‌লাৰে অন্ততঃ অলপ আগুৱাই আহি জাৰ্মানিৰ পশ্চিম সীমান্তৰ কোনোবা এডোখৰ ঠাইত চেম্বাৰলেইনক লগ পাব'হি পাৰিলেহেঁতেন, কিন্তু তাকো তেওঁ নকৰিলে। জাৰ্মানিৰ দক্ষিণ-পূবৰ এচুকত, লণ্ডনৰপৰা আকাশী জাহাজেৰে সাত ঘণ্টাৰ বাট (সেই দিনত) বেৰ্খ্‌টেশ্‌্‌গাডেনলৈকেহে তেওঁ ব্ৰিটিচ মন্ত্ৰীক তলব দিলে।

চেপ্টেম্বৰ মাহৰ ১৫ তাৰিখে ভৰ দুপৰীয়া মিউনিকৰ (ম্যুন্‌শেন্) বিমান-ঘাঁটিত নামি, তাৰপৰা তিনি ঘণ্টাৰ বাট ৰেলেৰে গৈ ভাটীবেলা চাৰি বজাৰ অলপ আগত চেম্বাৰলেইন বেৰ্খ্‌টেশ্‌গাডেন পালেগৈ। তেওঁক আগ বঢ়াই নিবলৈ হিট্‌লাৰ ৰেল-ষ্টেশনলৈ তো নাহিলেই, আনকি পৰ্বতৰ টিঙত থকা তেওঁৰ কাৰেঙৰপৰা তললৈ নামি অহা খটখটীয়েদিও এখোজো নানামিল; কাৰেঙৰ দুৱাৰ-মুখতহে কৰমৰ্দন কৰি বিশিষ্ট অতিথিক তেওঁ অভ্যৰ্থনা জনালে।

পুৰা দোকমোকালিতে লণ্ডনৰপৰা ৰাওনা হৈ ভাগৰে জুগৰে চেম্বাৰলেইন বেৰ্খ্‌টেশ্‌গাডেন্ পাইছিলগৈ। পানী-চুনী এটুপি খাই লৈ তেওঁ অলপ গা তঙোৱাৰ পাছত বৈঠক বহিল। নিজৰ দস্তুৰ অনুসৰি এটি অনিল অৱতি বক্তৃতাৰে হিট্‌লাৰে বৈঠকৰ ওৰা পাতিলে: শান্তিৰ অৰ্থে দেহে-কেহে খাটি কেনেকৈ তেওঁ মূৰৰ ঘাম মাটিত পেলাব লাগিছে, ইংৰাজৰ লগত মিত্ৰতা স্থাপনৰ বাবে

কিমান যত্ন তেওঁ কৰি আহিছে, জাৰ্মানিৰ উন্নতিৰ হেতুকে তেওঁ কি কি কৰিছে, সেইবোৰ কথা আবৰি-বিবৰি সামৰণিত তেওঁ ক'লে যে এটি মাথোন সমস্যাৰ সমাধান কৰিবলৈ তেওঁৰ বাকী আছে ; সেই সমস্যাৰ সমাধান হ'লেই ইউৰোপ মহাদেশত তেওঁৰ কৰিবলগীয়া কামবো অন্ত পৰিব - চেক'-শ্লভাকিয়াৰ তিনি নিযুত জাৰ্মান প্ৰজাক জাৰ্মানিৰ বুকুলৈ তেওঁ ঘূৰাই আনিবই লাগিব। তাৰ বাবে লাগিলে যুদ্ধ দিবলৈ—আন কি বিশ্বযুদ্ধৰ সন্মুখীন হ'বলৈকো—তেওঁ সাজু। আন আন জাতিসমূহে যি মন যায় কৰিব পাৰে—তাৰ বাবে তেওঁ থোৰাই হে কেয়াৰ কৰে। যেয়ে যিহকে কৰক লাগে, এই বিষয়ত তেওঁ হ'লে এখোজো পিছ নোহঁকো হুকিব।[৮৪]

চেম্বাৰলেইনে মুখ মেলিবলৈ পোৱাৰ আগতে হিটলাৰক এনেকৈ গৰম হৈ উঠা দেখি তেওঁৰ বিষ নমাবলৈ চেম্বাৰলেইনে লাহেকৈ মাত দিলে : চুডেটেনলেণ্ড জানিবা জাৰ্মানিক এৰি দিয়া হ'লেই, কিন্তু তাৰ কেতবোৰ অঞ্চলত জাৰ্মানতকৈ আন আন জাতিৰ লোকৰ সংখ্যাহে সৰহ ; সেই অঞ্চল কিভোখৰৰ নো কি ব্যৱস্থা কৰা হ'ব ; অনাজাৰ্মান সকলক তাৰপৰা আঁতৰাব লাগিব নে কি ? সেই সম্বন্ধে নো আপোনাৰ প্ৰস্তাৱ কি ?

চেম্বাৰলেইনৰ কথা শুনি জিকজিকাই উঠি হিট্‌লাৰে ক'লে : ইবোৰ-সিবোৰ কথালৈ মই যাব নোখোজোঁ ; আমি ঘাই কথাত ৰ'ব লাগিব।

সেই বুলি ভাবি এটাং দি চেম্বাৰলেইনৰ মুখ মাৰি আকৌ ডাল-পাত জোৰা দিয়া কেতবোৰ কথাৰ বকলা মেলি তেওঁ ক'লে : তিনিশ চুডেটেন জাৰ্মানিক হত্যা কৰা হৈছে ; এনেবোৰ অত্যাচাৰ চলি থাকিবলৈ দিব নোৱাৰি। এই সমস্যাৰ তুৰন্তে সমাধান কৰিবলৈ মই দৃঢ় প্ৰতিজ্ঞ। তাৰ বাবে বিশ্ব-যুদ্ধ লাগে যদি লাগক।[৮৫]

---

৮৪। These Germans must come back to the German Reich. He would face any war, for this. Here the limit had been reached, where the rest of the world might do what it liked, he would not yield one single step *A B.*

৮৫। Three hundred Sudeten Germans have been killed, and things of that kind can not go on; the thing has to be settled at once. I am determined to settle→

কাণে টহ্‌টহালেও হিট্‌লাৰৰ বলকনিসোপা ইমান পৰে চেম্বাৰলেইনে ধৈৰ্য্য ধৰি শুনি আছিল, কিন্তু এইবাৰ তেওঁৰো মেজাজ বিগৰিল; তেওঁ খংমুৱা হৈ উত্তৰ দিলে: আমাৰ মাজত কথা-বতৰা হ'বলৈ নৌ-পাওঁতেই ফ্ৰাৰাৰ ডাঙৰীয়াই যদি গাৰ বলেৰে এই সমস্যাৰ মীমাংসা কৰিবলৈ থিৰ কৰিছে তেনেহ'লে মোক ইয়ালৈ মতাৰ নো কি সকাম আছিল? দেখিছোঁ মই মিছাতেহে সময় নষ্ট কৰিলোঁ।

চকু চাওঁতেই হিট্‌লাৰে সাতোটা শিয়ালৰ বাগী দিব পাৰিছিল। চেম্বাৰলেইনৰ টান মাতষাৰ শুনি খন্তেকলৈ দৰক মাৰি বৈ এইবাৰ মিহিকৈ তেওঁ ক'লে: চুডেটেন্‌লেণ্ড জাৰ্মানিক এৰি দিয়াৰ প্ৰস্তাৱটো ব্ৰিটিচ চৰ্কাৰে যদি মোটামুটিভ ৱে (in principle) মানি লয়, তেতিয়াহ'লে আমাৰ মাজত কথা-বতৰা হোৱাৰ থল ওলাব।

হিট্‌লাৰৰ কথাষাৰ শুনি চেম্বাৰলেইনৰ মুখলৈ পানী আহিল; তেওঁ ভাবিলে, যেই হওক, হিট্‌লাৰ তেও অলপ কুমলিছে। উত্তৰত তেওঁ ক'লে যে সেই প্ৰস্তাৱ মানি ল'বলৈ তেওঁৰ নিজৰ আপত্তি নাই, কিন্তু ব্ৰিটিচ মন্ত্ৰীসভাৰ আৰু ফৰাচী চৰ্কাৰৰ মতামত নোলোৱাকৈ সেই সম্বন্ধে খাটাং উত্তৰ তেওঁ দিব নোৱাৰিব। বলেৰে সমস্যাটোৰ সমাধান কৰাৰ সিদ্ধান্ত যদি ফ্ৰাৰাৰ ডাঙৰীয়াই এৰি পেলায়, তেতিয়াহ'লে শান্তিপূৰ্ণভাৱে কিবা এটা কৰিব পৰা যাব বুলি তেওঁ ভাবে। সেই সম্বন্ধে ফ্ৰাৰাৰ লগত কথা হ'বলৈ লাগিলে তেওঁ আকৌ (জাৰ্মানিলৈ) আহিব। তাৰ আগত, অৰ্থাৎ তেওঁৰপৰা ছিদাং সম্বিধান নোপোৱালৈকে, ফ্ৰাৰাৰে বলপূৰ্বক একো নকৰিব বুলি হিট্‌লাৰৰপৰা তেওঁ প্ৰতিশ্ৰুতি বিচাৰিলে।

হিট্‌লাৰৰ গুপুত আঁচনি মতে ১ অক্টোবৰৰ আগত চেক'-শ্লভাকিয়া আক্ৰমণ কৰাৰ কথাতো নাছিলেই; গতিকে তেওঁৰ হাতত তেতিয়াও পোন্ধৰটা দিনৰ সময় আছিল। তথাপি ভালে পৰ গেবোঁ-গোঁথো কৰি, আগপাছ বহুতো ভাবি-গুণিহে চেম্বাৰলেইনৰ খাতিৰত তেওঁৰ প্ৰতি ডাঙৰ অনুগ্ৰহ দেখুওৱাৰ ভাও ধৰি হিট্‌লাৰ চেম্বাৰলেইনৰ প্ৰস্তাৱত মান্তি হ'ল।

---

it; I do not care whether there is a world war or not. I am determined to settle it and to settle it soon; I am prepared to risk a world war rather than allow this to drag on": *A. B.*

সিমানতে সেই দিনালৈ বৈঠকৰ অন্ত পৰিল। পাছ দিনা চেম্বাৰলেইন লণ্ডনলৈ উলটি গ'ল, হিট্‌লাৰৰ প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ নিজৰ কেবিনেট, ফৰাচী আৰু চেক্‌ চৰ্কাৰক মান্তি কৰাবলৈ। অকল চুডেটেনলেণ্ডেৰেই পেট পূজা কৰি সন্তুষ্ট হোৱা বিধৰ ভকত যে হিট্‌লাৰ নাছিল, তেওঁৰ মতলব যে আছিল দোচোৰা, সেই কথা হাবা-গঙ্গাৰাম চেম্বাৰলেইনৰ মগজুত খন্তেকলৈকো খেলোৱাই নাছিল। হিট্‌লাৰে বঢ়িয়াকৈ জানিছিল যে বিনাযুদ্ধে চুডেটেনলেণ্ড জাৰ্মানিক এৰি দিবলৈ চেক্‌ চৰ্কাৰ কেতিয়াও মান্তি ন'হ'ব। সেই দেখি চেম্বাৰলেইনৰ প্ৰস্তাৱ তেওঁ মানি লোৱাৰ ভাও দিছিল, যাতে ব্ৰিটেইন আৰু ফ্ৰান্সে যুদ্ধৰ বাবে চেক'-শ্লভাকিয়াকে জগৰীয়া পাতি আপদাহ সাৰিবলৈ বিচাৰে আৰু সেই ছেগতে সমগ্ৰ চেক'-শ্লভাকিয়াক তেওঁ গ্ৰাস কৰিবলৈ ছল পায়। সেই মতলবেৰে ১ অক্টোবৰৰ ভিতৰত চেক'-শ্লভাকিয়া আক্ৰমণ কৰিবলৈ পুনৰ তেওঁ সৈন্য-বাহিনীক সষ্টম কৰিলে। কেইবোৰ চুডেটেন জাৰ্মান লোকেৰে "ফ্ৰাইক'ৰ" নাম দি, যুদ্ধৰ আগৰণুৱা হ'বলৈ তেওঁ এটি স্বকীয়া পল্টনো গঢ়ি তুলিলে। লগে লগে কূটনীতিৰ ক্ষেত্ৰত কেইটিমান চালো তেওঁ চালিলে: চুডেটেন নেতা হেনলাইনৰ জৰিয়তে আগ বঢ়োৱা হিট্‌লাৰৰ উচাৎ মন্ত্ৰত চেক'-শ্লভাকিয়াৰ শ্লাভ্‌সকলৰে এইবাৰ গা উঠিল চুডেটেন জাৰ্মানসকলৰ লগত উজাবলৈ, সিসকলেও চেক্‌ চৰ্কাৰক স্বায়ত্ত-শাসনৰ বাবে টানি ধৰিবলৈ ওলাল, পলাণ্ড আৰু হাঙ্গেৰিয়েও চেক'-শ্লভাকিয়াৰ একো একোটি অংশৰ বাবে দাব' আগ বঢ়ালে। ২২ চেপ্টেম্বৰৰ দিনা ফ্ৰাইক'ৰে চেক'-শ্লভাকিয়াৰ দুখন চহৰ—এগাৰ আৰু আশ বলেৰে দখল কৰি বহিল।

সিহাতে চেম্বাৰলেইন চাহাবে নো লণ্ডনলৈ উভতি গৈ কি কৰিলেগৈ? পোন প্ৰথমে ১৬ তাৰিখৰ দিনা হিট্‌লাৰৰ চৰ্তবোৰ কেবিনেটৰ আগত তেওঁ দাঙি ধৰিলে। ইতিমধ্যে লৰ্ড্‌ ৰান্সিমেনক চেক'-শ্লভাকিয়াৰ পৰা তলব দি অনোৱা হৈছিল, চেক'-শ্লভাকিয়াৰ পৰিস্থিতি কেবিনেটক বিশদৰূপে জনাই তেওঁৰ নিজৰ মতামত প্ৰকাশ কৰাৰ বাবে। হিট্‌লাৰক তুষ্ট কৰাৰ প্ৰয়াসত চেম্বাৰলেইনতকৈও একাঠি চৰি তেওঁ মত দিলে যে গণভোটলৈ Plebiscite) বাট চাবলৈ গ'লে চেক'-শ্লভাকিয়াত ঘোৰ শান্তিভঙ্গৰ সম্ভাৱনা আছে; গতিকে গণভোট নোলোৱাকৈয়ে চুডেটেনলেণ্ড জাৰ্মানিক শোধাই দিয়া হে যুগুত হ'ব। চেম্বাৰলেইনে উল্লসিত হৈ সেই মততে হয়ভৰ দিলত কেবিনেটেও সেই প্ৰস্তাৱকে অনুমোদন কৰিলে। ১৮ তাৰিখে ফৰাচী প্ৰধানমন্ত্ৰী দালাদিয়ে আৰু পৰৰাষ্ট্ৰ মন্ত্ৰী বনে আহি লণ্ডনত উপস্থিত হ'ল।

ব্ৰিটিচ মন্ত্ৰীমণ্ডলী আৰু ফৰাচী মন্ত্ৰীদ্বয়ৰ এখনি যুটীয়া বৈঠকত চেম্বাৰলেইনে প্ৰস্তাৱ দিলে যে চেক'-শ্লভাকিয়াৰ যিবিলাক অঞ্চলত শতকৰা পঞ্চাছজনতকৈ অধিক জাৰ্মান লোক বাস কৰে সেই সকলোবিলাক অঞ্চল জাৰ্মানিক শোধাই দিবলৈ চেক চৰ্কাৰক পৰামৰ্শ দিয়া যাওক। ফৰাচী পৰৰাষ্ট্ৰ মন্ত্ৰীৰ চেম্বাৰলেইনতকৈও বেছিকৈ এৰাঁ চৰিছিল, যি কোনো উপায়েৰে হওক হিট্‌লাৰক শান্ত কৰি যুদ্ধৰ হাত সৰাৰ চিন্তাত। তেওঁ আৰু তেওঁৰ প্ৰভু দালাদিয়ে বিনাবাক্যে চেম্বাৰলেইনৰ প্ৰস্তাৱত সন্মত হ'ল। যুদ্ধ লাগিলে চেক'-শ্লভাকিয়াৰ হকে যুঁজ দিয়াৰ দায় সাৰিবলৈ বনেই সেইখন বৈঠকতে এই বুলিও এটিও প্ৰস্তাৱ গ্ৰহণ কৰোৱালে যে ফ্ৰান্স আৰু ৰাছিয়া চেক'-শ্লভাকিয়াৰ লগত যিটো সন্ধিৰ সূত্ৰেৰে বান্ধ খাই আছিল, সেই সন্ধি নাকচ কৰা হওক, আৰু তাৰ ঠাইত চেক'-শ্লভাকিয়াক কোনোবাই আক্ৰমণ কৰিলে সেই ৰাষ্ট্ৰক ৰক্ষা কৰিবলৈ গা হৈ ফ্ৰান্সৰ লগতে ইংলণ্ডয়ো এই আন্তৰ্জাতিক চুক্তিত (International Guarantee) চহী কৰক। এই সিদ্ধান্তত উপনীত হৈ দুই চৰ্কাৰে মিলি প্ৰেচিডেণ্ট বেনেশ্বলৈ লিখিলে :

শান্তিৰ অৰ্থে চেক' শ্লভাকিয়াক কি মহান ত্যাগ স্বীকাৰ কৰিবলৈ অনুৰোধ কৰা হৈছে সেই কথা ব্ৰিটিচ আৰু ফৰাচী চৰ্কাৰে মৰ্মে মৰ্মে উপলব্ধি কৰিছে, কিন্তু য়ুৰোপ মহাদেশৰ আৰু চেক'-শ্লভাকিয়াৰো স্বাৰ্থ ৰক্ষাৰ পিনলৈ চাই তেওঁলোকে এই ব্যৱস্থা হাতত ল'বলৈ বাধ্য হৈছে।

অকল সিমানেই নহয়, চেক্ চৰ্কাৰক এই কথাও জনোৱা হ'ল যে যিহেতু হিট্‌লাৰে উপৰোক্ত ব্যৱস্থা কাৰ্য্যকৰী কৰাত অকণো পলম নসহিব, সেই কাৰণে চেক্ চৰ্কাৰে যেন তুৰন্তে প্ৰস্তাৱৰ প্ৰতি সন্মতি জনাই উত্তৰ দিয়ে।

১৯ চেপ্টেম্বৰৰ দিনা ফৰাচী আৰু ব্ৰিটিচ ৰাষ্ট্ৰদূতে ইঙ্গ-ফৰাচী চৰ্কাৰৰ উপৰোক্ত উপদেশ বাণী প্ৰেচিডেণ্ট বেনেশ্বৰ ওচৰত দাখিল কৰিলে। বিপদকালত বন্ধুদ্বয়ৰ এই সাৰগৰ্ভ উপদেশ পাই দুৰ্ভগীয়া বেনেশে চাগৈ ভাবিলে :

এনেয়ে পৰিছো ঋণিৰ শাপত,
তাতে নি দিয়ে ধানৰ ভাপত।

চেক'-শ্লভাকিয়াক জুইত দি পুৰি খাই চেম্বাৰলেইন আৰু দালাদিয়েই যে টোটোলা ভৰাবলৈ বিচাৰিছে সেই কথা বুজিবলৈ তেওঁৰ বাকী নাথাকিল। ইঙ্গ-ফৰাচী প্ৰস্তাৱ গ্ৰহণ কৰিলে আত্মৰক্ষাৰ বাট হেৰুৱাই চেক'-শ্লভাকিয়া যে অচিৰে হিট্‌লাৰৰ ঠেঙত চেপা গোলাম হ'ব লাগিব সেই কথালৈ আঙুলিয়াই দি চেক চৰ্কাৰে পাছ দিনা এটি সুগম্ভীৰ টোকাৰে প্ৰস্তাৱ অগ্ৰাহ্য কৰিলে। লগতে সন্ধি

অনুসৰি চেক্' শ্লভাকিয়াৰ প্ৰতি ফ্ৰান্সৰ কৰ্তব্য আৰু দায়িত্বৰ কথাও সোঁৱৰাই দিলে।

পিছে, সন্ধিৰ মৰ্য্যাদা মানি চলা আদি টুলুঙা কথা লৈ মূৰ ঘমোৱাৰ সময় ফৰাচী আৰু ব্ৰিটিচ্ প্ৰধানমন্ত্ৰীৰ তেতিয়া নাছিল, হিট্‌লাৰৰ ভৰকণিত সি সকলৰ তেতিয়া কাছুটি এৰা অৱস্থা।[৮৬]

চেক্ চৰ্কাৰৰ জবাব পাই চেম্বাৰলেইনৰ খঙে মূৰৰ চুলি পালেগৈ। তৎক্ষণাৎ টেলিফ'ন্ দাঙি লৈ দালাদিয়েক তেওঁ প্ৰস্তাৱ দিলে যে দুই চৰ্কাৰে মিলি বেনেশ্বৰ ওপৰত হেঁচা দি তেওঁক বুজাই দিয়া যাওক যে ইঙ্গ-ফৰাচী প্ৰস্তাৱ গ্ৰহণ নকৰাৰ ফলত যদি জাৰ্মানিৰ লগত চেক'-শ্লভাকিয়াৰ যুদ্ধ লাগে, ফ্ৰান্স আৰু ব্ৰিটেইনৰ সাহায্য যেন চেক্ চৰ্কাৰে আশা নকৰে।

ফৰাচী আৰু ইংৰাজৰপৰা এই সমিচাৰ পাই বেনেশে চকুৰ আগত আন্ধাৰ দেখি, শেষবাৰলৈ গাই বাই চাওঁ বুলি ফৰাচী ৰাষ্ট্ৰদূত লা ক্ৰোৱাক মতাই আনি ক'লে যে হিট্‌লাৰে চেক'-শ্লভাকিয়া আক্ৰমণ কৰিলে ফ্ৰান্সে সন্ধিৰ মৰ্য্যাদা ৰক্ষা কৰিব নে নকৰে সেই সম্বন্ধে এটি পোনপটীয়া উত্তৰ তুৰন্তে তেওঁক লাগে। তেওঁ লা ক্ৰোৱাক এই কথা কৈছিল ২০ চেপ্টেম্বৰৰ দিনা সন্ধিয়া আঠ বজাত; ২১ তাৰিখে নিশা দুই বাজি পোন্ধৰ মিনিট যাওঁতে শোৱা পাটীৰপৰা জগাই বেনেশক তেওঁ জনালেগৈ যে ইঙ্গ-ফৰাচী প্ৰস্তাৱ গ্ৰহণ নকৰিলে চেক'-শ্লভাকিয়াই জাৰ্মানিৰ লগত অকলে যুঁজিব লাগিব।

তাৰ পাছত বেনেশ্বৰ একমাত্ৰ আশা ভৰষাৰ থল ৰ'লগৈ ৰুচিয়া। সেই দিনাই ৰুচ্ পৰৰাষ্ট্ৰ মন্ত্ৰী (Foreign Commissor) লিটভিনফে জেনিভাত এটি বক্তৃতাত উপযাচি ঘোষণা কৰিছিল যে চেক' শ্লভাকিয়াৰ লগত ৰুচিয়াৰ যি চুক্তি আছে সেই চুক্তি ৰুচিয়াই মানি চলিব, অৰ্থাৎ লাগিলে চেক'-শ্লভাকিয়াৰ ফলীয়া হৈ যুদ্ধত নামিব। প্ৰাহাত অৱস্থিত ৰুচ্ ৰাষ্ট্ৰদূতক মতাই আনি বেনেশে তেওঁক সেই সম্বন্ধে সোধাত ৰাষ্ট্ৰদূতে লিটভিনফৰ কথাকে দোহাৰি বেনেশক জনালে যে চুক্তি অনুসৰি চেক্'-শ্লভাকিয়াৰ ফলীয়া হৈ ফ্ৰান্স যুদ্ধত নামিলেহে ৰুচিয়াও নমাৰ কথা, ফ্ৰান্সে সন্ধি-পত্ৰৰ মৰ্য্যাদা ৰক্ষা কৰি চলিলে ৰুচিয়ায়ো চলিব, কিন্তু আগতেই

---

৮৬। But the British and the French were in no mood to allow such a matter as the sanctity of treaties to interfere with the course they had set: *Shirer.*

জনোৱা মতে ৰুচিয়াই অকলে চেক'-শ্লভাকিয়াৰ হকে ওপৰ ভিত্তি কৰিবাহি নোৱাৰিব।

নিৰুপায় হৈ ২১ তাৰিখৰ দিনা ভাটীবেলা চেক্ চৰকাৰে "বাধ্যত পৰি গত্যন্তৰ নথকাত হে আমি এই প্ৰস্তাব গ্ৰহণ কৰিছোঁ" বুলি ঘোষণা কৰি বলি-শাললৈ নিজৰ ডিঙি আগবঢ়াই দিলে। বেনেখে সকলোৰে সাক্ষাতত নাক-মুখ কোঁচাই ক'লে যে "আমাৰ প্ৰতি অতি নীচভাৱে বিশ্বাসঘাতকতা কৰা হৈছে।" এই বিশ্বাসঘাতকতাৰ পোটক চেক'-শ্লভাকিয়াৰ শুভাকাঙ্খী বন্ধুদ্বয়ে—বিশেষকৈ ফ্ৰান্সে—পিছত জোৰাই-জোখাই পাবগৈ।

ঠিক সেই দিনাই (২২ চেপ্টেম্বৰ) ইংলণ্ডৰ ছত্ৰধাৰী প্ৰধান মন্ত্ৰীয়ে আকৌ ঢাপলি মেলিলে হিট্লাৰক চেলাম দিবলৈ জাৰ্মানিলৈ। এইবাৰ জানিবা বৃদ্ধ ইংৰাজ নেতাগৰাকীৰ প্ৰতি অকণমান সদয় হৈ তেওঁক লগ পাবলৈ হিট্লাৰ পৰ্বতৰ টিঙৰপৰা নামি ৰাইন নৈৰ পাৰৰ গডেস্‌বেৰ্গ বোলা চহৰ এখনলৈ আগুৱাই আহিল। নৈৰ এপাৰে এটা হোটেলত থাকিবলৈ দিয়া হ'ল চেম্বাৰলেইনক, আৰু আনপাৰে এটা হোটেলত উঠিলহি হিট্লাৰ।

আবেলি বেলিকা চেম্বাৰলেইনে ফোট বেৰ্ঘা মাৰি মুখত এচটা হাঁহি বিৰিঙাই নৈৰ সিপাৰলৈ গৈ হিট্লাৰক অভিবাদন কৰি জনালে যে তেওঁ (হিট্লাৰে) বিচৰাতকৈও সৰহকৈহে তেওঁক উপযাচি দিবলৈ তেওঁ চেম্বাৰলেইন। প্ৰস্তুত হৈ আহিছে, অৰ্থাৎ গণভোট নোলোৱাকৈয়ে চুডেটেন অঞ্চলৰ কেউখন জিলা জাৰ্মানিক শোধাই দিবলৈ থিৰ কৰা হৈছে, চুডেটেনলেণ্ড আৰু চেক'-শ্লভাকিয়াৰ মাজৰ সীমা ছিদাংকৈ নিৰ্দ্ধাৰণৰ বাবে এটি কমিশ্বন-নিয়োগ কৰা হ'ব, তদুপৰি হিট্লাৰৰ সকলো শংকা দূৰীকৰণৰ অৰ্থে ফ্ৰান্স আৰু ৰুচিয়াৰ লগত চেক'-শ্লভাকিয়াৰ যি চুক্তি আছে তাক নাকচ্ কৰি চেক'-শ্লভাকিয়াক নিৰপেক্ষ ৰাষ্ট্ৰ পতা হ'ব, চেক'-শ্লভাকিয়াৰ নিৰাপত্তা আৰু স্বাধীনতা ৰক্ষাৰ বাবে এটা আন্তৰ্জাতিক গেৰেণ্টিত ব্ৰিটেইনেও চহী দিব।

চেক্ চৰ্কাৰক এক প্ৰকাৰ বলেৰে এই বিলাক চৰ্তত ৰাজী কৰোৱাৰ বাতৰি হিট্লাৰে ইতিমধ্যে গুপুত সূত্ৰেৰে পাইছিল, তথাপি আজল-মঠালি কৰি তেওঁ সুধিলে: চেক্ চৰ্কাৰে এইবিলাক চৰ্ত মানি লৈছেনে? চেম্বাৰলেইনে হাঁহি মাৰি উত্তৰ দিলে: হয়, লৈছে। হিটলাৰে লাহেকৈ তেতিয়া মাত দিলে: কিন্তু যোৱা কেইদিনত ঘটা ঘটনাৱলীৰ পাছত সমস্যাৰ সেই সমাধানে এতিয়া আৰু কাম নিদিব।

কথাবাৰ শুনি আকাশৰপৰা পৰাদিপৰি চেম্বাৰলেইনে উচাপ খাই চকীৰপৰা কঁাপ মাৰি উঠিল, তেওঁৰ ফেঁচামুৱা মুখ শুকাই টেমীৰ মুৰ হ'ল। দুয়োৰে মাজত কিছুপৰ বাচ্যা-বাচি চলিল। তাৰ পাছত কন্দনামুৱা হৈ চেম্বাৰলেইনে আকাৰৰ সুৰত ক'লে : মোৰ নিজৰ ৰাজনৈতিক ভৱিষ্যৎ বিপন্ন কৰি আপোনাৰ ইচ্ছা অনুসৰি মই এই কাৰ্য্য সমাধা কৰিছিলোঁ। আপোনাক সন্তুষ্ট কৰিবলৈ মই চেক'-শ্লভাকিয়াৰ প্ৰতি বিশ্বাসঘাতকতা কৰা বুলিও ইংলণ্ডত বহুতে মোক দুষিছে, আজি মই লণ্ডনৰপৰা যাত্ৰা কৰিবৰ পৰত বাটকৰা-ঘাটকৰাই মোক সিয়ঁাৰিছিল ( booed )। আপোনাৰ সকলো দাবী আমি মানি লোৱা সত্ত্বেও আপুনি মোৰ প্ৰস্তাৱ দলিয়াই পেলাইছে। ইয়াৰ কাৰণ মই একো বুজিব পৰা নাই।

পিছে চেম্বাৰলেইনৰ হাবিত কান্দোনে একো গুণ নিদিলে। খণ্ডত একো নাই যেন হোৱাৰ ভাকতি কৰি চুডেটেন জাৰ্মান প্ৰজাৰ ওপৰত চেক্ চৰকাৰে চলোৱা অমানুষিক অত্যাচাৰৰ ( সকলো অৱশ্যে কাল্পনিক ) আকৌ এখন লম্বা ফিৰিস্তি দাখিল কৰি, মাত সপ্তমলৈ চৰাই, ভালে পৰ আগডাল-বাগডাল বগাই ধমকৰ সুৰত সামৰণি মাৰি হিটলাৰে ক'লে: "গোটেই সমস্যাটোৰ : অক্টোবৰৰ ভিতৰত নিষ্পত্তি হৈ সমাধান হ'ব লাগিব। যুদ্ধৰ হাত সাৰিব খুজিলে তুৰন্তে এইবিলাক অঞ্চলৰপৰা চেকৃইত আঁতৰি যাব লাগিব" বুলি সমুখত থকা মেপ এখনত তেওঁ আঙুলি বুলাই দেখুৱালে। তাৰ পাছত তেওঁ ক'লে, "সীমা সম্বন্ধে প্লেবিচাইট ফ্লেবিচাইটৰ যোগেদি পিছে পৰে যি হয় হৈ থাকিব। মোট কথা হ'ল চুডেটেনলেণ্ড তৎক্ষণাত বিনা চৰ্তে জাৰ্মানিৰ দখললৈ আহিব লাগিব।"[৮৮]

---

৮৮। The whole problem, he shouted, must be settled by 1 October. If war was to be avoided, the Czecks must at once withdraw from the main areas to be ceded—these were marked by the Germans on a map—and allow them to be occupied by German forces. Afterwards a plebiscite could be held to settle the detailed line of the frontier, but the essential condition was a German occupation of Sudentenland at once : *A. B.*

ঘটীয়া পিছবাৰ এইখন টগৰ-বগৰতকৈয়ো হাঁহি উঠা কথা হ'ল যে ইমানতো হিটলাৰৰ প্ৰতি চেম্বাৰলেইনৰ অচলা ভক্তি অকণো টুটা নাছিল। কেইদিন মানৰ পিছত ব্ৰিটিচ পাৰ্লামেণ্টত তেওঁ কৈছিল: I do not want the House to think that Hitler was deliberately deceiving me—I do not think so for a moment—but for me, I expected that when I got back to Godesberg I had only to discuss quietly with him the proposals that I had brought with me; and it was a profound shock to me when I was told...that these proposals were not acceptable. *Shirer*

হিটলাৰে কিয়নো এই টানিবাৰ্জিখন লগাইছিল? লগোৱাৰ কাৰণ আছিল। তেওঁ হুকুম জাৰি কৰি কৈছিল যে অক্টোবৰৰ ভিতৰত চেক'-শ্লভাকিয়াৰ চিনচাব নোহোৱা কৰিব লাগিব। চেম্বাৰলেইনৰ প্ৰস্তাৱত মান্তি হ'লে অকল চুডেটেনলেণ্ডকে লৈ অন্ততঃ কিছুদিনলৈ তেওঁ সন্তুষ্ট হৈ থাকিব লাগিব। তেতিয়াহ'লে সেনাপতিসকলৰ আগত তেওঁৰ মানটোৱেই বা ৰয় কেনেকৈ আৰু তেওঁৰ আগ চকুৰ কণ্টক বেনেশক এশিকা দিবলৈ নাপালে তেওঁৰ বুকুৰ শালেই বা উভাল খাব কেনেকৈ? তাৰ উপৰিও তেওঁৰ মনৰ মাজত আৰু এটি ফন্দী আছিল—তেওঁ জগতক দেখুৱাব খুজিছিল চেম্বাৰলেইন আৰু দালাদিয়েনো কেই আধি কলৰ ভকত।[৮৯]

সাতেপাঁচে চেম্বাৰলেইনৰ প্ৰস্তাৱে হিটলাৰক দোধোৰ মোধাৰত পেলাইছিল। তেওঁৰ সেনাপতিসকলে তেওঁক দঢ়াই দঢ়াই সকীয়াই আছিল যে বলেৰে চেক'-শ্লভাকিয়া অধিকাৰ কৰিবলৈ গ'লে বিশ্ব-যুদ্ধ লগাৰ সম্পূৰ্ণ সম্ভাৱনা আছে, আৰু যুদ্ধ লাগিলে যে জাৰ্মানি ৰসাতললৈ যাব সেই কথা ধ্ৰুৱপ। সেইবোৰ কথা ভাবিগুণি তেতিয়াই যুদ্ধ লগাবলৈকো হিটলাৰে থকা-

--

৮৯। For Adolf Hitler was caught in a dilemma., Though Chamberlain did not know it, the Fuehrer's real objective was to destroy Czecho-Slovakia......and the Fuehrer was determined not only to humiliate President Benes and the Czech Goverment, but to expose the spinelessness of the western powers. : *Shirer*

ঘোষণা কৰিছিল। সেই দেখি তেওঁ পাং পাৰ্তিছিল—পানীত নানামো মাছো ধৰিম বুলি—বিশ্ব-যুদ্ধ নলগোৱাকৈয়ে অষ্ট্ৰিয়াক কৰাদি সমগ্ৰ চেক'-শ্লভাকিয়াক গ্ৰাস কৰাৰ। অকল তেওঁৰ ভাৱ্‌কিতে ইংলণ্ড আৰু ফ্ৰান্সে পোন্ধ সোলোকা দি চুডেটেনলেণ্ড জাৰ্মানিক এৰি দিবলৈ চেক'-শ্লভাকিয়াক বাধ্য কৰাবলৈ চাই হিটলাৰে ভাবিছিল যে বাম-টাঙোন জোকাৰি থাকিলেই চেম্বাৰলেইন আৰু দালাদিয়েই তেওঁৰ সকলো দাবী পৰাটৈক মানি ল'ব।

যি কি নহওক, সেই দিনাৰ বৈঠকত মীমাংসা একো নহ'ল। পাছ দিনা আন এটা আপোচ মীমাংসাৰ প্ৰস্তাব আগ বঢ়াই চেম্বাৰলেইনে নৈৰ ইপাৰৰ পৰা সিপাৰলৈ কেইবাখনিও চিঠি হিটলাৰলৈ পঠালে। আবেলি পৰত পুনৰ হিটলাৰৰ লগত তেওঁ সাক্ষাৎ কৰিলেগৈ [illegible] হিটলাৰে কোমলক ছাৰি এইবাৰ তেওঁৰ দাবী চৰাই দি চেম্বাৰলেইনৰ হাতত এটা টোকা (মেমৰেণ্ডাম) দাখিল কৰিলে। [illegible] সংশ্লিষ্ট [illegible] বড়া বোল দি দেখুৱাই দিয়া [illegible] অঞ্চল জাৰ্মান চৰকাৰক শোধাই দিয়া কাম ২৬ চেপ্টেম্বৰৰ দিনা আৰম্ভ কৰি ২৮ চেপ্টেম্বৰৰ [illegible] সম্পূৰ্ণ কৰিব লাগিব, সেইবোৰ অঞ্চলত থকা [illegible] সামৰিক অনুষ্ঠান [illegible], ৰেল জাহাজ য'ত যেনেকৈ আছে [illegible] তেনেকৈ এৰি দিব লাগিব, লগে লগে চেক প্ৰজাৰ সকলো খাদ্যবস্তু, মাল-মত্তা, গৰু-ম[illegible] আদি [illegible] যেনে আছে সেই দৰে তেওঁলোকে এৰি থৈ যাব লাগিব।[২০]

২০। The memorandum called for the withdrawal of all Czech armed forces, including the police etc., by October 1 from large areas indicated on a map with red shading. A plebiscite was to determine the future of the frontier areas shaded in green. All military installations in the evacuated territories were to be left intact. All commercial and transport materials, "especially the rolling stock of the railway system" were to be handed over to the Germans undamaged. "Finally, no food-stuffs, goods, cattle, raw material etc., are to be removed." The hundreds of thousands→

অক্টোবৰলৈ মই সময় বঢ়াই দিলোঁ। এই বুলি কৈ নিজ হাতেৰে তেওঁ চোকাটোৰ তাৰিখটো শুধৰাই দিলে।

হিটলাৰৰ এই অনুগ্ৰহফেৰা প্ৰকৃততে অনুগ্ৰহ অকণো নাছিল, কাৰণ তেওঁৰ আঁচনি মতে ১ অক্টোবৰতহে চেক'-শ্লভাকিযা আক্ৰমণ কৰাৰ কথা আছিল। কিন্তু সেই ফেৰা অনুগ্ৰহকে পায়েই চেম্বাৰলেইন তেনেই পমি গ'ল। অনপ আগতে দুযোৰ মাজত লগা মুখ-যুঁজৰ ফলত চেম্বাৰলেইনৰ মনত যি বিৰোধ ভাব ভাব জাগিছিল সেই ভাব আঁতৰি গৈ হিট্লাৰৰ লগত তেওঁ আকৌ তই হে তই মই হে মই হৈ পৰিল। আথে-বেথে তেওঁ হিট্লাৰক তেতিয়া ক'লে: আপোনাৰ প্ৰস্তাবৰ উত্তৰ এতিযাই মই দিব নোৱাৰিম, কিন্তু লণ্ডনলৈ উলটি গৈয়েই প্ৰস্তাৱ মোৰ মন্ত্ৰীমণ্ডলীৰ আগত দাঙি ধৰি অতি সোনকালে আপোনালৈ উত্তৰ পঠাম।

নিশা ডেৰটা বজাত এই ভেকো-ভাওনা শেষ হ'ল। চেম্বাৰলেইনে হাঁহি মুখেৰে হিটলাৰৰপৰা বিদায় ল'বৰ পৰত ক'লে যে যোৱা কেইদিনে তেওঁলোক দুজনৰ মাজত হোৱা কথা-বতৰাৰ ফলত দুয়োৰো মাজত সহৃদয়তা আৰু আস্থা জন্মা বুলি তেওঁ অনুভৱ কৰিছে, চেক সমস্যাৰ শান্তিপূৰ্ণ সমাধান হৈ গ'লে আন আন সকলো সমস্যাৰো তেওঁলোক দুজনে মিলি শান্তিপূৰ্ণভাৱে সমাধান কৰিব পাৰিব বুলি তেওঁ ভাবে।

হিটলাৰেও তেতিয়া চেম্বাৰলেইনৰ শলাগ লৈ উত্তৰ দিলে যে তেওঁও সেই আশাকে পোষে। আগতেই তেওঁ দিয়া প্ৰতিশ্ৰুতি অনুসৰি চেক্ সমস্যাৰ সমাধান হোৱাৰ পাছত য়ুৰোপ মহাদেশৰ স্চ্যাগ্ৰ ভূমিও আৰু তেওঁ দাবী নকৰিব বুলি কাণত হাত দি মাটি চুই আকৌ এবাৰ তেওঁ শপতো খালে।

লণ্ডনলৈ উলটি গৈ পাৰ্লামেণ্টৰ বক্তৃতাত তেৰাৰাম প্ৰধানমন্ত্ৰীয়ে কৈছিল যে হিট্লাৰে অতি আন্তৰিকতাৰে (with great earnestness) তেওঁক এই আশ্বাসবাণী শুনাইছিল।

পৰা হ'লে চেম্বাৰলেইনে হিট্লাৰৰ এইবাৰৰ দাবীসমূহো মানি ল'লে-হেতেন, পিছে ব্ৰিটিচ্ মন্ত্ৰীমণ্ডলী আৰু ফৰাচী চৰ্কাৰে এইবাৰ তেওঁৰ হাবিয়াস পূৰণ হ'বলৈ নিদিলে। চেক্ চৰ্কাৰলৈ হিট্লাৰৰ নতুন প্ৰস্তাৱ পঠালত সেই চৰ্কাৰেও প্ৰস্তাৱ মানি ল'বলৈ একে আষাৰে না কৰিলে। ফৰাচী চৰ্কাৰে ঘোষণা কৰিলে যে জাৰ্মানিয়ে চেক'-শ্লভাকিয়া আক্ৰমণ কৰিলে ফ্ৰান্সে চেক'-শ্লকাভিয়াৰ হকে যুদ্ধত নামিব। ফলত পৰা শিঙৰাটি হৈ চেম্বাৰলেইনেও

শেহাস্তৰত ঘোষণা কৰিবলৈ বাধ্য হ'ল যে চেক'-শ্লভাকিয়াৰ ফলীয়া হৈ ফ্রান্স যুদ্ধত নামিলে ইংলণ্ডয়ো তাকে কৰিব।

হিট্‌লাৰলৈ এই সমিচাৰ পঠোৱাৰ পাছতো কিন্তু চেম্বাৰলেইনে তেওঁৰ বিশ্বস্ত বন্ধুক তুষ্ট কৰাৰ চেষ্টা চলায়েই থাকিল। উপৰোক্ত ঘোষণা জাৰি কৰিয়েই তেওঁ চাৰ হৰেইচ্ উইলচনক আকাশী জাহাজেৰে তত্তাভুকুতাকৈ পঠালে হিট্‌লাৰলৈ এখন চিঠি দি। চিঠিত তেওঁ লিখিলে যে যদিও চেক্ চৰ্কাৰে গডেচ্‌বেৰ্গৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰিলে তথাপি ব্ৰিটিচ্ প্ৰতিনিধিৰ মধ্যস্থতাত যদি জাৰ্মান চৰ্কাৰে চেক চৰ্কাৰৰ লগত পোনপটীয়াকৈ কথা-বতৰা হ'বলৈ মান্তি হয়, তেতিয়াহ'লে সকলোবোৰ সমস্যাৰ শান্তিপূৰ্ণভাৱে সমাধান কৰিব পৰা হ'ব।

২৬ চেপ্টেম্বৰৰ দিনৰ আবেলি পাঁচ বজাত ব্ৰিটিচ ৰাষ্ট্ৰদূত হেণ্ডাৰচনেৰে সৈতে চাৰ হৰেইচ্ উইলচনে হিটলাৰক দেখা কৰিলেগৈ। হিট্‌লাৰৰ চেক্ৰেটৰী বনাম দোভাচী স্মিটে যেতিয়া এই বাক্যষাৰ জাৰ্মান ভাষালৈ তৰ্জমা কৰি হিট্‌লাৰক শুনালে—The Czech Government regard the proposal as totally unacceptable—হিটলাৰে তেতিয়া বহা চকীৰপৰা জাঁপ মাৰি বৌ বৌৱাই উঠি "এই বিলাক বাবে ঃচত কথা চোবাই থকাৰ আৰু সকাম নাই" বুলি কৈ কথাৰ মূৰ মাৰি কোঠাটোৰপৰা ওলাই যাবলৈ দুৱাৰৰ পিনে খোজ ল'লে। উইলচনে দেউতাবিধতা কৰিহে চিঠিৰ বাকী ডোখৰ শুনিবলৈকো তেওঁক মান্তি কৰিছিল্। স্মিটে চিঠিখন ভাঙি গাই যাওঁতে হিট্‌লাৰে ঠায়েঠায়েখমকি উঠি চিঞৰিবলৈ ধৰিলে: "সিহঁতে আমাক 'নিগাৰ' পাইছে নেকি? আনকি তুৰ্কীহঁতৰ লগতো সিহঁতে এনে ব্যৱহাৰ কৰিবলৈ সাহ নাপালেহেঁতেন।" চিঠি পঢ়া শেষ হ'লত উগ্ৰ মূৰ্তি ধৰি তেওঁ চূড়ান্ত জবাব দিলে: ১ অক্টোবৰৰ দিনা মই চেক'-শ্লভাকিয়া দখল কৰিম। ফ্ৰান্স আৰু ইংলণ্ডই যদি আমাক আক্ৰমণ কৰিব খোজে কৰক, মই তাৰ বাবে পোৱাইকো পৰোৱাই কৰোঁ।[২১]

উইলচনে আকৌ ভালেমান পৰ কাবৌ-কোকালি কৰাৰ পাছত জানিব:

---

২১। "On October 1 I, shall have Czecho-Slovakia where I want her. If France and England decide to strike. let them...I do not care a pfenning." : *Shirer*

এই বন্দৱস্তত হিট্‌লাৰ ৰাজী হ'ল যে চেক্‌ চৰকাৰে যদি গডেচ্‌বের্গৰ প্ৰস্তাৱ মানি লৈ ১ অক্টোবৰৰ দিনা চুডেটেনলেণ্ডৰ দখল জাৰ্মানিক এৰি দিয়ে, তেতিয়াহ'লে মেপত দেখুওৱা চেক'-শ্লভাকিয়াৰ আন আন বিলাক অঞ্চল সম্বন্ধে মীমাংসালৈ আহিবলৈ চেক্‌ চৰকাৰৰ লগত কথা-বতৰা হ'বলৈ জাৰ্মান চৰকাৰ মান্তি হ'ব। তেওঁৰ সেনাই চেক'-শ্লভাকিয়া আক্ৰমণ কৰিব নালাগে যদি আঠচল্লিছ ঘণ্টাৰ ভিতৰত—অৰ্থাৎ ২৮ চেপ্টেম্বৰৰ, বুধবাৰৰ দিনা দিনৰ দুই বজাৰ ভিতৰত—এই বন্দৱস্তত চেক্‌ চৰকাৰ মান্তি হোৱা বুলি খাটাং [illegible]ৰ তেওঁ পাব লাগিব।

হিট্‌লাৰৰ দমদমনিত চাৰ হৰেইচ্‌ উইলচনৰ উত্তৰ চুটি হ'ল। তেওঁ সেমেনা-সেমেনি কৰি বিদায় লওঁতে হিট্‌লাৰে জানিবা তেওঁৰ প্ৰতি অলপ সদয় হোৱা যেন হৈ ক'লে : আজি সন্ধিয়া স্পৰ্টচ্‌পালাটত (ষ্টেডিয়াম) মোৰ বক্তৃতা শুনিবলৈ নহাকৈ নাথাকিব॥

হিট্‌লাৰৰ সেই দিনাৰ বক্তৃতাই বোলে ২২ চেপ্টেম্বৰৰ বক্তৃতাকো চেৰ পেলাইছিল। মিছা কথাৰ চাং পাতি নিজৰ কুকৰ্মৰ বাবে আনক জগৰীয়া কৰি জগতৰ চকুত ধূলি দিব পৰা হিট্‌লাৰৰ অদ্ভুত ক্ষমতাৰ চানেকী ৰূপে তেওঁৰ সেই দিনাৰ বক্তৃতাটিয়েই আছিল বোলে ধাছকবনিয়া। নমুনা হিচাপে তাৰে ডুআঘাৰমান কথা তুলি দিয়া যাওক :—

চেক্‌ চৰকাৰৰ অত্যাচাৰৰ হাত সাৰিবলৈ চুডেটেনলেণ্ডৰপৰা প্ৰাণ লৈ পলাই অহা জাৰ্মান লোকৰ সংখ্যা দহ হাজাৰৰ পৰা কেইদিনমানৰ ভিতৰতে দুই লাখ চৈধ্য হাজাৰলৈ চৰিছে, গাঁও কে গাঁও জুই দি উজাৰ কৰা হৈছে। হেৰ্‌ বেনেশ্বে ভাবিছে যি মন যায় তাকে তেওঁ কৰিব পাৰে, কাৰণ ফ্ৰান্স আৰু ইংলণ্ড তেওঁৰ ফালে আছে। তেওঁৰ উদ্ধতালিবোৰ সহি থকা আমাৰ পক্ষে অসম্ভৱ হৈ উঠিছে। হেৰ্‌ বেনেশ্বে মনত ৰখা উচিত হ'ব যে চেক্‌ লোকৰ সংখ্যা মাত্ৰ সাত নিযুত আৰু আমাৰ সাত কোটি পাঁচ নিযুত। মোৰ ধৈৰ্য্যৰ সীমা পাৰ হৈ গৈছে। যুদ্ধ লাগে নে শান্তি লাগে সেই কথাৰ মীমাংসাৰ ভাৰ এতিয়া তেওঁৰ (বেনেশ্বৰ) ওপৰত। আমাৰ কৰ্তব্য কৰিবলৈ আমি দৃঢ়-প্ৰতিজ্ঞ। দুয়োটা পন্থাৰ যিটো লাগে তাকে তেওঁ বাছি লওক।

পাছ দিনা আকৌ এবাৰ উইলচন হিট্‌লাৰৰ সমীপত উপস্থিত হ'ল। হিট্‌লাৰৰ আঁচনি অনুসৰি জাৰ্মান সেনাই চেক'-শ্লভাকিয়া আক্ৰমণ কৰিলে এখন য়ুৰোপীয়, নাইবা বিশ্ব-যুদ্ধ, যে নিৰ্ঘাৎ লাগিব সেই কথা বুজাবলৈ

তেওঁ চেষ্টা দিলত হিট্‌লাৰে উত্তৰ দিলে : তাৰ মানে হ'ল ফ্ৰান্সে জাৰ্মানি আক্ৰমণ কৰিলে ইংলণ্ডয়ো তাকে কৰিব, বঢ়িয়া কথা। আপোনাৰ ভৱিষ্যতে আপোনাৰ চৰ্কাৰে পঠোৱা এই বাতৰিটি মই টুকি ললোঁ। ফ্ৰান্স্ আৰু ইংলণ্ডই আমাক আক্ৰমণ কৰিব খোজে যদি কৰক ; সেই কথা লৈ মই মূৰ ঘমোৱা নাই। মই তাৰ বাবে সাজু। আজি মঙ্গলবাৰ, অহা সোমবাৰে যুদ্ধ আৰম্ভ হ'ব।[২২]

ঠোঁটমোট চেম্বেৰ্লিন উইলচন চাহাব আঁতৰি যোৱা মাত্ৰকে চেক'-শ্লভাকিয়া আক্ৰমণৰ সকলো যো-যা পানী নসৰকা কৰিবলৈ হিট্‌লাৰে সৈন্যবাহিনীলৈ ছিদাং আদেশ পঠালে।

পিছে বাহিৰে এই দৰে কথাহি মাৰি আছিল যদিও পেটে পেটে তেতিয়াই বিশ্ব-যুদ্ধ এখন লগোৱাৰ আখিন্দা হিট্‌লাৰৰ সমূলি নাছিল। ইতিমধ্যে তেওঁ চেম্বাৰলেইনক ভালুৰপৰা জনুৱাইলৈকে পাইছিল। সেই কাৰণে হিট্‌লাৰে তেতিয়াও আশা কৰিছিল তেওঁৰ (চেম্বাৰলেইনৰ) অনুগ্ৰহতে বিনা-যুদ্ধে নিজৰ অভীষ্ট সিদ্ধি হ'ব বুলি। পিছে অতি বুধিয়কৰো মাজে সময়ে ডিঙিত কাঁচ লাগে। হিটলাৰে তেওঁৰ পাং বোৰ পাতি থাকোঁতেই ফ্ৰান্সৰপৰা বিষম বাতৰি আহিল। পাৰীৰপৰা জাৰ্মান দূতাবাসে গুপুত বাতৰি পঠালে যে পঁয়ষষ্ঠি ডিভিজন সৰাচী সেনাক জাৰ্মান সীমান্তলৈ পঠোৱাৰ আয়োজন কৰা হৈছে। সেই সীমান্তত তেতিয়া জামান সেনা আছিল মুঠেই বাৰটা ডিভিজন। এই বাতৰি পাই হিটলাৰ বিগলিত পৰিল। চেক'-শ্লভাকিয়া আক্ৰমণ নকৰিলেও তেওঁৰ মুখ নৰয়, কৰিলেও দেখোন বিপদ, এপিনে অগ্নি এপিনে সমুদ্ৰ। যেই হওক, এনে জটিল পৰিস্থিতিতো ধৈৰ্য্য এৰা বিধৰ লোকত হিট্‌লাৰ নাছিল। আগৰ দুবাৰৰ দৰে আকৌ এবাৰ তেওঁ চেম্বাৰলেইনক বুধি ছলনেৰে

---

২২। That means if France chooses to attack Germany, England feels it her duty to attack Germany also. I can only take note of this communication……. If France and England strike, let them do so. It is a matter of complete indifference to me. I am prepared for every eventuality. It is Tuesday today, and by next Monday we will be at war : *A. B.*

ছলিবলৈ ওলাল : এইবাৰ সুৰ সলনি কৰি মোলায়েমকৈ চেম্বাৰলেইনলৈ তেওঁ লিখিলে :

চুডেটেনলেণ্ড জাৰ্মানিৰ হাতলৈ আহিলে চেক'-শ্লভাকিয়াৰ আত্মৰক্ষাৰ বাট মৰিব, আৰু তেতিয়াহ'লে জাৰ্মান সেনাই চুডেটেনলেণ্ডৰ সীমাতে ন'ৰৈ চেক'-শ্লভাকিয়াৰ আন আন অংশও দখল কৰিবগৈ ইত্যাদি ভয়ৰ কাৰণবিলাক অমূলক। জাৰ্মানিয়ে চেক'-শ্লভাকিয়াৰ আন কোনো অংশ দখল নকৰিব বুলি নিজে গৈ প্ৰতিশ্ৰুতি দিবলৈকো মই ৰাজী আছোঁ। ইংলণ্ড আৰু ফ্ৰান্সৰপৰা সহায় পোৱাৰ আশাত হে এখন বিশ্ব-যুদ্ধ লগাবলৈ চেক'-শ্লভাকিয়া ওলাইছে। তাকে চাই, এই শেষ মুহূৰ্ত্ততো প্ৰাগৰ চৰ্কাৰক যুক্তিৰ বাটলৈ আনিবলৈ আকৌ এবাৰ আপুনি চেষ্টা দিয়া যুগুত হ'বনে নহয় সেই কথা গমি চাবলৈ আপোনাক মই অনুৰোধ জনালোঁ।[৯৩]

হিট্‌লাৰৰ এই পাট ব্ৰহ্মাস্ত্ৰই আশানুৰূপ ফল দিলে। চোৰৰ শপতত্তে পমি গৈ চেম্বাৰলেইনে এইবাৰ বিটো বাট ধৰিব তাৰ জহতে হিট্‌লাৰৰ কাম নিৰহনিপানীকৈ সিজিবগৈ। অৱশ্যে, হিট্‌লাৰৰ টোপ গিলি আপোন বধক লাগি লৈলা গলপাশ বুলি চেম্বাৰলেইন চাহাবে অতি সোনকালে পানী পানীকৈ শিকিবগৈ।

৯৩। "I must leave it to your judgement [he concluded] whether, in view of these facts, you consider that you should continue your effort......to spoil such manœuver and bring the Government in Prague to reason at the very last hour". : *Shirer*.

## চতুৰ্থ অধ্যায়

### সাত

### চেম্বাৰলেইনৰ বান্দৰ নাচ (৩)

২১ চেপ্টেম্বৰৰ দিনা আবেলি পৰত চাৰ হৰেইচ্ উইল্‌চন্ উলটি লণ্ডন পালেগৈ। তেওঁৰ মুখে সকলো বৃত্তান্ত শুনি লণ্ডনত সকলোৰে, আন কি চেম্বাৰলেইনৰো, মুখ শুকাল। যুদ্ধৰ হাত সবাৰ আশাত এচলু পানী দি ব্ৰিটিচ্ চৰ্কাৰে ইমাৰজেন্সি ঘোষণা কৰি নৌবাহিনীক যুদ্ধৰ বাবে সজ্জ কৰিলে। জাৰ্মান বোমাৰপৰা প্ৰাণ ৰক্ষা কৰিবলৈ লণ্ডনত ট্ৰেঞ্চ্ খনোৱা কাম আৰম্ভ হ'ল, পঢ়াশলীয়া ল ৰা-ছোৱালীক লণ্ডনৰপৰা আঁতৰাই নিবাৰ ব্যবস্থা কৰা হ'ল। ফৰাচী ৰাজধানীতো তদ্ৰূপ আয়োজন চলিল। চেম্বাৰলেইনে প্ৰেচিডেণ্ট বেনেশ্বক জনালে, যে আনেকা দিনা (২৮ চেপ্টেম্বৰ) দিনৰ দুই বজাৰ ভিতৰত হিটলাৰৰ দাবী মানি ন'ললে জাৰ্মান সেনাই চেক'-শ্লভাকিয়া আক্ৰমণ কৰিব, তাৰ বাবে যেন চেক্ চৰ্কাৰ প্ৰস্তুত হয়। সামৰণিত তেওঁ ক'লে: "এখন বিশ্ব-যুদ্ধৰ পৰিণাম অৱশেষত গৈয়েই নহওক লাগে, জাৰ্মান সেনাই বহিমিয়া (চেক'-শ্লভাকিয়াৰ এক অংশ) ছাৰখাৰ কৰিব, সেই কথা যেন নাপাহৰে," অৰ্থাৎ এতিয়াও হিটলাৰৰ কবলৰপৰা উদ্ধাৰ পোৱাৰ উপায় আছে, তাকে চাই হিটলাৰৰ দাবী মানি লোৱা সমীচীন হ'ব নে নহয়, ভাবি চাওক। চেম্বাৰলেইনৰ এই উপদেশবাণীৰপৰা ইয়াকে বুজা যায় যে সম্ভাব্য বিশ্ব-যুদ্ধৰ বাবে তেওঁ হিটলাৰক জগৰীয়া পতা নাছিল, পাতিছিল বেনেশ্বক।

বেনেশে এই সঁকীয়নিৰ উত্তৰ দিবলৈ নৌ পাওঁতেই চেম্বাৰলেইনে আকৌ তেওঁলৈ প্ৰস্তাৱ পঠালে: চুডেটেন্‌লেণ্ডৰ যি অংশত চেক'-শ্লভাকিয়াৰ আত্মৰক্ষামূলক গড, কোঁঠ আদিৰ আৱলীটি আছে, তাৰ বাহিৰে থকা অঞ্চলটো অন্ততঃ ১ অক্টোবৰৰ দিনা জাৰ্মানিক শোধাই দিয়ক। আন কি কি অঞ্চল জাৰ্মানিক এৰি দিব লাগিব সেই কথাৰ মীমাংসা চেক্, জাৰ্মান আৰু ইংৰাজ প্ৰতিনিধিৰে গঠিত এটি কমিশনে পিছত কৰিব।

"The only alternative to this plan would be an invasion and a dismemberment of the country by force, and Czechoslovakia, though a conflict might arise which would lead to incalculable loss of life, could not be reconstituted in her frontiers whatever the result of the conflict may be."

চেম্বাৰলেইনৰ এই সতৰ্ক বাণীটিৰ মৰ্ম আছিল: দোহাই প্ৰেচিডেন্ট্ বেনেশ্, এই প্ৰস্তাৱ মানি লৈ নিজক আৰু আমাক নিস্তাৰ কৰাঁ, ন'হ'লে আমাৰ ফালে যি হওক নহওক, তোমাৰ দেশ ধ্বংস হ'ব, সেই কথা সুঁৱৰিবা; এনে স্থলত মিছাতে ইউৰোপ মহাদেশক যুদ্ধত জাহ যাবলৈ কিয় দিব লাগে? পোনপটীয়াকৈ ক'বলৈ গ'লে চেম্বাৰলেইনৰ মনৰ ভাব আছিল, তুমি হেনেও মৰিবাঁ তেনেও মৰিবাঁ, লগতে আমাকো বধিবলৈ ওলাইছা কিয়? সেই দিনা গধূলি ছাবে আঠ বজাত চেম্বাৰলেইনে পাৰ্লামেণ্টত দিয়া ভাষণত তেওঁৰ মনৰ সেই ভাব স্পষ্টকৈ ফুটি ওলাইছিল:

How horrible, fantastic, incredible it is that we should be digging trenches.. . .here because of a quarrel in a faraway country between people of whom we know nothing......I would not hesitate to pay a third visit to Germany if I thought it would do any good... ..However much we may sympathize with a small nation confronted by a big and powerful neighbour, we cannot in all circumstances undertake to involve the whole British Empire in a war simply on her account. If we have to fight it must be on larger issues than that.

সমুখত ঘনাই অহা যুদ্ধৰ ডাৱৰে ২৮ তাৰিখৰ দিনা পুৱা বেলা লণ্ডন, পাৰী, ৰ'মা, বাৰ্লিন—চাৰিউখনি ৰাজধানীলৈ দিনতে নিশাৰ আন্ধাৰ নমাই আনিলে। চাৰিউখনি ৰাজধানী সেই দিনা পুৱা (যাক বুৰঞ্জীত বোলা হয় Black Wednesday) বিহ্বল, ম্ৰিয়মান, কাৰণ কোনেও সেই সময়ত যুদ্ধ বিচৰা নাছিল। এই পৰিস্থিতিতে জেনেৰেল হালডাৰ আৰু তেওঁৰ লগৰীয়া ষড়যন্ত্ৰকাৰী কিজনে জাৰ্মানিৰ ধ্বংসৰ মুখৰপৰা তাৰিবলৈ কঁকালত টঙালি বান্ধিলে। তেওঁলোকে থিৰ কৰিলে যে হিট্‌লাৰে চেক'শ্লভাকিয়া আক্ৰমণৰ

আদেশ জাৰি কৰা মাত্ৰকে তেওঁক গ্ৰেপ্তাৰ কৰি বাইজৰ আদালতত (Peoples' Court) বিচাৰৰ বাবে হাজিৰ কৰা হ'ব। পিছে ইতিমধ্যে তলে তলে কেনে ধৰণৰ কাৰ্য্যকলাপ চলিবলৈ ধৰিছিল সেই বিষয়ে সেনাপতি কিজনে একোকে গম পোৱা নাছিল।

হিটলাৰে আগ দিনা পঠোৱা চিঠিখন নিশা ছাবে দহ বজাত চেম্বাৰলেইনৰ হাতত পৰিলহি। পানীত পৰা মানুহে খেৰ-কুটাকো আকুলি-বিকুলিকৈ বুকুত সাৱটি লোৱাদি চিঠিখনকে বুকুত সাবটি লৈ চেম্বাৰলেইনে ততালিকে হিটলাৰলৈ উত্তৰ দিলে :

আপোনাৰ চিঠি পঢ়ি মোৰ মনৰ সকলো খুকুৰি ভাগিল। মোৰ দৃঢ় বিশ্বাস হৈছে যে যুদ্ধৰ বাটলৈ নোযোৱাকৈ আপুনি বিচৰা মতে সকলোখিনি আপোনাক দিব পৰা হ'ব। ইতালি আৰু ফ্ৰান্সৰ প্ৰতিনিধিৰে সৈতে আপোনাক লগ পাবলৈ জাৰ্মানিলৈ যাবলৈ মই সাজু হৈ আছোঁ। এসপ্তাহৰ ভিতৰতে আমি যে কিবা এক মীমাংসাত উপনীত হ'ব পাৰিম সেই সম্বন্ধে মোৰ কেশমানো সন্দেহ নাই। বহুদিনীয়া পুৰণি এই সমস্যাটোৰ সমাধান কৰিবলৈ দুদিনো বাট নাচাই আপুনি যে এখন বিশ্ব-যুদ্ধ লগোৱাৰ দায়িত্ব ল'ব সেই কথা মই বিশ্বাস কৰিব নোৱাৰোঁ।[২৪]

লগে লগে চেম্বাৰলেইনে মুচলিনিলৈ এখনি গোহাৰি পঠালে, বলাই-ঘটাই হিটলাৰক অন্ততঃ দুটামান দিনলৈ ক্ষান্ত কৰিবলৈ। চেম্বাৰলেইনৰ এইবাৰৰ প্ৰস্তাৱ আছিল চাৰি-চৰা : জাৰ্মানি, ইতালি ইংলণ্ড আৰু ফ্ৰান্সৰ ৰাষ্ট্ৰনায়কজনে একেলগে বৈঠকত বহি চেক সমস্যাৰ ততালিকে সমাধান

২৪। After reading your letter I feel certain that you can get all essentials without war, and without delay I am ready to come to Berlin myself at once to discuss arrangements together with representatives of France and Italy, if you desire I feel convinced we can reach agreement in a week I cannot believe that you will take responsibility of starting a world war which may end civilization for the sake of a few days' delay in settling this long-standing problem.

কৰিব লাগে। মুচলিনিও সেই সময়ত যুদ্ধৰ বাবে তৈয়াৰ নাছিল। গতিকে চেম্বাৰলেইনৰ প্ৰস্তাৱকে সমৰ্থন কৰি হিট্‌লাৰক পৰামৰ্শ দিবলৈ তেওঁ মান্তি হ'ল।

ফৰাচী চৰ্কাৰে এই বিষয়ে তেতিয়ালৈকে একো গম পোৱা নাছিল। ১১ বজাৰ অলপ পাছত (২৮ চেপ্টেম্বৰ) ফৰাচী ৰাষ্ট্ৰদূত ফ্ৰাঁচোৱা পঁচে হিট্‌লাৰৰ সমীপত উপস্থিত হ'ল ফৰাচী চৰ্কাৰৰ এটি প্ৰস্তাৱ লৈ। সেইটি প্ৰস্তাৱৰ মৰ্ম আছিল যে গোডেচ্‌বেৰ্গৰ প্ৰস্তাৱকে প্ৰায় সম্পূৰ্ণৰূপে মানি লৈ ১ আৰু ১০ অক্টোবৰৰ ভিতৰত চুডেটেনলেণ্ড জাৰ্মানিক শোধাই দিবলৈ চেক্‌ চৰ্কাৰক বাধ্য কৰিবলৈ ফৰাচী চৰ্কাৰ প্ৰস্তুত, গতিকে হিট্‌লাৰ যেন ক্ষান্ত হয়।

ফৰাচী ৰাষ্ট্ৰদূতৰ লগত হিটলাৰে কথা-বতৰা কৈ থাকোতেই ইতালীয় ৰাষ্ট্ৰদূত আতলিক'ই চানচেলাৰিত উপস্থিত হৈ জনালে যে মুচলিনিৰপৰা অতি জৰুৰী বাতৰি লৈ তেওঁ ফ্যুৰাৰক লগ পাবলৈ আহিছে। ফ্ৰাঁচোৱা পঁচেক বৈঠকখানাতে এৰি হিট্‌লাৰে আন এটা কোঠালীত আতলিক'ক দেখা কৰিলেগৈ। মুচলিনিয়ে প্ৰস্তাৱ পঠাইছিল যে হিট্‌লাৰে য'তে যেতিয়াই বিচাৰে সেই ঠাইতে তেওঁ নিজে আৰু ইঙ্গ-ফৰাচী প্ৰধানমন্ত্ৰীদ্বয় উপস্থিত হৈ হিট্‌লাৰৰ সৈতে মকাবিলা কৰি তেওঁলোকে চেক্‌ সমস্যাৰ এটি শান্তিপূৰ্ণ মীমাংসাত উপনীত হোৱাৰ উপায় উলিয়াব। তাকে চাই তেওঁৰ অতি প্ৰিয় বন্ধু ফ্যুৰাৰে যেন অন্ততঃ এটা দিনলৈ চেক্'-শ্লভাকিয়া আক্ৰমণ স্থগিত ৰাখে।

বুকুৰ বান্ধৰ খাটনি দলিয়াই পেলাবলৈ হিটলাৰে টান পালে। মুচলিনিৰ প্ৰস্তাৱত মান্তি হৈ পাছ দিনা তেওঁক মিউনিকত লগ পাবলৈ তিনিউলৈকে (মুচলিনি, চেম্বাৰলেইন আৰু দালাদিয়ে) হিট্‌লাৰে আমন্ত্ৰণ জনালে। যিখন দেশৰ ভাগ্য সেই বৈঠকত নিৰ্ণয় কৰা হ'ব সেইখন দেশৰ প্ৰতিনিধিক হ'লে তালৈ মতা ন'হল। ৰুচিয়াৰ ডিক্টেটৰ ষ্টেলিনকো বৈঠকলৈ নিমন্ত্ৰণ কৰাৰ আৱশ্যকতা কোনেও বোধ নকৰিলে, যদিও ৰুচিয়াৰ মুখপাত্ৰই চেক্'-শ্লভাকিয়াৰ স্বত্ব ৰক্ষা কৰি চলিব বুলি ইতিমধ্যে ডবাৰকৈ সকলোকে জনাই থৈছিল। এই অপমানৰ পোটক ষ্টালিনে ইংলণ্ড আৰু ফ্ৰান্সৰ ওপৰত অতি সোনকালে তুলিবগৈ।

হিট্‌লাৰৰ আমন্ত্ৰণৰ কথা চেম্বাৰলেইনে ভাটীবেলা তিনি বজাত পাৰ্লামেণ্টক জনালত পাৰ্লামেণ্টৰ মেম্বৰ গোটেইমখাই আনন্দত মতলীয়া হৈ

Thank God for our Prime Minister বুলি ধ্বনি তুলি নাচিবলৈ ধৰিলে। দৰ্শকৰ গেলেৰিৰপৰা চেক্ ৰাষ্ট্ৰদূতে এই দৃশ্য দেখি নিজৰ চকুকে বিশ্বাস কৰিব পৰা নাছিল। পাৰ্লামেণ্টৰ অধিবেশনৰ অন্তত তেওঁ প্ৰধানমন্ত্ৰী চেম্বাৰলেইন আৰু পৰৰাষ্ট্ৰ মন্ত্ৰী হেলিফেক্সক লগ ধৰি চেক্'-শ্লভাকিয়াৰ প্ৰতিনিধিকো বৈঠকলৈ মতা হ'বনে নে নহয় বুলি সুধি উত্তৰ পালে, ন'হব, কাৰণ তেনে ব্যৱস্থা হিট্‌লাৰে পছন্দ নকৰিব। ৰাষ্ট্ৰদূত মাচাৰিকে সেই কথা শুনি দুয়োজন ভগৱান্ভীৰু পুৰুষলৈ কিছু পৰ ঠৰ হৈ চাই থাকি অন্তত ক'লে : জগতৰ শান্তি ৰক্ষাৰ অৰ্থেহে যদি মোৰ দেশখনক আপোনালোকে বলি দিবলৈ ওলাইছে তাৰ বাবে মই আপোনালোকৰ গুণ গাম ; কিন্তু যদি হে ফল ওলোটা হয়, ঈশ্বৰ আপোনালোকৰ সহায় হওক।[১৫]

চেম্বাৰলেইনে যে নিজৰ গা বচাবলৈ চেক'-শ্লভাকিয়াক বলি দিবলৈকেহে মিউনিকলৈ যাবলৈ ওলাল সেই কথা কাৰো বুজিবলৈ বাকী নাথাকিল। ফলত বিশ্ব চৰথৰীয়াতি পৰিলহি বপুৰা ষড়যন্ত্ৰকাৰী জাৰ্মান সেনাপতি আৰু ডকটৰ শাখ্‌টকে আদি কৰি অসামৰিক নেতা কেইজনমান। দ্বিতীয় মহা-

১৫। Jan Masaryk, the Czech Minister, the son of the founding father of the Czechoslovak Republic, looked on from the diplomatic gallery, unable to believe his eyes. Later he called on the Prime Minister and the Foreign Secretary in Downing Street to find out whether his country, which would have to make all the sacrifices would be invited to Munich. Chamberlain and Halifax answered that it would not, that Hitler would not stand for it. Masaryk gazed at the two God-fearing Englishmen and struggled to keep control over himself.

"if you have sacrificed my nation to preserve the peace of the world", he finally said, "I will be the first to applaud you. But if not, gentlemen, God help your souls : *Shirer*

সময়ৰ অন্তত ন্যুৰেমবের্গৰ বিচাৰত জবানবন্দী দিওঁতে ষড়যন্ত্ৰকাৰীসকলৰে এজন মুখিয়াল, গিচেভিয়াচে কৈছিল :

এনেতে অসম্ভৱ ঘটনা ঘটিল। চেম্বাৰলেইন আৰু দালাদিয়ে মিউনিকলৈ আহিবলৈ ওলাল। আমাৰ ষড়যন্ত্ৰৰ গুৰিতে কুঠাৰ পৰিল। তথাপি মই আঁচনি অনুসৰি কাম সমাধা কৰাৰ কথাকে ভাবিছিলোঁ, কিন্তু ভিট্‌চলেবেনে ( আন এজন ষড়যন্ত্ৰকাৰী নেতা ) মোক বুজাই দিলে যে বিজয়ী হিট্‌লাৰৰ বিৰুদ্ধে আমাৰ সেনাই কেতিয়াও বিদ্ৰোহ নকৰিব। চেম্বাৰলেইনে হিট্‌লাৰক ৰক্ষা কৰিলে।[৯]

যুদ্ধ নিদিয়াকৈ, কেৱল ভাবুকি দিয়েই, যদি ফ্যুৰাৰে যি বিচাৰে তাকে আদায় কৰিব পাৰে তেনেহ'লেনো জাৰ্মান সৈন্যবাহিনীয়ে বা অসামৰিক প্ৰজাই তেওঁৰ বিৰুদ্ধে সেনাপতিসকলৰ ষড়যন্ত্ৰ কিয় সমৰ্থন কৰিবলৈ যাব ? ক্ষমতাৰ নিচাত উন্মত্ত হিট্‌লাৰক গদীৰপৰা খহোৱাৰ এনে সোণালী সুযোগ জাৰ্মান সেনাপতি আৰু অসামৰিক নেতাসকলে তুনাই আৰু নাপাব।

মিউনিকৰ বৈঠকৰ সময় বন্ধা হৈছিল ২৯ চেপ্টেম্বৰৰ দিনা ভাটীবেলা দুই বজাত। সেই দিনা পুৱা দোকমোকালিতে হিট্‌লাৰে মুচলিনিক অষ্ট্ৰিয়াৰ আদৰিয়াত গৈ লগ ধৰি তেওঁৰ লগত মিউনিকলৈ ৰেলত একেলগে আহিল। বাটছোৱাত হিটলাৰে তেওঁৰ মনৰ গুপুত আখিন্দা বুকুৰ বান্ধৰ আগত বেকত কৰি ক'লে যে এতিয়ালৈ মিত্ৰমাত হ'লেও পিছলৈ তেওঁ চেক'-শ্লভাকিয়াৰ অস্তিত্ব নাইকিয়া কৰিহে এৰিব। "অনতিবিলম্বে আমি দুয়ো ( জাৰ্মানি আৰু ইতালি ) মিলি ফ্ৰান্স আৰু ইংলণ্ডৰ বিৰুদ্ধে যুদ্ধ দিবই লাগিব। অহা বছৰ শৰৎ কালিলৈ আমি তাৰ বাবে তৈয়াৰ হ'ব পাৰিম।" ইংলণ্ডৰ প্ৰধান মন্ত্ৰীয়ে কেনেবাকৈ হিটলাৰৰ এই কথা কিআযাৰ শুনা হ'লে ফেকুৰি ফেকুৰি চাগৈ বিনালেহেঁতেন :

---

৯৬। The impossible had happened. Chamberlain and Daladier were flying to Munich. Our revolt was done for. For a few hours I went on imagining that we could revolt anyway. But Witzleben soon demonstrated to me that the troops would never revolt against the victorious Fuehrer...*Chamberlain saved Hitler* : quoted by *Shirer*

কলিকাল ঘোৰ ;
যাৰ বাবে চুৰ কৰোঁ, সিয়ে বোলে চোৰ।

বৈঠকত তেওঁ কি কি দাবী কৰিব সেই সম্বন্ধে সকলো কথা বেলত কৈ হিট্‌লাৰে মুচলিনিৰ সম্মতি আদায় কৰিলে। সিহাতে কিন্তু চেম্বাৰলেইন চাহাবে তেওঁৰ মনৰ কথাৰ ফুটকে দালাদিয়েক নিদিলে। কাৰণ আগতে কোৱাই হৈছে যে হিট্‌লাৰে যি দিচাবে তাকে দি পৰিত্ৰাণ পাবলৈকে মনে মনে থিৰ কৰিয়েই চেম্বাৰলেইন মিউনিখলৈ আহিছিল, দালাদিয়েৰ আগত মনৰ কথা ভাঙিলে জানোচা তেওঁ বিধিপথালি দিয়ে।[৯০]

দিনৰ দুই বজাত নতুনকৈ নিৰ্মাণ কৰোৱা চকচকীয়া জকমকীয়া ফ্যুৰাৰ হাউচত ( Haus=ভৱন ) বৈঠক আৰম্ভ হ'ল। হৰমোহন পণ্ডিত হিট্‌লাৰ ডাঙৰীয়াই জাৰ্মান ভাষাৰ বাহিৰে আন কোনো ভাষাৰ ক-টোৰ তিনিটা চুকো চিনি নাপাইছিল। মুচলিনিয়ে ফৰাচী ভাষা বঢ়িয়াকৈ ক'ব পাৰিছিল, সৰগৰীয়াকৈ ক'ব নোৱাৰিলেও কাম চলাব পৰাকৈ ইংৰাজীও জানিছিল। গতিকে তেৱেঁই সভাৰ নেতৃত্ব গ্ৰহণ কৰিলে।

পিছে বৈঠকৰ ওৰাতে মেকুৰী জোলোঙাৰপৰা ওলাই পৰিল—কাৰো বুজিবলৈ বাকী নাথাকিল যে বৈঠকখনি নামতহে আছিল বৈঠক, দৰাচলতে আছিল ভেকো-ভাওনাহে। চেক'-শ্লভাকিয়াৰ প্ৰতিনিধিকো বৈঠকলৈ মতা যুগুত হ'ব বুলি দালাদিয়েই মাত দিলত, চেম্বাৰলেইনে তেওঁক সমৰ্থন কৰিলে,

---

৯০। Chamberlain made no similar effort to see Daladier beforehand to work out a joint strategy for the two western democracies with which to confront the two fascist dictators. Indeed, it became evident to many of us in contact with the British and French delegations in Munich as the day passed that Chamberlain had come to Munich absolutely determined that no one, certainly not the Czechs and not even the French, should stand in the way of his reaching a quick agreement with Hitler : *Shirer*

কিন্তু সেই প্ৰস্তাৱ শুনি জিকজিকাই উঠি হিট্‌লাৰে ভেকাহি মাৰিলত জুয়োৰন মহামন্ত্ৰীয়ে সেইপিনে তাপ মাৰিলে। সীতা নোহোৱা যজ্ঞ আৰম্ভ হ'লত গডেচ্‌বেৰ্গত হিট্‌লাৰে আগ বঢ়োৱা প্ৰস্তাৱসমূহৰ নামমাত্ৰ সাসলনি কৰি বিবেনট্ৰপে প্ৰস্তুত কৰা টোকা (memorandum) এটাকে মুচলিনিৰ মেম- ৰেণ্ডাম বুলি বৈঠকত পেছ কৰা হ'ল। হিট্‌লাৰক নো কি কি লাগে খোলা- খুলিকৈ তেওঁ তেতিয়া সকলোকে জানিবলৈ দি ক'লে:

২৬ তাৰিখে স্পৰ্টচ্‌পালাচত দিয়া ভাষণতে মই সকলোকে জনাইছিলোঁ যে অক্টোবৰৰ ভিতৰত আমি চেক'শ্লভাকিয়া আক্ৰমণ কৰিব লাগিব। তাৰ উত্তৰত কোৱা হৈছিল যে সেইটো বলৎকাৰৰ কাম হ'ব। গতিকে সেই কাৰ্য্যক যাতে বলৎকাৰৰ কাম বুলি কোনেও ক'ব নোৱাৰে. তাৰ বাবে এই বৈঠকৰ আৱশ্যকতা বোধ কৰা হ'ল। কিন্তু কাৰ্য্য সেই মতে হ'বই লাগিব।[২৮]

মেমৰেণ্ডামত উল্লিখিত সকলোবিলাক দাবী চেম্বাৰলেইনে বিনাবাক্যে মানি ল'লে—তাকে কৰিব বুলিয়েই তো ভাঠৈকৈ মন বান্ধি তেওঁ আহিছিল। দালা- দিয়েই ভৱিষ্যতৰ বিপদৰ আশঙ্কাৰ কথা গুণি পোনতে অলপ ইত্ত কিন্তু কৰিছিল, পিছে বৈঠকৰ বেহৰূপ দেখি পিছলৈ কুমাৰণীয়ে ধৰা পইতাচোৰাটোৰ লেখিয়া হৈ বেবুৱা লাগি তেওঁ মুখেৰে মাতিব নোৱৰা হ'ল। সেই দিনাৰ বৈঠকৰ অন্তত তেওঁক দেখি মাৰ্কিন লিখাক উইলিয়াম শাইৰাৰে তেওঁৰ ডায়েৰী বহীত (Berlin Diary) এই বুলি লিখিছিল:

Daladier (I wrote in my diary that night)......looked a completely beaten and broken man. He came over to the Regina to say good-bye to Chamberlain,......Someone asked or started to ask: "Monsieur le President, are you satisfied

---

২৮ He had already declared in his Sportspalast speech that he would in any case march in on 1 October. He had received the answer that this action would have the character of an act of violence. Hence the task arose to absolve the action from such a character. Action, however, must be taken at once: *A. B.*

with the agreement ?" He turned as if to say something, but he was too tired and defeated and the words did not come out and he stumbled out the door in silence.

বৈঠকত সাব্যস্ত হ'ল যে ১ অক্টোবৰৰ দিনা জাৰ্মান সেনা চুডেটেনলেণ্ডত সোমাবগৈ আৰু ১০ অক্টোবৰৰ ভিতৰত সমগ্ৰ চুডেটেন্‌লেণ্ড জাৰ্মানিৰ দখললৈ আহিব। তাৰ বাহিৰেও কি কি ঠাই চেক'-শ্লভাকিয়াই জাৰ্মানিক এৰি দিব লাগিব সেই কথাৰ মীমাংসা এখন আন্তৰ্জাতিক কমিশনে তুৰন্তে কৰিব। যিবিলাক অঞ্চল সম্বন্ধে কমিশন খাটাং সিদ্ধান্তত উপনীত হ'ব নোৱাৰে সেই বিলাক অঞ্চলত গণভোট লৈ মীমাংসালৈ আহিব লাগিব।

চেম্বাৰলেইনে আগতে ভালেমান দিন ইংলণ্ডৰ বিত্তমন্ত্ৰীৰ ( Chancellor of the Exchequer ) বাব খাইছিল ; সেই বাবে ধন-বিত সম্বন্ধীয় সকলো কথা তেওঁৰ আঙুলিৰ মূৰত আছিল। নিজৰ সা-সম্পত্তি এৰি থৈ দেশ এৰি যাবলগীয়াত পৰা চেক্ প্ৰজাক ক্ষতিপূৰণ দিয়াৰ কথাটোত যেতিয়া তেওঁ অলপ টানকৈ ধৰিলে, হিট্‌লাৰে তেতিয়া ভালকৈয়ে ডাবি এচাং দি উত্তৰ দিলে : সেইবিলাক লাংপাং কথা চোবাই আমাৰ বহুমূলীয়া সময় আমি হানি কৰিব নোৱাৰোঁ। ডাবি খাই সুৰসুৰীয়াটি হৈ চেম্বাৰলেইনে তাৰ পাছত সেই সম্বন্ধে ৰাম-গঙ্গা একোকে আৰু নুবুলিলে। তেওঁ চাগৈ ভাবিলে বাঘৰ নেগুৰেৰে কাণ খজুৱাবলৈ যোৱাতকৈ ভাৰেৰে কাতি হৈ দিয়া হে বুধিয়কৰ কাম হ'ব। পাবোঁতেনো মিউনিকৰ বৈঠকৰ পিছত হিট্‌লাৰে চেম্বাৰলেইন আৰু দালাদিয়েক "ক্ষুদ্ৰ কীট" ( little worms ) উপাধিৰে বিভূষিত কৰিছিলনে ?[১১]

---

১১ (ক) When the Prime Minister objected to the stipulation that the Czechs moving out of Sudetenland could not even take their cattle ( this had been one of the Godesberg demands )—exclaiming, "Does this mean that the farmers will be expelled, but their cattle will be retained ?"—Hitler exploded. "Our time is too valuable to be wasted on such trivialities !" he shouted at Chamberlain. The Prime Minister dropped the matter.

নিজৰ দেশৰ ভাগ্যনো কি ৰূপে নির্ণয় হয় জানিবলৈ দুজন চেক্ কটকী বৈঠক কক্ষৰ কাষতে এটি কুঠৰীত বোন্দা পৰ দি বহি আছিল। চেম্বাৰলেইন আৰু দালাদিয়েৰ হৈ নিশা দহ বজাত চাৰ হৰেইচ্ উইল্চন্ আৰু চেম্বাৰ-লেইনৰ লগত মিউনিকলৈ অহা এজন সচিব্ ফ্রেঙ্ক্ এশ্‌টন্ গট্‌কিনে অষ্টমীৰ পঠা চেক'-শ্লভাকিয়াৰ কটকীদ্বয়ক বৈঠকত লোৱা সিদ্ধান্তৰ কথা জানিবলৈ দিলে। কটকী দুজনে সিদ্ধান্তৰ ঘোৰ প্রতিবাদ তুলিলত উইল্চন্ চাহাবে ক'লে : এই সিদ্ধান্তত মান্তি ন'হলে আপোনালোকে নিজে জার্মানইতৰ লগত মোকাবিলা কৰিব লাগিব। আমি তো আপোনালোকক সহায় কৰিব নোৱাৰিমেই, ফৰাচীয়েও ন'কৰিব, সেই কথা মনত ৰাখে যেন।

বোলে অৰণ্যত ৰোদন শোষকত মাগন।[১০০]

যেই হওক গৰু পেলাই গা ধুই ইংলণ্ডলৈ উলটি গৈ চেম্বাৰলেইনে তাত বীৰৰ সম্বৰ্দ্ধনা পালে। পার্লামেণ্টত তেওঁ ঘোষণা কৰিলে : অন্ততঃ আমাৰ দিনকিটাত বিশ্বশান্তি ভঙ্গ হোৱাৰ সম্ভাৱনা আৰু নাই।[১০১] ইংলণ্ডৰ মূধাফুটা বাতৰি-কাকত টাইম্‌চে লিখিলে : No conqueror returning from a victory on the battlefield has come adorned with nobler laurels.

---

৯৯ (খ) Mr Chamberlain, the ex-Chancellor of the Exchequer, was characteristically obstinate about such questions as compensation for property, a question which Hitler, equally characteristically, brushed aside with angry indifference : *A. B.*

১০০ "If you do not accept", he (Ashton Gwatkin) admonished them : you will have to settle your affairs with the Germans absolutely alone. Perhaps the French may tell you this more gently, but you can believe me that they share our views. They are disinterested : *Shirer*.

১০১(ক) "My good friends", he said, "this is the second time in our history that there has come back from

পিছে চেম্বাৰলেইনে মিউনিকত হিট্‌লাৰৰপৰা যে বিশ্বশান্তি কিনি অনা আছিল, টিলিকি কিনিহে বুকু ফিন্দাই ঘৰলৈ উলটিছিল সেই কথা ইংলণ্ডতো দুই চাৰিয়ে বুজাকৈ থকা নাছিল। মিউনিকৰ মীমাংসাৰ প্ৰতিবাদ কৰি মন্ত্ৰী সভাৰ এজন সদস্য, ফাৰ্ষ্ট লৰ্ড অভ্ দি এড্‌মিৰেল্টি ডাফ্ কুপাৰে মন্ত্ৰী পদত ইস্তফা দিছিল আৰু উইন্‌ষ্টন্ চাৰ্চিলে পাৰ্লামেণ্টত দিয়া এটি স্মৰণীয় বক্তৃতাত কৈছিল :

At Berchtesgaden...£1 was demanded at the pistol's point. When it was given (at Godesberg), £2 was demanded at pistol's point. Finally the Dictator consented to take £1. 17S. 6d. and the rest in promises of goodwill for the future......We have sustained a total and unmitigated defeat......we are in the midst of a disaster of the first magnitude······And do not suppose that this is the end. It is only the beginning.

চাৰ্চিলৰ সঁকীয়নি তেতিয়া মন্ত্ৰীমণ্ডলীৰ ইকাণেদি সোমাই সিকাণেদি ওলাই গৈছিল, কিন্তু দুদিন পিছতে তেওঁৰ ভবিষ্যবাণী আখৰে আখৰে ফলিয়াবলৈ।

সিপিনে কটা গছৰ তলত আশ্ৰয় ল'বলৈ গৈ প্ৰেচিডেণ্ট্ বেনেশৰ কপালত যিকুৰা জুই লাগিল তাৰ বিৱৰণ শুনি হাঁহিবাই নে কান্দিবাই! ৩০ চেপ্টেম্বৰৰ দিনা পুৱা ছয় বাজি বিছ মিনিট যোৱাত জাৰ্মান কৰ্টকীয়ে বেনেশক টোপনিৰপৰা জগাই মিউনিকৰ বৈঠকৰ সিদ্ধান্তসমূহৰ ফৰ্দ এখন তেওঁৰ হাতত

---

Germany to Downing Street peace with honour.* I believe it is peace in our time.

*[The reference is to Disareli's return from the Congress in Berlin in 1878.] : *Shirer*.

১০১(খ) The deluded British Prime Minister did not know, of course that······Hitler and Mussolini had already agreed at this very meeting in Munich that in time they would have to fight "side by side" against Great Britain : *Ibid*

দিলে। ফৰ্দ দেখি বেনেশৰ চকুৰে জুই আওনি দেখিলে। গোটেই দিনটো তেওঁ সামৰিক আৰু অসামৰিক উপদেষ্টাসকলৰ লগত আলোচনা কৰাৰ পাছত গত্যন্তৰ নেদেখি আবেলি পাঁচ বজাত "under protest to the world" আত্ম-সমৰ্পণ. কৰিলে। চেক্ সৈন্যবাহিনীৰ বৰমূৰীয়া জেনেৰেল চিৰভিয়ে আকাশবাণীত হৃদয় বিদৰা ভাষাত চেক জনগণক সম্বোধন কৰি ক'লে: আমাক বিপদত পেলাই সকলো আমাৰ কাষৰপৰা আঁতৰিল; আমি এতিয়া তেনেই অকলশৰীয়া।

৫ অক্টোবৰৰ দিনা নিজৰ জীৱনৰ সংশয় যেন দেখি পদত্যাগ কৰি প্ৰেচিডেণ্ট্ বেনেশ দেশ এৰি পলাবলগীয়াত পৰিল। ডক্টৰ এমিল হাষাক তেওঁৰ ঠাইত ৰাষ্ট্ৰপতি পতা হ'ল।

মিউনিকত চেম্বাৰলেইনে হিটলাৰক যিখিনি দিবলৈ বাকী থৈছিল সেইখিনিও এতিয়া তেওঁক দিবলৈ আন্তৰ্জাতিক কমিশ্বন হাতে-কলমে লাগি গ'ল। কমিশ্বনখন পতা হৈছিল পাঁচজন সদস্যৰে—ফ্ৰান্স্, ইংলণ্ড আৰু ইতালিৰ ৰাষ্ট্ৰদূত তিনিগৰাকী; বাৰ্লিনত মোতায়েন হৈ থকা চেক্ ৰাষ্ট্ৰদূত; আৰু জাৰ্মান পৰৰাষ্ট্ৰ দফ্তৰৰ সচিব ( State Secretary ) বেৰণ ফন্ ভাইচেকাৰ। চ'বাৰ ছয় ফুকনৰ মাজত মতৰ অমিল হ'লে ফুকনৰ টেকেলা জাৰ্মান ফুকনজনে বল খটুউৱাৰ কথা উলিয়ায়; তাকে শুনি ইংৰাজ আৰু ফৰাচী ফুকন দুজনে তোমাৰ পাতলিত পৰিছোঁ যেতিয়া যেই কৰাঁ সেই বুলি সেও হৈ দি জাৰ্মান ফুকনৰ কথাতে হয় হয় কৰি মূৰ দুপিয়ায়। তেওঁলোকে চাগৈ ভাবিছিল যে চেক'-শ্লভাকিয়া তো হেনেও ডুবিল তেনেও ডুবিল; বাক-বিতণ্ডালৈ গৈ এতিয়া আৰু কি লাভ—জীয়াৰ অযুধি নালাগয় মৰন্তাক! যিবিলাক অঞ্চলত গণভোট লোৱাৰ কথা আছিল তাৰো আৱশ্যকতা কমিশ্বনে বোধ নকৰিলে।[১০২] কমিশ্বনৰ মতিগতি দেখি, আঁচু কাঠৰ তল পাই শিয়াল

১০২ What Chamberlain and Daladier at Munich had neglected to give Germany in Czecoslovakia, the so-called 'International Commission" proceeded to hand over······Every dispute over additional territory for the German was settled in their favour, more than once under the threat from Hitler and OKW to resort to armed force. Finally, on October 13, the Commission voted to dispense with the plebiscites which the Munich Agreement had called for in the disputed regions. There was no need for them : *Shirer*.

পথৰা হোৱাদি পলাণ্ডৰ বৰমুৰীয়া জেনেৰেল জচেক্ বেকেও চেক'-শ্লভাকিয়াৰ এক অংশ দাবী কৰি বহিল, আৰু তেওঁৰ দাবী মঞ্জুৰো হ'ল। পলাণ্ডৰ গাতে লাগি থকা প্ৰায় আঢ়ৈলাখ লোকৰ (তাৰে।ডেৰ লাখ চেক্) বসতি থকা ৬৫০ বৰ্গমাইলৰ টেশ্বেন বোলা এক খণ্ড ভূমি পলাণ্ডক দান কৰা হ'ল; পাঁচ লাখ মাগিয়াৰ জাতিৰ আৰু প্ৰায় তিনি লাখ শ্লভাক্ জাতিৰ লোকেৰে সৈতে ৭৫০০ বৰ্গ মাইলৰ আৰু এটি খণ্ড দিয়া হ'ল হাঙ্গেৰিক। জাৰ্মানিৰ ভাগলৈ গ'ল এঘাৰ হাজাৰ বৰ্গ মাইলৰ এক অংশ! তাত বসতি কৰিছিল তিনি নিযুত জাৰ্মানৰ উপৰিও আঠ লাখ চেক্ প্ৰজাই।

চেক'-শ্লভাকিয়াৰ যি অংশত আত্মৰক্ষাৰ কাৰণে গঢ়োৱা দুৰ্গ, কোঁঠ আদিৰ আৱলীটি আছিল সেইটি পৰিলগৈ জাৰ্মানিৰ ভাগত; তাৰ লগতে চেক্সকলে হেৰুৱালে তেওঁলোকৰ ৰেল,খাৰ-বাৰুদ আৰু আন আন শিল্পৰ অসংখ্য কাৰ্যণা।

পৰৰ ধনৰ ওপৰত পোদ্দাৰ বোলাই কমিশনাৰসকলে এইদৰে সিসকলৰ কামৰ সামৰণি মাৰিলে। যিকিটি মহাশক্তি (Great Powers) চেক'-শ্লভাকিয়াৰ নিৰাপত্তাৰ বাবে গা হৈছিল তাৰ এটিয়েও এতিয়া আৰু এষাৰ মাতো নামাতিলে। পৰিণামত আত্মৰক্ষাৰ সকলো সম্বল হেৰুৱাই তেতিয়াৰ-পৰা চেক'-শ্লভাকিয়া হিট্লাৰৰ ঠেঙৰ চেপা গোলাম হৈ পৰিল।[১০৩]

এই বিলাক কাণ্ডকাৰ্যানলৈ মন কৰি, প্ৰভু হিট্লাৰৰ অতৰ্কী মহিমাৰ কথাকে ভাবি ভাবি প্ৰশংসাত শতমুখ হৈ তেওঁৰ ভবিচেলেকা এজন বৰমূৰীয়া সেনাপতি জড্লে নিজৰ ডায়েৰী বহীত লিখিছিল (ইংৰাজী ভাঙনি):

The pact of Munich is signed. Czechoslovakia as a power is out......The genius of the Fuehrer and his determination not to shun even a World war have again won the victory without the use of force :

(quoted by *Shirer*.)

---

১০৩ It was clear that from now on the Czechoslovak nation existed at the mercy of Third Reich......A prosperous industrial nation was split up and bankrupted overnight : *Shirer.*

হিট্লাৰক বাহ্‌বা দিবলগীয়া কথাই

*　　　*　　　*

## মিউনিকৰ চুক্তিৰ পৰিণাম

সকলোবিলাক জাৰ্মান সেনাপতিৰ মতে মিউনিকত চেম্বাৰলেইন আৰু দালাদিয়েই হিট্লাৰৰ চৰণত দীঘল দি পৰি তেওঁ যি বিচাৰিছিল বিনাবাক্যে তাকে—তাতোকৈ সৰহকৈহে—দান কৰিবলৈ নোযোৱা হ'লে, নিজৰ মান বজাই ৰাখিবলৈ ১ অক্টোবৰৰ দিনা হিট্লাৰে চেক'-শ্লভাকিয়া আক্ৰমণ কৰিলেহেঁতেন, পোনতে থেঁৰো-গেঁৰো কৰিলেও দুদিন পিছত হ'লেও ফ্ৰান্স আৰু তাৰ পাছত ইংলণ্ডও যুদ্ধত নামিলহেঁতেন, ফলত দুদিনতে জাৰ্মানি হাৰি ভূত হ'লহেঁতেন, লগে লগে অষ্ট্ৰীয় কৰ্পৰেলৰ মটমটনিৰ—কি'ানি তেওঁৰ চকু চমকোৱা জীৱন লীলাৰো—ওৰ পৰিলহেঁতেন, আৰু ছৰছৰীয়া মহামাৰী এখন বিশ্বযুদ্ধই পৃথিৱী ছাৰখাৰ কৰিবলৈকো নাপালেহেঁতেন।[১০৪]

হিট্লাৰৰ প্ৰিয় আৰু সৰ্বোচ্চ সেনাপতি কাইটেলে ন্যুৰেমবেৰ্গত সাক্ষী দিওঁতে সেই কথা স্বীকাৰ কৰি কৈছিল :

যুদ্ধ নলগাত আমি অতিশয় সুখী হৈছিলোঁ, কাৰণ আমি এই মত পোষণ কৰিছিলোঁ যে চেক'-শ্লভাকিয়াৰ সীমান্তত থকা দুৰ্গ, গড, কোঁঠ আদিৰ আৱলীটি ভেদ কৰাৰ সামৰ্থ্য আৰু সঁজুলি সেই সময়ত আমাৰ নাছিল।[১০৫]

দ্বিতীয় মহাসমৰৰ অন্যতম বিচক্ষণ জাৰ্মান সেনাপতি ফিল্ড্ মাৰ্শেল ফন্

---

১০৪ And what is most important to this history at this point—the German generals agree unanimously that Germany would have lost the war and in short order: *Shirer*.

১০৫ We were extraordinarily happy that it had not come to a military operation because.... .we had always been of the opinion that our means of attack against the frontier fortifications of Czechoslovakia were insufficient :

—English translation quoted by *Shirer*.

মানষ্টাইনেও সাক্ষী দিছিল এই বুলি :

তেতিয়া যুদ্ধ লগা হ'লে পূব আৰু পশ্চিম, দুয়ো সীমান্তত যুদ্ধ দি সৰহ পৰ আমি আত্ম-ৰক্ষা কৰিব নোৱাৰিলোঁহেঁতেন। চেক'শ্লভাকিয়াই যুদ্ধ দিয়া হ'লে চেক্ সীমান্তৰ গড়তে যে আমি মূৰ খুন্দিয়াই মৰিব লগীয়াত পৰিলোঁহেঁতেন সেই সম্বন্ধে সন্দেহৰ থল নাই ; কাৰণ সেই গড় ভেদ কৰাৰ শক্তি আমাৰ তেতিয়া নাছিল।[১০৬]

জেনেৰেল জড্‌লৰ নাম অলপ আগতে লোৱা হৈছে। হিট্‌লাৰৰ পৰম ভক্ত এইজন সেনাপতিয়েও কৈছিল :

পাঁচোটা যুঁজাৰু ডিভিজন আৰু সাতোটা আছুতীয়াকৈ ৰখা ডিভিজন সেনাৰে এশ ফৰাচী ডিভিজনৰ আগত সৰহ পৰ তিষ্ঠিব পৰাটো যুদ্ধ-কৌশলৰ দিশৰপৰা অসম্ভৱ কাৰ্য্য আছিল।[১০৭]

ফৰাচীৰ মুখ্য সেনাপতি জেনেৰেল গামেলেঁ যুঁজলৈ আগ বাঢ়ি যোৱা বিধৰ সেনাপতি নাছিল ; তেওঁ আছিল অতি সতৰ্ক সেনাপতি—ইমান সতৰ্ক যে সেই সতৰ্কতাৰ ফলতে পিছত গৈ ফ্ৰান্সৰ বিলৈ কুলাই পাচিয়ে নধৰা হ'বগৈ—কিন্তু, মিউনিকৰ বৈঠকৰ আগত এইজন সেনাপতিয়েও চেম্বাৰলেইন আৰু দালাদিয়েক মেপত আঙুলি বুলাই, অঙ্ক কচি বুজাই দিছিল যে যুদ্ধ লাগিলে জাৰ্মানি জিকিব নোৱাৰিব। তথাপি হিট্‌লাৰৰ ভৰিত পৰিবলৈ চেম্বাৰলেইনে এনে আঁকোৰাগোঁজালি দি লাগিছিল যে তেওঁক লৰচৰ কৰোৱাৰ শক্তি কাৰো নহ'ল। [১০৮]

---

১০৬ There is no doubt whatsoever that if Czechoslovakia defended herself, we would have been held up by her fortifications, for we did not have the means to break through :—English translation quoted by *Shirer*.

১০৭ It was out of the question, with five fighting divisions and seven reserve divisions in the western fortifications..... to hold out against 100 French divisions, That was militarily impossible : *Ibid*.

১০৮ What doubts could General Gamelin have—despite his inbred caution, which was monumental—that with nearly one hundred divisions he could overwhelm the five regular and seven reserve divisions?→

চেম্বাৰলেনৰ এই আঁকোৰ-গোঁজালিৰ গুৰিৰ ৰহস্যটো আছিল কি ? এই প্ৰশ্নৰ সন্তোষজনক উত্তৰ কোনেও—আন কি চাৰ্চিলেও তেওঁৰ বিয়াগোম বুৰঞ্জীত ( দ্বিতীয় মহাসমৰৰ)—দিব পৰা নাই। খেনোৰ মতে জাৰ্মান বোমাৰু বিমানে লণ্ডন আৰু পাৰী মহানগৰী ধ্বংস কৰাৰ আতঙ্কই আছিল যথাক্ৰমে চেম্বাৰলেইন আৰু দালাদিয়েৰ কাপুৰুষালিৰ প্ৰকৃত কাৰণ। সেয়ে যদি হয় সেই ত্ৰাসো আছিল অমূলক, কাৰণ দুই সীমান্তত আক্ৰমণাত্মক আকাশী যুদ্ধ চলোৱাৰ শক্তি জাৰ্মান বিমান-বাহিনীৰ তেতিয়া নাছিল।[১০৯]

চেম্বাৰলেইনক সমৰ্থন কৰাৰ প্ৰয়াসত দুই-এজে যুক্তি দৰ্শাব খোজে যে মিউনিকলৈ গৈ যুদ্ধৰ বাবে তৈয়াৰ হ'বলৈ তেওঁ এবছৰ সময় আদায় নকৰা হ'লে জাৰ্মানীয়ে ফৰাচী আৰু ইংৰাজক পতাত পিহা দিলেহেঁতেন। এই যুক্তিও ফোপোলা, দৰাচলতে সেই বছৰটোৰ সময় পোৱাৰ গুণতহে জাৰ্মানে ফৰাচীক পতাত পিহা দিবলৈ পাইছিল ; মাজত সাগৰখন নথকা হ'লে আৰু আমেৰিকাই নতৰোৱা হ'লে ইংৰাজকো দিবলৈ পালেহেঁতেন। এই যুক্তিৰ সন্দৰ্ভত চাৰ্চিলে লিখিছে : The year's breathing time said to be 'gained' by Munich left Britain and France in a much worse position compared to Hitler's Germany than they had been at the Munich crisis. ( **Churchill** : *The Gathering Storm*).

---

←—As he later recounted he had few doubts. On September 12, the French Generalissimo had assured Premier Daladier that if war came "the democratic nations would dictate the peace."···On September 26 Gamelin repeated his assurances to Chamberlain and tried to substantiate them with an analysis of the military situation calculated to buck up not only the British Prime Minister, but also his own wavering Premier. In this attempt, apparently, he failed : *Shirer*.

১০৯ From what is now known of the Luftwaffe's strength at this moment, the Londoners and Parisians, as well as the Prime Minister and the Premier, were unduly alarmed : *Shirer*.

গতিকে এই কথা ধুকপ যে ১৯৩৮ চনৰ ১ অক্টোবৰ তাৰিখে—ৰুচিয়াৰ কথাকে ক'ব নালাগে—ফ্রান্স, ইংলণ্ড আৰু চেক'শ্লভাকিয়াৰ লগত যুঁজ দি জার্মানি সৰহ পৰ তিষ্টিব নোৱাৰিলেহেঁতেন।[১১০]

মিউনিকত দালাদিয়েই চেম্বাৰলেইনৰ নেতৃত্বত ধৰি ওলমিবলৈ যোৱাৰ ফল সকলোতকৈ নিদাৰুণভাৱে ভুগিবলগীয়া হৈছিলগৈ ফ্রান্সে। ফ্রান্সৰ লোকসংখ্যা তেতিয়া আছিল চাৰি কোটি, জার্মানিৰ আছিল তাৰ প্রায় দুগুণ। সেই কাৰণতে ফ্রান্সে চেক'শ্লভাকিয়া পলাণ্ড, যুগশ্লাভিয়া আৰু ৰুমানিয়াৰ লগত মিত্রতা স্থাপন কৰি সন্ধিসূত্রে সেই কেইখন ৰাষ্ট্রক বান্ধ খুৱাই লৈছিল। মিউনিকৰ চুক্তিৰ ফলত দেখদেখকৈ চেক'শ্লভাকিয়াৰ পঁয়ত্রিছ ডিভিজন সেনাৰ সাহায্যৰ-পৰা ফ্রান্স তো বঞ্চিত হৈছিলেই, বাকী মিত্র ৰাষ্ট্র কেইখনেও ফ্রান্সৰ ওপৰত সকলো আস্থা হেৰুৱাই জার্মানিৰ লগত মিত্রতা স্থাপন কৰিবলৈ হাবাথুৰি খাই চপলিয়াইছিল। মিউনিকৰ বৈঠকৰপৰা ষ্টালিনক বাদ দি ফ্রান্সে ৰুচিয়াৰ মিত্রতাও হেৰুৱাইছিল। সেই অপমানৰ চোটোকা ষ্টালিনে যে ৰাকৈয়ে দিব সেই কথা আগত উন্মুকিউৱা হৈছে।[১১১]

---

১১০ Germany was in no position to go to war on October 1, 1938 against Czechoslovakia and France and Britain, not to mention Russia : *Shirer.*

১১১ France had laboriously built up her alliances with the smaller powers in the East···—Czechoslovakia, Poland, Yugo-Slovia and Rumania which together, had the military potential of a Big Power. The loss of thirtyfive well trained, well armed Czech divisions was a crippling one to the French army. But that was not all. After Munich how could France's remaining allies in Eastern Europe have any confidence in her written word ? What value now were alliances with France ? The answer in Warsaw, Bucharest and Belgrade was : Not much, and there was a scramble in these capitals to make the best deal possible with the Nazi conqueror.
And if not a scramble. there was a stir in Moscow. Though the Soviet Union was militarily allied to both Czechoslovakia and France, the French government had gone along with Germany and Britain without protest, in excluding Russia from Munich. It was a snub which Stalin did not forget and which was to cost the two western democracies dearly in the months to come : *Shirer.*

# চতুৰ্থ অধ্যায়

## আঠ

## চেক’-শ্লভাকিয়া নিশ্চিহ্ন

আৰু এভোখৰ দেশ তিনি টিলিকিত জয় কৰাৰ পাছত হিট্‌লাৰৰ প্ৰতাপ, যশস্যা, খাতিৰ থ’বলৈ ঠাই নোহোৱা হ’ল। চৌঠেঙীয়া হ’লগৈ বুকুত সাহ বান্ধি তেওঁৰ বিৰুদ্ধে থিয় দিবলৈ ওলোৱা সেনাপতি আৰু অসামৰিক নেতা কিজন। ছমাহৰ ভিতৰত এটি জাৰ্মান প্ৰাণীৰো জীৱন নাশ হ’বলৈ নিদিয়াকৈ য়ুৰোপ মহাদেশৰ দুই মহাশক্তি, ব্ৰিটেইন আৰু ফ্ৰান্সক নাকত ধৰি চাকত ঘূৰাই, এক কোটি বাসিন্দাৰ দুখন দেশ হিট্‌লাৰে জাৰ্মান ৰাইষৰ অন্তৰ্ভুক্ততো কৰিলেই, পাঁচ বছৰতকৈয়ো তাকৰ সময়ৰ ভিতৰতে দেৱলীয়া, লাঞ্ছিত, অৱহেলিত, মৃতপ্ৰায় জাৰ্মানিক তেওঁ য়ুৰোপ মহাদেশৰ সকলোতকৈ প্ৰতাপী ৰাষ্ট্ৰ ৰূপে গঢ়ি তুলিলে—যিখন ৰাষ্ট্ৰৰ সমুখত আন নালাগে ব্ৰিটেইন আৰু ফ্ৰান্সো থৰহৰি কম্পমান।[১১২]

---

১১২ No one who was in Germany at the time of Munich, as this writer was, can forget the rapture of the German people. They were elated and swollen with pride at Hitler's bloodless victory not only over Czechoslovakia, but over Great Britain and France......In scarcely four and a half years this man of lowly origins had catapulted a disarmed, chaotic nearly bankrupt Germany to a position where she was regarded as the mightiest nation of the old world, before whom Britain and France even trembled.

আনন্দত, গৰ্বত জাৰ্মানইঁতৰ বুকু ওফন্দি পৰিল। সকলোৱে একেখন মুখেৰে ক'বলৈ ধৰিলে, জাৰ্মান জাতিৰ বুৰঞ্জীত হিট্‌লাৰৰ তুল্য এজন নেতা কশ্মিন-কালেও ওলোৱা নাছিল।

তথাপি কিন্তু হিট্‌লাৰ সন্তুষ্ট নহ'ল; তেওঁৰ মনেৰে জাতো গ'ল, পেটো নভৰিল। মিউনিকৰপৰা বাৰ্লিনলৈ উলটি আহি, ইস্ আস্ কৰি তেওঁ ক'লে; "সেই চেম্বাৰলেইনপাতে চেক'-শ্লভাকিয়াৰ ৰাজধানীত মই ডবা কোবাই গৈ সোমোৱা সুখখেৰা মোৰপৰা কাঢ়ি ল'লে।[১১৩] তাৰ পাছতো সেনাপতি সকলক তেওঁ কৈছিল: "শুৰিবেপৰাই মোৰ মনত এই কথা পৰিষ্কাৰ হৈ আছিল যে অকল চুডেটেনলেও অধিকাৰ কৰি মই সন্তুষ্ট ন'হয়। এইটো হ'ল সমস্যাৰ আংশিক সমাধানহে।[১১৪] কেদিনমানৰ পাছতে সমস্যাৰ সম্পূৰ্ণ সমাধান কৰাৰ কাম তেওঁ হাতত ল'ব।

মিউনিকৰ চুক্তিত চহী দিয়াৰ দিনাৰপৰা এমাহ পাৰ নৌ হওঁতেই, অক্টোবৰ মাহৰ ২১ তাৰিখে হিট্‌লাৰে আদেশ জাৰি কৰিলে যে সমগ্ৰ চেক'-শ্লভাকিয়া দখল কৰিবলৈ সৈন্যবাহিনীক সাজু কৈ থ'ব লাগে।

তাৰ পাছৰ পৰা হিট্‌লাৰে আকৌ ডাঙৰ ডাঙৰ জনসমাবেশত গৰম গৰম বক্তৃতা জাৰিবলৈ আৰম্ভ কৰিলে। ৮ নৱেম্বৰৰ দিনা মিউনিকৰ এক সভাত তেওঁ ঘোষণা কৰিলে:

আলোচনাৰ মাধ্যমেদি জগতে যদি আমাৰ ন্যায্য স্বত্ব বিলাক মানি নলয়, তেতিয়া হ'লে আমি আন পন্থাৰে আমাৰ স্বত্ব আদায় কৰিলে কোনো যেন আচৰিত নহয়।

তেওঁৰ এই বাণীষাৰ শুনি জাৰ্মানিৰ বাহিৰত সকলোৱে অবাক মানিলে—তেওঁৰ প্ৰাপ্য গোটেইখিনি আদায় কৰি লৈ হিট্‌লাৰে দেখোন এতিয়া পাকে-

---

১১৩ "That fellow Chamberlain has spoiled my entry into Prague." (This remark was overheard by Schacht, who referred to it at Nuremberg): *A. B.*

১১৪ "It was clear to me from the first moment", he later confided to his generals, "that I could not be satisfied with the Sudeten-German territory. That was only a partial solution": *Shirer.*

প্ৰকাৰে জগতক যুদ্ধলৈহে আহ্বান জনায়! গডেচ্‌বেৰ্গত চেম্বাৰলেইনৰ আগত তেওঁ কুকুৰা কাটি শপত খাইছিল যে চুডেটনলেণ্ডৰ জাৰ্মান প্ৰজাক জাৰ্মানিৰ বুকুলৈ অনাৰ পাছত য়ুৰোপ মহাদেশৰ সূচ্যগ্ৰ ভূমিও আৰু তেওঁ নিবিচাৰিব। এতিয়া নো আকৌ তেওঁক কি লগা হ'ল? সেই প্ৰশ্নৰ উত্তৰ অতি সোনকালে পোৱা যাব, কিন্তু চেম্বাৰলেইনে যে চোৰৰ শপতকে ধ্ৰুব-বাক্য বুলি মানি লৈছিল, সেইটোহে হাঁহি উঠা কথা। তেওঁ চাগৈ ভাবিছিল, "অনা-জাৰ্মান প্ৰজা জাৰ্মান ৰাষ্ট্ৰত মোক নালাগে" আৰু "শ্লাভ জাতিৰ (যেনে, চেক্‌সকলৰ) লোকৰ জাৰ্মান ৰাইখত ঠাই ন'হ'ব" বুলি একাধিকবাৰ হিট্‌লাৰে ঘোষণা কৰা নাছিল জানো? গতিকে তেওঁৰ কথা বিশ্বাস নকৰাৰ কি কাৰণ থাকিব পাৰে? পিছে 'মাইন কাম্ফ'ত হিট্‌লাৰে কি কৈছিল (প্ৰথম অধ্যায়, নৱম পৰিচ্ছেদ চাওক) সেই কথাও চেম্বাৰলেইনে সুঁৰৰিবলৈ অলপ চেষ্টা কৰা হ'লে এঁকবাক উঁবা দি তাঁবি হিট্‌লাৰে তেওঁক বহুৱা তুলিব নোৱাৰিলেহেঁতেন। আলান বুলকে এই সন্দৰ্ভত কৈছে যে হিট্‌লাৰৰ নীতি বুলিবলৈ একো নাছিল; নিজৰ মত্‌লব্‌ হাচিল কৰিবলৈ যেতিয়া যি দৰ্কাৰ তাকে কৰাই আছিল তেওঁৰ নীতি।[১১৫]

হিট্‌লাৰে মিউনিকত উপৰোক্ত বক্তৃতা জাৰিবৰ আগ দিনা ফৰাচী ৰাজধানীত এটি অঘটন ঘটিছিল। নৱেম্বৰ মাহৰ ১৭ তাৰিখে এটি সোতৰ বছৰীয়া জাৰ্মান ইহুদী ল'ৰাই, জাৰ্মান ৰাষ্ট্ৰদূতৰ বাস-ভৱনলৈ গৈ, ৰাষ্ট্ৰদূতক নাপাই, দূতাবাসৰ তৃতীয় সচিবজনক গুলিয়াই বধ কৰিছিল। জাৰ্মানিত ইহুদী সম্প্ৰদায়ৰ ওপৰত চলোৱা অত্যাচাৰৰ প্ৰতিবাদ স্বৰূপে তেওঁ এই কাম কৰিছিল। হিট্‌লাৰে, ল'ৰাটোৰ এই কামৰ হোৰ ভালকৈয়ে তুলিলে। গ্যোবেলচৰ জৰিয়তে হিট্‌লাৰেই দিয়া নিৰ্দেশ অনুসৰি ইহুদীইতৰ ছাৰে সাত হাজাৰখন ডাঙৰ ডাঙৰ দোকানত বাওলী ঘোঁৰা মেলি দিয়া হ'ল; বিনা দোষত কুৰি হাজাৰ ইহুদীক গ্ৰেপ্তাৰ কৰি কনচেন্‌ট্ৰেশ্বন কেম্পলৈ পঠোৱাৰ দিহা কৰা হ'ল। চৰ্কাৰী হিচাপ মতে এই সংক্ৰান্তত ছয়ত্ৰিছজন ইহুদীয়েহে

১১৫ A master of opportunism, he used whatever pretext come to hand—equality of rights, the defence of Europe against Bolshevism, the Wilsonian right of self-determination, Germany's need of *Lebensraum.*

মাধোন প্ৰাণ হেৰুৱাইছিল ; দৰাচলতে কিমান মৰিছিল তাৰ লেখ কোনেও পোৱা নাছিল।

এই অমানুষিক বৰ্বৰতাৰ কাৰ্য্যই য়ুৰোপ আৰু আমেৰিকাত বিষম প্ৰতি-ক্ৰিয়াৰ সৃষ্টি কৰিছিল। আমেৰিকাৰ প্ৰেচিডেণ্ট ৰুজ্‌ভেল্টে এই কাৰ্য্যৰ গৰিহণা স্বৰূপে মাৰ্কিন ৰাষ্ট্ৰদূতক বাৰ্লিনৰ পৰা আঁতৰাই নিছিল ; ইংলণ্ডৰ ৰাতৰি কাকতবোৰেও থেকেৰা-থহা দি হিট্‌লাৰক ফুকুৰীপিটা কৰিছিল। এইবোৰ কথা-কৰ্ম দেখিশুনি হিট্‌লাৰ খঙত জমদগ্নি হ'ল। তেওঁৰ ৰোষটো পৰিছিলগৈ ঘাইকৈ ইংলণ্ডৰ ওপৰত। এটি অতি তপত বক্তৃতাৰে তেওঁ এই বুলি ইংলণ্ডক তিখৰাই সঁকীয়নি দিলে : জাৰ্মান ৰাষ্ট্ৰত বাস কৰা জাৰ্মান প্ৰজাৰ কথা লৈ যুৰ নঘমাই তেওঁলোকে নিজৰ চকৰীত তেল দিয়ক। জাৰ্মান প্ৰজাৰ ভাগ্য-নিয়ন্তা তেওঁলোক নহয়, আমিহে।[১১৬]

ইংৰাজৰ ওপৰত তীক্ষ-মূৰ্তি হৈ হিটলাৰ ওলাল এইবাৰ ফৰাচীৰ লগত মিতিৰালি পাতি ইংৰাজ আৰু ফৰাচীৰ মিত্ৰতাত আঁহ ফলাৰ চেষ্টা দিব্‌লৈ। অক্টোবৰ মাহত ( ১৯৩৮ ) ফৰাচী ৰাষ্ট্ৰদূত ফ্ৰঁাচোৱা পঁচে ৰ'মলৈ বদলি হ'ল। তেওঁ বাৰ্লিনৰপৰা বিদায় লোৱাৰ আগত হিট্‌লাৰে তেওঁক অবেৰচাৰ্লজবেৰ্গৰ কাৰেণ্ডত সান্ধ্য ভোজনলৈ নিমন্ত্ৰণ কৰিলে। তাতে ইংৰাজৰ ধৈৰ্য্য পুৰুষ উদ্ধাৰ কৰি ভালেপৰ বলকি হিট্‌লাৰে ক'লে : ফ্ৰান্সৰ কথা সুকীয়া ; ফ্ৰান্সৰ লগত জাৰ্মানিৰ স্বাৰ্থৰ বিৰোধ নাই।* গতিকে আমাৰ দুয়োখন ৰাষ্ট্ৰৰ মাজৰ বৰ্তমানৰ সীমাকে নিগাজী সীমা বুলি মানি লৈ দুয়োটা চৰ্কাৰে এখন ঘোষণা-পত্ৰত চহী দিলে কেনে হয় ?

---

* ফ্ৰান্সক ধ্বংস নকৰিলে জাৰ্মানিৰ উন্নতিৰ পথ নাই বুলি যিজন পুৰুষে 'মাইন কাম্ফ'ত লিখিছিল, আৰু সেই মতেই কামত আগ বাঢ়িবলৈ তেতিয়াও তলে তলে ফন্দী চলায়েই আছিল, সেইজনেই কৈছিল এই আষাৰ কথা।

---

১১৬ Hitler delivered petulant speeches that fall warning the outside world and particularly the British to mind their own business and to quit concerning themselves "with the fate of Germans within the frontiers of the Reich." That fate, he thundered, was exclusively Germany's affair : *Shirer*.

এই প্ৰস্তাৱৰ মৰ্ম আছিল এই যে আলচাচ্-লৰেইন্ বোলা ফ্ৰান্সৰ পশ্চিম অঞ্চলৰ দোভচীয়া (জাৰ্মান আৰু ফৰাচী) প্ৰদেশখন নিজক লাগে বুলি আগতে দাবী কৰা দি আগলৈ জাৰ্মানিয়ে দাবী ন'কৰিব, তাৰ পৰিবৰ্তে ফ্ৰান্স আৰু জাৰ্মানিৰ বৈদেশিক নীতি থিৰ কৰোঁতে দুয়োটা চৰ্কাৰে গড়মিল কৰি মিলিজুলি কৰিব। নাৎসিশিয়ান হিট্‌লাৰে বঢ়িয়াকৈ বুজিছিল যে ফ্ৰান্সে এনে এক চুক্তিত চহী কৰিলে ইংৰাজৰ বিৰাগ-ভাজন তো হ'বই, লগতে মিত্ৰৰাজ্য ৰুচিয়া আৰু পলাণ্ডৰ মিত্ৰতাও হেৰুৱাব। তথাপি ফৰাচী চৰ্কাৰে হিট্‌লাৰৰ টোপটো লচৰ কৰে গিলি পেলালে। ডিচেম্বৰ মাহৰ ৬ তাৰিখে ফৰাচী ৰাজধানীত জাৰ্মান পৰৰাষ্ট্ৰ মন্ত্ৰী ৰিবেনট্ৰপে আৰু ফৰাচী পৰৰাষ্ট্ৰ মন্ত্ৰী বনেই উপৰোক্ত মৰ্মে চুক্তি-পত্ৰত চহী দিলে।

এই চুক্তিটিৰ প্ৰতি হিট্‌লাৰৰ আন্তৰিকতা কিমানখিনি আছিল সেই কথা তাৰ কেদিনমানৰ আগতে মাথোন ৰিবেনট্ৰপে ৰ'মত মুচলিনিক গুপুতে কোৱা কথাৰ পৰাই বুজিব পাৰি। দুমাহৰ আগত (অক্টোবৰ মাহত) হিট্‌লাৰে ৰিবেনট্ৰপক ৰ'মলৈ পঠাইছিল, মুচলিনিক দুআষাৰমান মৌ-সনা কথা কৈ মুচলিনিৰ লগত হিট্‌লাৰৰ মিতিৰালি আৰু টনটনীয়া কৰিবলৈ। তেতিয়া কথাৰ প্ৰসঙ্গত ৰিবেনট্ৰপে মুচলিনিক কৈছিল: ফ্যুৰাৰৰ দৃঢ় বিশ্বাস যে তিনি-চাৰি বছৰৰ ভিতৰতে ফ্ৰান্স আৰু ইংলণ্ডৰ লগত আমাৰ (জাৰ্মানি আৰু ইতালিৰ) যুদ্ধ লাগিব'ই। মিউনিকত চুডেটেনলেণ্ড সমস্যাৰ সমাধানে আমাৰ শক্তিৰ পৰিচয় দিলে; আমি এতিয়া ওপৰহতীয়া; আমাক আক্ৰমণ কৰোঁতা কেও নাই। সামৰিক দিশৰ পৰাও পৰিস্থিতি আমাৰ পক্ষে অতি সন্তোষ-জনক। অহা বছৰৰ চেপ্টেম্বৰ মাহত যুদ্ধত আমি ফ্ৰান্স আৰু ইংলণ্ডৰ সন্মুখীন হ'ব পাৰিম।[১১৭]

---

১১৭ The Fuehrer is convinced (Ribbentrop told the Italians) that we must inevitably count on war with the Western Democracies in the course of a few years, perhaps three or four.…The Czechoslovak crisis has shown our power! We have the advantage of the initiative and are masters of the situation. We cannot be attacked. The military situation is excellent: as from the month of September (1939) we could face a war with the great democracies: quoted by *A. B.* from *Ciano's Diplomatic Papers.*

*   *   *

২১ অক্টোবৰৰ দিনা হিট্‌লাৰে জাৰি কৰা আদেশত (২০৫ পৃষ্ঠা চাওক) তেওঁ এই কথাৰ ওপৰত গুৰুত্ব দিছিল যে সমগ্ৰ চেক'-শ্লভাকিয়া অধিকাৰ কৰিবলৈ সকলো ব্যৱস্থা এনে দৰে হাতত ল'ব লাগিব যে তাক যেন আক্ৰমণাত্মক কাৰ্য্য বুলি জগতে ক'ব নোৱাৰে; শান্তিপূৰ্ণ ব্যৱস্থা বুলিহে বিশ্বাস কৰে, অৰ্থাৎ, অষ্ট্ৰিয়া আৰু চুডেটেনলেণ্ড দখল কৰোঁতে যি কিটিপ লগোৱা হৈছিল, সেই কিটিপকে আকৌ লগাব লাগিব।[১১৮]

মিউনিকৰ চুক্তিৰ ফলত নিশকতীয়া হৈ পৰা চেক্ চৰ্কাৰে চেক'-শ্লভাকিয়াৰ পূব অংশৰ দুখন প্ৰদেশ—শ্লভাকিয়া আৰু ৰুথেনিয়াৰ ওপৰত কেন্দ্ৰীয় চৰ্কাৰৰ নামমাত্ৰ কৰ্তৃত্বহে ৰাখি, সেই দুই প্ৰদেশক স্বায়ত্ব শাসন দিবলৈ বাধ্য হৈছিল। হিট্‌লাৰক সন্তুষ্ট কৰিবলৈ, তাৰ উপৰিও, চেক্ চৰ্কাৰে চেক্'-শ্লভাকিয়াৰ কমিউনিষ্ট পাৰ্টিক বে-আইনী বুলি ঘোষণা কৰিছিল, আৰু পঢ়াশালিৰ ইহুদী পণ্ডিতসকলক বিনা দোষত কামৰপৰা আঁতৰাইছিল। তথাপিও সন্তুষ্ট ন'হৈ, হিট্‌লাৰে সমগ্ৰ চেক'-শ্লভাকিয়া গ্ৰাস কৰাৰ মতলব আঁটা বুলি গম পাই, চেক পৰৰাষ্ট্ৰমন্ত্ৰী চালকভ্‌স্কি বাৰ্লিনলৈ গ'ল হিট্‌লাৰক দেখা কৰিবলৈ। জানুৱাৰী মাহৰ (১৯২৯) ২১ তাৰিখে হিট্‌লাৰৰ লগত তেওঁৰ সাক্ষাৎ হ'ল। পিছে, ক'ত ফ্যুৰাৰে তেওঁৰ কাকুতি-মিনতিলৈ কাণ দিব, তেওঁক দেখা মাত্ৰকে জলজলাই উঠি বক্তৃতা জাৰিবলৈ ধৰিলে: মোৰ সহনি শক্তিৰ গুণেহে চেক'-শ্লভাকিয়া ৰক্ষা পৰিল। সেই কথা পাহৰিব নালাগে। চেক চৰ্কাৰে পূৰ্বৰ মনোভাব এৰি পেলাই, মোৰ কথা মতে নচলিলে মই চেক'-শ্লভাকিয়াক খুন্দি নইচ গুড়ি কৰিম। সেই কথা মনত ৰাখিব—ইত্যাদি ইত্যাদি নানান কথা কৈ, চেক'-শ্লভাকিয়াই জাতি-সংঘৰপৰা ওলাই আহিব লাগিব, চক ইহুদীসকলক আইন বহিৰ্ভূত কৰিব লাগিব আদি কৰি কি কি কৰিব লাগিব তাৰ এখন দীঘল ফিৰিস্তি দিলে। ফিৰিস্তি অনুসৰি চেক্ ৰাষ্ট্ৰীয় বেঙ্কে জাৰ্মান ৰাষ্ট্ৰীয় বেঙ্কত চাৰি নিযুত চেক ক্ৰাউন্ (=প্ৰায় চাৰি নিযুত ৰাইখ মাৰ্ক) জমা ৰাখিব বুলিও কোৱা হ'ল। হিট্‌লাৰে বঢ়িয়াকৈ বুজিছিল

---

১১৮ To the outside world it must clearly appear that is merely a peaceful action and not a warlike undertaking: *quoted by Shirer*.

যে কোনো স্বাধীন ৰাষ্ট্ৰৰ ( নামত হ'লেও ) পক্ষে তেওঁ আগ বঢ়োৱা দাবীবোৰ মানি লোৱা সম্ভৱ নহয় ; গতিকে মানি নোলোৱাৰ চেলুকে লৈ চেক'-শ্লভাকিয়াক গিলিবলৈ জুতি লাগিব।

মিউনিকত চেক্'-শ্লভাকিয়াৰ স্বাধীনতা আৰু নিৰাপত্তাৰ বাবে গা হৈ ব্ৰিটেইন আৰু ফ্ৰান্সে লিখন চুক্তিনামাত চহী দিছিল, জাৰ্মানিয়েও তাত চহী দিয়াৰ কথা আছিল, কিন্তু হিট্‌লাৰে তেতিয়ালৈকে চহী দিয়া নাছিল। গতিগোত্ৰ বেয়াৰ ফালে ঢাল লোৱা যেন দেখি চেক্, ব্ৰিটিচ আৰু ফৰাচী চৰ্কাৰে ইতিমধ্যে সেই কথা তুলিলত, চেক ৰাষ্ট্ৰদূতক হিট্‌লাৰে কৈছিল : চুক্তিপত্ৰত ফ্ৰান্স আৰু ইংলণ্ডই দিয়া চহীৰ কিবা মূল্য আছেনে ? মূল্য আছে একমাত্ৰ জাৰ্মানিৰ চহীৰ। জাৰ্মান চৰ্কাৰে চাই-চিতি বুজি-বাজিহে চহী দিব। ব্ৰিটিচ আৰু ফৰাচী চৰ্কাৰলৈ তেওঁ উত্তৰ দিছিল যে চুক্তি-পত্ৰত জাৰ্মানিয়ে চহী দিয়াৰ সময় এতিয়াও প্ৰশস্ত হোৱা নাই ; চেক'-শ্লভাকিয়াৰ অভ্যন্তৰীণ পৰিস্থিতিৰ বেহৰূপ কিছু দিনলৈ নিৰীক্ষণ কৰিহে চহী দিয়া নিদিয়াৰ কথা জাৰ্মানিয়ে থিৰ কৰিব।

চালকভ্‌স্কি অহা মুখেই যাব লগা হ'ল। তেওঁক বিদায় দি চেক'-শ্লভাকিয়াৰ অভ্যন্তৰীণ অৱস্থা প্ৰশস্ত কৰা কামত ফ্যুৰাৰে হাত দিলে। আগতে, অষ্ট্ৰিয়াত চাইচ্-ইন্‌কাৰ্টাক আৰু চুডেটেনলেণ্ডত হেনলাইনক নিয়োগ কৰা দি শ্লভাক্‌হঁতৰ নেতা ডক্টৰ টুকী আৰু শ্লভাকিয়াৰ সংখ্যালঘু জাৰ্মান সম্প্ৰদায়ৰ নেতা কাৰ্মাজিনক কৈঁটাই দিয়া হ'ল চেক'-শ্লভাকিয়াৰ পূব অংশত অৱস্থিত শ্লভাকিয়া আৰু ৰুথেনিয়া প্ৰদেশত পূৰ্ণ স্বাধীনতাৰ দাবী তুলি, জোৰ আন্দোলন চলাই, জনতাক উত্‌তাই আইন-শৃঙ্খলা ভঙ্গ কৰাই, হাই-কাঁজিয়া, অশান্তিৰ সৃষ্টি কৰিবলৈ। সেই পৰিস্থিতিৰ সৃষ্টি হ'লত, স্বকীয়া ৰাষ্ট্ৰ হিচাপে চেক'-শ্লভাকিয়াৰ অস্তিত্ব লোপৰ উপক্ৰম হোৱা যেন দেখি, প্ৰেচিডেণ্ট্ হাথাই ৬ মাৰ্চৰ দিনা ৰুথেনিয়াৰ আৰু ৯ তাৰিখে শ্লভাকিয়াৰ প্ৰাদেশিক চৰ্কাৰক বৰ্থাস্ত কৰিলে ; আৰু শ্লভাকিয়াত মাৰ্শ্যল ল'ও ঘোষণা কৰিলে। সেই বাতৰি পাই হিট্‌লাৰে নাচিবলৈ হে বাকী থাকিল ; তেওঁ বিচৰা চল আলাসতে তেওঁৰ হাতত পৰিলহি।

১১ মাৰ্চৰ দিনা বাৰ্লিন ৰেডিঅ'ই ঘোষণা কৰিলে যে শ্লভাকিয়াৰ নামকটা মুখ্যমন্ত্ৰী টিচ'ই সাহায্য বিচাৰি হিট্‌লাৰলৈ আবেদন জনাইছে। সেই দিনা নিশা নতুনকৈ গঠিত হোৱা শ্লভাক কেবিনেটৰ এখন বৈঠক চলি থাকোঁতে,

অষ্ট্ৰিয়াত অৱস্থিত হিট্‌লাৰৰ দুই মুখিয়াল লেমটো, চাইচ্‌ ইন্‌কার্ট আৰু বুর্কেল, পাঁচজন জার্মান জেনেৰেলেৰে সৈতে, দুৱাৰ ঠেলি বলেৰে বৈঠক-কক্ষত সোমাই, প্ৰেচিডেণ্ট হাযাই নতুনকৈ পতা মুখ্যমন্ত্ৰী চিদৰক জনালে যে তুৰন্তে তেওঁ শ্লভাকিয়াৰ পূৰ্ণ স্বাধীনতা ঘোষণা কৰে যদি কৰক, নকৰিলে শ্লভাকিয়াৰ ভৱিষ্যতৰ বাবে ফ্যুৰাৰ দায়ী ন'হ'ব। শ্লভাকিয়াৰ সৰহ ভাগ প্ৰজাৰ আৰু মুখ্যমন্ত্ৰী চিডৰৰো চেক'-শ্লভাকিয়াৰ পৰা ফাটি গৈ পূৰ্ণ স্বাধীনতা লাভ কৰাৰ আকাঙ্ক্ষা নাছিল। গতিকে চিডৰে গোনপটীয়াকৈ সমিধান নিদি টাঁচৰি কোবাই দিন চোঁচৰোৱাৰ চেষ্টা কৰিলে। পিছে, পাছ দিনা বৰ্খাস্ত হোৱা মুখ্যমন্ত্ৰী টিচ'ই মন্ত্ৰী মণ্ডলীক জনালে যে তুৰন্তে বাৰ্লিনত গৈ হিট্‌লাৰক দেখা কৰিবলৈ বুৰ্কেলৰ মাৰ্ফৎ তেওঁ নিৰ্দেশ পাইছে; নিৰ্দেশ নামানিলে জাৰ্মান সেনাই শ্লভাকিয়াৰ ৰাজধানী ব্ৰাটিশ্লাভা আৰু হাঙ্গেৰিৰ সেনাই শ্লভাকিয়াৰ পূব অঞ্চল দখল কৰিবহি। উপায়ন্তৰ নোহোৱাত টিচ'ক বাৰ্লিনলৈ যাবলৈ দিয়া হ'ল। ১৩তাৰিখে ভাটীবেলা তেওঁ হিট্‌লাৰক দেখা কৰিলে। চালকভ্‌স্কিক শুনোৱাদি দি হিট্‌লাৰে তেওঁকো এক্সাউৰি বক্তৃতা শুনালে: শ্লাভইতৰ ব্যৱহাৰত মই হতাশ হৈছোঁ। মিউনিকৰ বৈঠকৰ পাছত আমাৰ মিত্ৰৰাজ্য হাঙ্গেৰিয়ে শ্লভাকিয়া দখল কৰিব খুজিছিল। মই হে হকা-বধা কৰি শ্লভাকিয়াক ৰক্ষা কৰিছিলোঁ। এতিয়া শুনিবলৈ পাইছোঁ বোলে চিডৰে শ্লভাকিয়াক চেক'-শ্লভাকিয়াৰ পৰা পৃথক কৰিব নোখোজে। গতিকে শ্লভাকিয়াক নো কি লাগে তাকে পৰিষ্কাৰকৈ মোক জনাবৰ বাবে আপোনাক ইয়ালৈ মতা হৈছে। তুৰন্তে মোক পৰিষ্কাৰ উত্তৰ লাগে। এইটো এটা দিনো বাট চোৱাৰ বিষয় নহয়। শ্লভাকিয়াই যদি পূৰ্ণ স্বাধীনতা বিচাৰে মই সহায় কৰিম; ন'হ'লে শ্লভাকিয়াৰ ভাগ্যত যি আছে সেয়ে হ'ব। তাৰ বাবে মই দায়ী ন'হম।

হিট্‌লাৰৰ ৰেকৰেকনিৰ অন্ত পৰিলত টিচ'ক ৰিবেনট্ৰপৰ হাতত শোধাই দিয়া হ'ল। তেওঁ ব্ৰাটিশ্লাভালৈ উলটি গৈ কি কৰিব লাগিব সেই কথা তেওঁক ৰিবেনট্ৰপে বুজাই দিলে: শ্লভাকিয়াৰ পূৰ্ণ স্বাধীনতা ঘোষণা কৰি যুগুত কৰা এখনি ঘোষণা-পত্ৰৰ খচৰা তেওঁৰ হাতত দি তেওঁক কোৱা হ'ল যে উলটি গৈয়েই তেওঁ জাৰ্মান চৰ্কাৰলৈ এইবুলি এখন টেলিগ্ৰাম পঠাব যে চেক চৰ্কাৰৰ অত্যাচাৰত শ্লভাক প্ৰজা অতিষ্ঠ হৈ উঠিছে; তুৰন্তে ফ্যুৰাৰে শ্লভাকিয়াৰ নিৰপত্তাৰ ভাৰ নিজৰ হাতত ল'ব লাগে। পাঠকৰ মনত থাকিব যে অষ্ট্ৰিয়াৰ ক্ষেত্ৰত চাইচ ইনকাৰ্টৰ হতুৱাই এনে এখন টেলিগ্ৰাম দিওৱা হৈছিল।

পাছ দিনা শ্লভাক পাৰ্লামেণ্টত টিচ'ই পূৰ্ণ স্বাধীনতা ঘোষণা কৰি বিবেনট্ৰপৰ খচৰা পটি দিলত বাক-বিতণ্ডা আৰম্ভ হ'বলৈ ধৰোঁতেই কাৰ্মাঞ্জিলে থিয় দি ক'লে : মাননীয় সদস্যসকল, মই আপোনালোকক অনুৰোধ জনাওঁ যেন চাই বাট বোলে। জাৰ্মান সেনাই এই মাত্ৰকে আহি ব্ৰাটিশ্লাভা দখল কৰিলে কেনে সোৱাদ পাব টলকি চাব।

ড'ৰিত বান্দৰ নাচে। গত্যন্তৰ নেদেখি শ্লভাক পাৰ্লামেণ্টে টিচ'ৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে। ৰিবেনট্ৰপৰ যুগুতি অনুসৰি দুদিন পিছত (১৬ তাৰিখে) টেলিগ্ৰাম এখনি পঠোৱা হ'ল। সেই দিনাৰপৰা শ্লভাকিয়া আশ্ৰয়দাতা হিট্‌লাৰৰ আশ্ৰিত স্বাধীন ৰাষ্ট্ৰলৈ ৰূপান্তৰিত হ'ল। ৰুথেনিয়া বোলা প্ৰদেশখন হিট্‌লাৰে মিত্ৰৰাজ্য হাঙ্গেৰিক বকচিছ দিলে। হিট্‌লাৰৰ অনুমতিৰে হাঙ্গেৰিৰ সেনাই ৰুথেনিয়া দখল কৰিলেগৈ।

১৯৩৯ চনৰ মাৰ্চ মাহৰ ১৪ তাৰিখে এই দৰে মধ্য য়ুৰোপৰ সকলোতকৈ উন্নত, প্ৰগতিশীল পৰাক্ৰমী গণৰাষ্ট্ৰখনি খণ্ড-বিখণ্ড হ'ল।

পাছদিনা চেক'-শ্লভাকিয়াত ঘটা ঘটনাৱলী সম্বন্ধে ব্ৰিটিচ পাৰ্লামেণ্টত প্ৰশ্ন উঠিলত হিট্‌লাৰৰ কিলৰ কুটুম চেম্বাৰলেইনে নিৰ্দ্বিধাই উত্তৰ দিলে যে ঘৰুৱা হাই-কাঁজিয়াৰ ফলত চেক'-শ্লভাকিয়া থাং বাং হৈছে, গতিকে চেক'-শ্লভাকিয়াৰ প্ৰতি ব্ৰিটিচ্ চৰ্কাৰৰ আৰু কোনো দায়িত্ব নাই।[১১৯]

মাথোন চাৰি মাহ আগত চেক'-শ্লভাকিয়াৰ স্বাধীনতা আৰু নিৰাপত্তাৰ বাবে জামিনদাৰ হৈ আন্তৰ্জাতিক এখন চুক্তি-পত্ৰত চহী দি, তলিৰ সকলো কথা জানি-শুনিও, মহামান্য প্ৰধানমন্ত্ৰী চেম্বাৰলেইন ডাঙৰীয়াই বোলা বাইক এৰি এনে এষাৰ কথা কৈ গা আলেঙা দিবলৈ অকণো যে লাজ নাপালে, সেই কথা

---

১১৯ (ক) In the House of Commons next day Mr Chamberlain gave the internal disrupti-- of the Czech state by the action of the S a, before the Germans marched in, as the reason why Great Britain could no longer be bound by any obligation to guarantee the frontiers of Czechoslovakia. Once again Hitler had shown his understanding of the value of 'legality': *A. B.*

ভাবি প্ৰেচিডেণ্ট হাষা আৰু চেক জনগণৰ মনত কেনে ধৰণৰ প্ৰতিক্ৰিয়া হৈছিল সহজে অনুমান কৰিব পাৰি।

হিট্‌লাৰৰ গোৰোহাৰ তলতে থাকি শ্লভাকিয়াই "পূৰ্ণ স্বাধীনতা"ৰ সুখ-ফেৰা ভোগ কৰিব পৰাকৈ সকলো কথাৰ নিখৰচিকৈ পংতি লগাই এৰুনীয়া হৈ লোৱাৰ পাছত চেক'-শ্লভাকিয়াৰ বাকী অংশৰ—বহিমিয়া আৰু মৰাভিয়াৰ—সমস্যা সম্পূৰ্ণৰূপে সমাধান কৰিবলৈ হিট্‌লাৰৰ সমুখত ৰাধাপটি বাট মুকলি হ'ল।

দুদিন মানৰ পিছৰপৰা ১৯৩৮ চনৰ আগষ্ট মাহত ওলোৱাদি জাৰ্মান বাতৰি-কাকতবোৰত বৰ বৰ হৰফেৰে আকৌ বাতৰি ওলাবলৈ ধৰিলে: "বহিমিয়া আৰু মৰাভিয়াত সংখ্যালঘু জাৰ্মানসম্প্ৰদায়ৰ ওপৰত অমানুষিক অত্যাচাৰ"; "ব্ৰ,ন্ অঞ্চলত জাৰ্মান তেজৰ নৈ বৈছে"; "জাৰ্মান জাতিৰ সন্মান বিপন্ন" ইত্যাদি ইত্যাদি। ৩৮ চনত যিবিলাক কাল্পনিক ঘটনাৰ বিবৰণ—যেনে, গাভৰুণ তিৰোতাৰ পেটৰ পোৱালি সঙ্গীনেৰে খুঁচি বাহিৰ কৰি ভৰিৰে গৰকা; জাৰ্মান ছাত্ৰ-ছাত্ৰীৰ পিঠিত ৰাইডাং ফলা আদি—বাতৰি-কাকতত ওলাইছিল, হুবহু সেইবোৰেই এতিয়া আকৌ প্ৰকাশিত হ'বলৈ ধৰিলে। দৰাচলতে জাৰ্মানইতৰ উৎপাতত অতিষ্ঠ হৈয়ো হিট্‌লাৰৰ ভয়ত চেক্‌ইতে যিমান পাৰে সকলো কথা সহি-সামৰিহে আছিল; তথাপি দুই চাৰি সৰুসুৰা ঘটনা অৱশ্যে নঘটাকৈ থকা নাছিল। তাবে টোটোৱেই জাৰ্মান বাতৰি কাকতত ৰোটো হৈ ওলাইছিলগৈ।

সমুখত বিপদ-বস্তি দেখি হাতীয়ে ওদালৰ গুৰিত কান্দিবলৈ যোৱাদি চেক্

১১৯ (খ) Thus was "independent" Slovakia born on March 14, 1939. Though British diplomatic representatives were quick to inform London as to the manner of its birth, Chamberlain was just as quick to use Slovakia's "secession" as an excuse for Britain not to honor its guarantee of Czechoslovakia after Hitler on that very evening, March 14, acted to finish what had been left undone at Munich: *Shirer*.

চৰ্কাৰে মাৰ্চ মাহৰ ১৩ তাৰিখে হিট্‌লাৰলৈ এখনি আবেদন-পত্ৰ পঠালে। উত্তৰত প্ৰেচিডেণ্ট্ হাখাক বাৰ্লিনলৈ নিমন্ত্ৰণ কৰা হ'ল। ১৪ তাৰিখে আগ বেলাতে প্ৰেচিডেণ্ট হাখা আৰু তেওঁৰ পৰৰাষ্ট্ৰ মন্ত্ৰী চাল্‌কভস্কি বাৰ্লিনত উপস্থিত হ'ল। তাত চেক্ প্ৰেচিডেণ্টক যথাযোগ্য সন্মান দেখুৱাই মিলিটেৰী কায়দাত চেলামি দিয়া হ'ল। পিছে, বৰগছৰ টোপালেও তিযায, সিফালে চেক'-শ্লভাকিয়াত হুলস্থুল চলি থকা সত্বেও নিশা এক বজাতহে তেওঁলোক দুজনে হিট্‌লাৰৰ সাক্ষাৎ লভিলে। চানচেলাৰিৰ এটা কোঠাত হিট্‌লাৰৰ কাষতে বহি আছিল গ্যোৰিং, কাইটেল আৰু চাৰিজন বিষয়া। ভাৱেৰে পৰিলে বঙালেও নাকাটে বুলি ভাবি, সৰু হৈ সৰকিবলৈ চেষ্টা দি হাখাই ক'লে যে ওজৰ-আপত্তি একো দিবলৈ তেওঁলোক অহা নাই, তেওঁলোকে ফ্যুৰাৰৰ ওচৰত ইমানকে মাথোন খাটিবলৈ আহিছে যে নিজৰ দেশখনত চেক্ জাতিক যেন নিৰাপদে স্বাধীন ভাৱে বাস কৰিবলৈ দিয়া হয়।

বোলে: কমাৰে নাজানে দুখীয়াৰ লো,
যমে নাজানে একেটি পো।

হাখাৰ জয়দেউ কাকুতি শুনি কোমলক ছাবি অগ্নিমূৰ্তি ধৰি হিট্‌লাৰে বক্তৃতা জাৰিবলৈ লাগিল: সেইবোৰ কথা মই শুনো। আজিয়েই পুৱা ছয় বজাত জাৰ্মান সেনা চেক'-শ্লভাকিয়াত সোমাবগৈ। আপোনালোকে যুদ্ধ দিয়ে যদি জাৰ্মান সেনাৰ আগত কিমান পৰ তিষ্ঠিব পাৰিব, সেই কথা দকৈ গমি চাব। তাকে নকৰি যদি শান্তিপূৰ্ণ ভাৱে জাৰ্মান-সেনাক বাট এৰি দিয়ে, তেতিয়া হ'লে আপোনালোকৰ জাতীয় স্বাধীনতা কিছু পৰিমাণে ৰক্ষা কৰি, কিবা এটা সুব্যৱস্থা কৰিব পৰা যাব। সেই কথাকে জনাবলৈ আপোনাক ইয়ালৈ মতা হৈছিল। ইয়াত আপোনাৰ উপস্থিতিৰ ফলত হয়তো আপোনাৰ দেশে ধ্বংসৰ হাত সাৰিব পাৰিব। সময় সৰহ নাই, পুৱা ছয় বজাত যুদ্ধ-যাত্ৰা আৰম্ভ হ'ব (তেতিয়া নিশা দুই বাজোঁ বাজোঁ হৈছে), তাকে চাই কি কৰা সমীচীন হ'ব সেই বিষয়ে আন এটা কোঠাত আপোনালোক দুজনে গড়-মিল কৰক গৈ। মনত ৰাখিব ফ্যুৰাৰৰ কোনো কথাৰ কোনো দিনা লৰ-চৰ নহয় বুলি সকলোৱে জানে।[১২০]

---

১২০ "Everyone knows what a decision by the Fuehrer means": quoted by *A. B. from German documents*.

হিট্‌লাৰৰ এই সঁকীয়নিৰ অৰ্থ আছিল: যীশু মহাপ্ৰভু বুলি আপুনি পোনতে কাঁচীৰ কাঠত ওলমি পৰক ; বিচাৰ বাৰ পিছেপৰে হৈ থাকিব।

ভয়ত পেপুৰা লাগি হাষাই তেতিয়া সুধিলে : চেক্‌ সৈন্যবাহিনীক তেনে হ'লে নিৰস্ত্ৰ কৰা হ'ব নেকি ?

হিট্‌লাৰ : তেনে কিবা ব্যৱস্থা হাতত ল'ব লগা হ'ব পাৰে।

হাষা : কিন্তু মোৰ হাতত এতিয়া মাথোন চাৰি ঘণ্টা সময় আছে ; তাৰ মাজতে নো মোৰ কি কৰাৰ উপায় আছে ?

হিট্‌লাৰ : প্ৰাগলৈ আপুনি টেলিফ'ন কৰিব পাৰে।

তাৰ পাছত হাষা আৰু চালকভ্‌স্কিক লৈ যোৱা হ'ল আন এটা কোঠালৈ গ্যোৰিং আৰু ৰিবেনট্ৰপৰ লগত কথা-বতৰা পতাবলৈ। নাৰবপৰা পৰিলে বঠায়ো এখোঁচ মাৰে—তুৰন্তে ফ্যুৰাৰৰ হুকুম পালন নকৰিলে বোমা পেলাই প্ৰাগ নগৰী চূৰ্ণচাৎ কৰিব বুলি গ্যোৰিঙে ভৰকণি মাৰিলত চুলিৰ আগে জীৱ গৈ বেচেৰা হাষা সেই পিনে মূছ-কঁছ গ'ল। তেনে কিবা ঘটনা ঘটাৰ সম্ভাৱনা বুজি, আগৰেপৰা হিট্‌লাৰৰ নিজগৰীয়া বেজ ( quack doctor ) মৰেলক হাতৰ কাষতে পোৱাকৈ থাকিবলৈ কোৱা হৈছিল। মৰেলে ইন্‌জেকশ্বন্‌ এটা দিয়াৰ পাছত, হাষাই সংবিৎ ঘূৰাই পোৱা যেন হৈ জড়ৰে চৈতন্যৰে মাজত থকা অৱস্থাতে, তেওঁৰ হতুৱাই হিট্‌লাৰে কোৱা মতে প্ৰাগলৈ টেলিফ'ন কৰোৱা হ'ল।

ইতিমধ্যে এখনি ঘোষণা-পত্ৰ তৈয়াৰ কৰি থোৱা হৈছিল। কেঁচুজালি দিয়াৰ আগতে চাৰি বজাত চেক্‌ প্ৰেচিডেণ্টক পুনৰ হিট্‌লাৰৰ সমীপত হাজিৰ কৰা হ'লত ঘোষণা-পত্ৰখনিত তেওঁক চহী কৰিবলৈ কোৱা হ'ল। তাত লিখা আছিল :

প্ৰেচিডেণ্ট হাষাৰ অনুৰোধ অনুসৰি ফ্যুৰাৰৰ লগত হোৱা তেওঁৰ সাক্ষাৎ-কাৰত প্ৰেচিডেণ্টে চেক জাতিৰ ভাগ্য নিৰ্দ্বিধায় ফ্যুৰাৰৰ হাতত অৰ্পণ কৰে।[১২১]

---

১২১ Its ( ঘোষণা-পত্ৰৰ ) smooth terms were a masterpiece of understatement. Fuehrer had received President Hacha at the latter's request and the President 'confidently placed the fate of the Czech people in the hands of the Fuehrer.' Not a word was said of threats or invasion : *A. B.*

খতভুখৰিত হাবাই চহী দিয়াৰ পাছত ফুৰ্তিৰ কোবত থাকিব নোৱৰা হৈ মহিলা চেক্রেটৰিসকলে কাম কৰি থকা কাষৰ কোঠাটোলৈ গৈ, তেওঁক চুমা খাবলৈ গালখন পাতি দি হিট্লাৰে ক'লে : ছোৱালীইঁত, আজিৰ দিনটোৱেই মোৰ জীৱনৰ সকলোতকৈ মহান দিন। বুৰঞ্জীয়ে মোক জাৰ্মান-শ্ৰেষ্ঠ বুলি স্বীকৃতি নিদি নোৱাৰিব।[১২২]

দুঘণ্টাৰ পাছত জাৰ্মান সেনা নিৰ্বিবাদে চেক'-শ্লভাকিয়াত সোমালগৈ।

হিট্লাৰে জনা নাছিল—কেনেকৈ তেতিয়া তেওঁ জানিব—যে সেই দিনাৰ সেই দিনটো তেওঁৰ জীৱনৰ শীৰ্ষবিন্দু নাছিল, আছিল প্ৰকৃততে অধোবিন্দুহে। তাৰ পিছতো অৱশ্যে আৰু ভালেদিন তেওঁৰ জয়-যাত্ৰা চলিব। কিন্তু তেওঁৰ সেই দিনাৰ কাৰ্য্যৰ পৰিণাম স্বৰূপেই অৱশেষত এদিন বৌ-বৌৱৰ তলিত ঘূৰ আফালি তেওঁৰ চকু-চমকোৱা জীৱন-নাটৰ তেওঁ আধ্যা পেলাবলগীয়াত পৰিবগৈ। এই সন্দৰ্ভত শ্বাইৰাৰে কৈছে : It did not occur to him—how could it? —that the end of Czechoslovakia might be the beginning of the end of Germany. From this dawn of March 15, 1939—the Ides of March—the road to war to defeat, to disaster, as we now know, stretched just ahead. It would be a short road and as straight as a line could be. And once on it, and hurtling down it, Hitler, like Alexander and Napoleon before him, could not stop.

মাৰ্চ মাহৰ ১৫ তাৰিখে বিজয়ী বীৰৰ বেশত হিটলাৰে স্বয়ং প্ৰাগত পদাৰ্পণ কৰি 'জাৰ্মানিৰ আশ্ৰিত বহিমিয়া আৰু মৰাভিয়া ৰাজ্য' ( protectorate of Bohemia and Moravia ) থাপনা কৰি, মৰা গৰুক ঘাঁহ যোগালে। চুডেটেনলেণ্ডৰ গুণ্ডা হেনলাইনক পতা হ'ল সেই ৰাজ্যৰ ৰক্ষুৰীয়া বিষয়া। চেক'-শ্লভাকিয়া বোলা ৰাষ্ট্ৰখনি সেই দিনাৰপৰা নিশ্চিহ্ন হ'ল।

---

১২২ Hitler could hardly contain himself. He burst into his secretaries' room and invited them to kiss him. 'Children', he declared, 'this is the greatest day of my life. I shall go down to history as the greatest German.' : *A. B.*

চেক’-শ্লভাকিয়াৰ স্বাধীনতা ৰক্ষা কৰিব বুলি মিউনিকত শপত লোৱা দুই মহাপুৰুষ চেম্বাৰলেইন আৰু দালাদিয়েই হিট্‌লাৰৰ আতচ-বাজী ভেবা লাগি চাই থাকিল ; চেক’-শ্লভাকিয়াৰ দুৰ্দশাৰ পিনে এতিয়া কেৰাহিকৈ চাবলৈকো তেওঁলোকৰ সময় নোলাল। উৱপৰ ব্ৰিটিচ্ পাৰ্লামেণ্টত এই সম্বন্ধে প্ৰশ্নৰ জাউৰি উঠিলত একোকে নজনাটি হৈ চেম্বাৰলেইনে উত্তৰ দিলে : " here has been no aggression. ব্ৰিটিচ আৰু ফৰাচী চৰ্কাৰৰ পৰাক্ৰমৰ দৌড বুজিবলৈ কাৰো আৰু বাকী নাথাকিল। তেতিয়াৰপৰা অকল হিট্‌লাৰেই নহয়, মুচলিনিয়েও চেম্বাৰলেইনক তৃণ-কুটা জ্ঞান কৰা হ’ল, দুয়োজন ডিক্টেটৰৰ মনত ধাৰণা জন্মিল যে তেওঁলোক দুয়ো চেম্বাৰলেইনৰ মূৰত উঠি নাচি থাকিলেও তেওঁ যুদ্ধলৈ আগ নাবাঢ়ে।[১২৩]

বোলে, বুলৰস্তৰ বল, যেই পিনে ধৰে সেই পিনে চল। চেম্বাৰলেইনে আন কি হিট্‌লাৰৰ কাৰ্য্যৰ গৰিহণা দি মাত এষাৰো নামাতিলে। এই ক্ষেত্ৰত দালাদিয়েই জানিবা আপেক্ষিকভাৱে অকণমানি মনুষ্যত্ব দেখুৱাইছিল। হিট্‌লাৰ বা ৰিবেনট্ৰপক লগ ধৰিব নোৱাৰি ফৰাচী ৰাষ্ট্ৰদূত কুলঁদ্ৰে ষ্টেইট চেক্ৰেটেৰি ভাইচেকাৰক, ফৰাচী চৰ্কাৰৰ নিৰ্দেশ অনুসৰি, জনালে যে হিট্‌লাৰে মিউনিকৰ চুক্তি আৰু ৬ডিচেম্বৰৰ ফৰাচী-জাৰ্মান চুক্তি ভঙ্গ কৰিছে, গতিকে জাৰ্মান চৰ্কাৰে চেক’-শ্লভাকিয়া সম্বন্ধে যি ব্যৱস্থা হাতত লৈছে, সেই ব্যৱস্থা ফৰাচী চৰ্কাৰে মানি নলয়। পিছে, বিষ নোহোৱা সাপৰ ফোপাউৰিত কোনে ভয় খাব ?

যেই হওক, বাহিৰে যেনে ভঙ্গিতাকে নকৰক লাগে এই ক্ষণৰপৰা চেম্বাৰলেইনৰ মতিগতি অলপ বদলিল। তেওঁৰ বিৰুদ্ধে ইংলণ্ডত জনমত প্ৰবল হৈ আহিবলৈ ধৰিলত তেওঁ বুজিলে যে হিট্‌লাৰ-প্ৰেম নেৰিলে তেওঁৰ নিজৰ গদীখনেই ন’ৰ’ব।[১২৪] তদুপৰি, চুডেটেন জাৰ্মান সকলক জাৰ্মানিৰ

---

১২৩ Not only Hitler but also Mussolini had reached the conclusion that the British had become so weak and their Prime Minister, as a consequence, so accomodating that they need pay little further attention to London : *Shirer*.

১২৪ It dawned on Chamberlain that his own position as head of government and leader of the Conservative party was in jeopardy : *Shirer*.

বুকুলৈ অনাব পাছত য়ুৰোপ মহাদেশৰ সূচ্যগ্ৰ ভূমিও তেওঁ আৰু নিবিচাৰিব বুলি হিট্‌লাৰে কুকুৰা কাটি খোৱা শপতৰ কথা সুঁৱৰি চেম্বাৰলেইন চাহাবে কিজানি অলপ অচৰপকৈ গম পাবলৈকো ধৰিলে যে হিট্‌লাৰে তেওঁক ৰথত তুলি জখলাহে কাটিলে ; বুলিব, ভাল দেখি বন্ধালেঁ। সখি, পিছত দেখোন কেনেবাহে দেখি। তথাপি, ইমানৰ পাছতো, তেওঁৰ চকুৰ চামনিখন সম্পূৰ্ণৰূপে আঁতৰা নাছিল ; য়ুৰোপ মহাদেশৰ ভৱিষ্যৎ সম্বন্ধে হিট্‌লাৰৰ লগত বুজাবুজিলৈ অহাৰ আশা তেতিয়া তেওঁ এৰিব পৰা নাছিল। এই সম্বন্ধে ব্ৰিটিচ্ মন্ত্ৰী চাৰ চেমুৱেল হ'ৰে, পিছত কৈছিল : The lesson of Prague was not that further efforts for peace were futile, but rather that, without greater force behind them, negotiations and agreements with Hitler were of no permanent value: quoted by *A. B.*

যি কি নহওক, এইষাৰ কথাৰপৰা বুজা যায় যে এই ক্ষণৰপৰা ব্ৰিটিচ্ চৰ্কাৰৰ বৈদেশিক নীতিৰ অলপ সালসলনি ঘটিছিল। ব্ৰিটিচ্ চৰ্কাৰে অৱশেষত এই কথা বুজিছিলগৈ যে বলৰ সলনি বল খটুৱাব নোৱাৰিলে হিট্‌লাৰক নিৰস্ত কৰিব পৰা ন'হ'ব। মাৰ্চ মাহৰ ৩১ তাৰিখে সেই মনোভাব প্ৰকাশ কৰি চেম্বাৰলেইনে হাউচ্ অভ্ কমন্সত কৈছিল : In the event of any action which threatened Polish independence,······His Majesty's Government would feel themselves bound at once to lend the Polish Government all support in their power······I may add that the French Government have authorized me to make it plain that they stand in the same position in this matter.

তাৰ মানে পলাণ্ডৰ পাল ওচৰ চাপি আহিল। এই বাবহে লাগিব চেম্বাৰলেইন চাহাবৰ নেগুৰত ভালকৈ একুৰা জুই। নেজৰ জুই মুখেৰে মুমাবলৈ তেওঁৰ তৰ্ৰনি হেৰাব।

# চতুৰ্থ অধ্যায়

## ক

## পলাণ্ডৰ পাল (১)

ভের্চাইৰ চুক্তি অনুসৰি জাৰ্মানিৰ অপ্ৰিয় কেতবোৰ সা-সুবিধা পলাণ্ডক দিয়াৰ কথা আগত উনুকিওৱা হৈছে।* সেই চুক্তি মতে জাৰ্মানিৰ দুখন প্ৰদেশ আৰু পূৱ-জাৰ্মানিৰ ( প্ৰুচিয়া ) মাজেদি ডাণ্ট্চিক্ বন্দৰলৈ এটা বাট উলিয়াই ( Corridor ) পলাণ্ডক তাৰ দখল দিয়াৰ উপৰিও, জাৰ্মানিৰ এটি ঘাই বন্দৰ ডাণ্ট্চিকৰ শাসন-ভাৰ জাতি-সংঘত ন্যস্ত কৰি প'লসকলক সেই নগৰত কেতবোৰ বিশেষ সুবিধা ভোগ কৰিবলৈ দিয়া হৈছিল। এই ব্যৱস্থাই জাৰ্মান জনগণক হুলে বিন্ধাদি বিন্ধাৰ কথা আৰু হিট্‌লাৰ ক্ষমতাত অধিষ্ঠিত হোৱাৰ আগতেই এই সম্বন্ধে জাৰ্মানিৰ তদানীন্তন মুখ্য সেনাপতি চীয়েক্টে কোৱা কথা এযাৰো উপৰোক্ত পৰিচ্ছেদত উল্লেখত কৰা হৈছে। পলাণ্ডক এনে বিধৰ অনুগ্ৰহ দেখুওৱাৰ উপৰিও ভের্চাইৰ ব্যৱস্থা মতে পূৱ-জাৰ্মানিৰ চৰাইৰ ঠোঁটৰ আকাৰৰ ভূখণ্ড ডোখৰৰ 'মেমেল' বোলা এটি অংশ, প্ৰথম মহা-সমৰৰ অন্তত নতুনকৈ অনুষ্ঠিত হোৱা লিথুৱানিয়া বোলা ৰাষ্ট্ৰখনক দান কৰা হৈছিল।

হিট্‌লাৰে চেক'শ্লভাকিয়াৰ ৰাজধানী প্ৰাহাত পদাৰ্পণ কৰাৰ ( ১৫ মাৰ্চ, ১৯৩৯ ) দুদিন পাছতে ৰিবেনট্ৰপে মেমেল জাৰ্মানিক ঘূৰাই দিবলৈ লিথুৱানিয়াৰ চৰ্কাৰলৈ আল্টিমেটাম পঠালে। লিথুৱানিয়াৰ চৰ্কাৰে জাৰ্মানিৰ লগত ফেৰ পাতিবলৈ ন'গৈ, ভাল ল'ৰাৰ দৰে, বিনাবাক্যে মেমেল জাৰ্মানিক ওলোটাই দিলে। প্ৰাহাৰপৰা পোনছাটে হিট্‌লাৰ নিজে গৈ মেমেলত উপস্থিত হৈ মেমেলবাসী জাৰ্মানসকলক তৃতীয় ৰাইখৰ তৰফৰপৰা আদৰণি জনালে।[১২৫]

---

*প্ৰথম অধ্যায়, চতুৰ্থ পৰিচ্ছেদ—হিট্‌লাৰৰ ফৰেইন পলিচি—চাওক।

১২৫ **'You have returned', he told the Memellanders, to a new Germany......a Germany determined to be the mistress of her own destiny and herself to fashion that destiny, even if that should not please the world without' : *A. B.***

ইয়াৰ চাৰি-পাঁচ মাহ আগতে ( ২৪ অক্টোবৰ, ১৯৩৮ ) ৰিবেনট্ৰপে পলাণ্ডৰ ৰাষ্ট্ৰদূত য়চেফ্ লিপ্স্কিক এদিন সান্ধ্য ভোজনলৈ নিমন্ত্ৰণ কৰি তেওঁৰ মাৰ্ফৎ জাৰ্মান চৰ্কাৰৰ কেইটামান প্ৰস্তাৱ আগ বঢ়ালে পলাণ্ডৰ চৰ্কাৰৰ বিবেচনাৰ অৰ্থে। প্ৰস্তাৱ সমূহৰ মাজত ঘাই প্ৰস্তাৱ আছিল দুটা :

১) ডাণ্ট্চিক্ জাৰ্মানিক ওলোটাই দিয়া ;

২) পলিশ্ কৰিডৰৰ মাজেদি পশ্চিম-প্ৰুচিয়াৰপৰা পূব-প্ৰুচিয়ালৈ জাৰ্মানিক এটা ৰেল আলি বহুৱাবলৈ দিয়া, আৰু সেই আলিৰ ওপৰত জাৰ্মানিক সম্পূৰ্ণ অধিকাৰ ( extra territorial right ) দিয়া।

ৰিবেনট্ৰপে প্ৰস্তাৱসমূহ শান্তশিষ্ট ভদ্ৰ ভাৱেৰেই আগ বঢ়াইছিল , ডাবি-ধমকি ভাবুকি দিয়া নাছিল। প্ৰস্তাৱ-সমূহ যে ন্যায় আৰু যুক্তিসংগত আছিল সেই কথা দুই কৰিব নোৱাৰি। পলাণ্ডৰ চৰ্কাৰে প্ৰস্তাৱসমূহ সহানুভূতি-সহকাৰে বিবেচনা কৰি চাব পাৰিলেহেঁতেন, কিন্তু পলাণ্ডৰ তৎকালীন পৰৰাষ্ট্ৰ মন্ত্ৰী কৰ্ণেল বেক্ আছিল এজন একাগুৱী সামৰিক বিষয়া (প্ৰাক্তন), ৰাজনীতি আৰু কূটনীতিৰ তেওঁ বৰকৈ ধাৰ নাধাৰিছিল। তদুপৰি উপৰোক্ত দুই প্ৰস্তাৱ মানি ল'লে হিট্লাৰে যে তাৰ পাছত পজেন্ আৰু চাইলেচিয়া প্ৰদেশ ( ১ম অধ্যায়, চতুৰ্থ পৰিচ্ছেদ চাওক ) দাবী কৰি ন'বহিব, আৰু পলাণ্ড যুৰেকত গৈ জাৰ্মানিৰ এখন উপৰাষ্ট্ৰত ( Satellite ) পৰিণত ন'হবগৈ, সেই কথা পতিয়াওঁতা কেও নাছিল। সাতে সোতৰে পলাণ্ডৰ চৰ্কাৰে চাঁচৰি কোবাই দিন চোঁচোৰাবলৈ ধৰিলে।

১৯ নভেম্বৰৰ দিনা ৰিবেনট্ৰপে প্ৰস্তাৱসমূহৰ উত্তৰৰ বাবে লিপ্স্কিক তাগিদা দিলত কৰ্ণেল বেকে নিজে গৈ বেৰ্ষটেশ্বগাডেনত হিট্লাৰক দেখা কৰিলে। বোলে কহয় মাধৱ দাসে, মানুহে মানুহে আছে ; বেক্, শুশ্নিক্ বা হাষাৰ শ্ৰেণীৰ অলপ-ধতুৰা কচুৰ কটাৰী নাছিল , তেওঁ আছিল গহীয়া, থামিডাঠ, আমঠ পুৰুষ। হিট্লাৰৰে সৈতে বহা বৈঠকত তেওঁ প্ৰকাৰান্তৰে জাৰ্মান চৰ্কাৰৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰিলে।

ভালেৰে পলাণ্ডক বলে নোৱাৰি ২৪ নভেম্বৰৰ দিনা হিট্লাৰে আদেশ জাৰি কৰিলে—বলেৰে ডাণ্টচিক্ দখল কৰাৰ আঁচনি ১০ জানুৱাৰীৰ (১৯৩৯) ভিতৰত মজুত কৰিব লাগে। কিন্তু মুখেৰে তাৰ পাছতো পলাণ্ডৰ কৰ্তৃপক্ষৰ লগত তেওঁ ভালৰি বোলায়েই থাকিল, কাৰণ চেক্'শ্লভাকিয়াৰ যঁতৰা নভঙালৈকে তেওঁ পলাণ্ডৰ লগত দন্দ জোকাব খোজা নাছিল।

ইতিমধ্যে চেক'-শ্লভাকিয়াৰ সমস্যাৰ ওৰ পৰিলত, ২১ মাৰ্চৰ দিনা (১৯৩৯) ৰিবেণ্ট্ৰপে লিপস্কিক জনালে যে ডাণ্ট্‌চিক্ আৰু তাৰ সংশ্লিষ্ট সমস্যাবোৰৰ অনতিপলমে ফ্যুৰাৰে সমাধান বিচাৰে। ৰিবেণ্ট্ৰপৰ প্ৰস্তাৱসমূহ লৈ লিপস্কি ৱাৰ্চ ( পলাণ্ডৰ ৰাজধানী ) পালেগৈ। তাৰপৰা উলটি আহি ২৬ মাৰ্চৰ দিনা জাৰ্মানিৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰি প'ল চৰ্কাৰে পঠোৱা লিখিত সমিধান তেওঁ ৰিবেণ্ট্ৰপৰ ওচৰত দাখিল কৰিলে। সেই উত্তৰ পাই ৰিবেণ্ট্ৰপৰ কথাৰ চিৰি সলনি হ'ল। সেই দিনালৈ চকু পকাই লিপস্কিক বিদায় দি পাছ দিনা আকৌ তেওঁক মতাই আনি হেঁফনি মাৰি তেওঁ ক'লে: প'ল চৰ্কাৰে ডাণ্ট্‌চিকৰ জাৰ্মান প্ৰজাৰ ওপৰত চলোৱা অত্যাচাৰৰ কথা আৰু তলে তলে জাৰ্মানিৰ বিৰুদ্ধে যুদ্ধৰ আয়োজন কৰাৰ কথা আমি গম নোপোৱাকৈ থকা নাই। লোকত উশাহ ল'বলৈ গৈ আন এখন ৰাষ্ট্ৰৰ কি দশা হ'ল সেই কথা প'ল চৰ্কাৰে পাহৰা যুগুত ন'হব। ডাণ্টচিকৰ জাৰ্মান প্ৰজাৰ ওপৰত প'লইঁতে উপদ্ৰৱ চলাই থাকিলে পলাণ্ডে জাৰ্মানিক আক্ৰমণ কৰা বুলিয়েই আমি ধৰি ল'ম, আৰু সেই মতে তাৰ যথোচিত উত্তৰ দিয়া হ'ব।

ৰিবেণ্ট্ৰপৰ সঁকীয়নিৰ কথা লিপস্কিয়ে তেওঁৰ চৰ্কাৰক জনালত, ৱাৰ্চত অৱস্থিত জাৰ্মান ৰাষ্ট্ৰদূতক মতাই নি কৰ্ণেল বেকে ক'লে: জাৰ্মান চৰ্কাৰে বলেৰে ডাণ্ট্‌চিকৰ বৰ্তমানৰ ব্যৱস্থাৰ সাল-সলনি ঘটাবলৈ চেষ্টা কৰিলে আমিও সেই কাৰ্য্য আক্ৰমণাত্মক বুলি গণ্য কৰি যথাযোগ্য বিধান হাতত ল'ম। জাৰ্মান ৰাষ্ট্ৰদূতে তেতিয়া ক'লে:

চঙ্গীনৰ জোং দেখুৱাই আপোনালোকে কথা-বতৰা চলাব খোজে নে কি?

বেকে উত্তৰ দিলে: সেই কিটিপেৰে আন্তৰ্জাতিক আলোচনা চলোৱাটো আপোনাসকলৰেই তো দস্তুৰ।

"হাতীয়ে বোলে মোৰ দুটা দাঁত,<br>
নিগনিয়ে বোলে মোৰো দুটা দাঁত।"

বেকৰ উত্তৰ শুনি হিট্‌লাৰৰ মেজাজৰ তাপ কিমানলৈ চৰিছিল সহজে অনুমান কৰিব পাৰি।

ভাগ্যে জানিবা, হিট্‌লাৰ তেনেতে পৰিল এক আন্তৰ্জাতিক পকনীয়াত! চেম্বাৰলেইন আৰু হেলিফেক্সে এইবাৰো পলাণ্ডৰ ওপৰত হেঁচা দি হিট্‌লাৰৰ প্ৰস্তাৱসমূহ গ্ৰহণ কৰিবলৈ প'ল চৰ্কাৰক বাধ্য কৰাৰ চেষ্টা দিলেহেঁতেন, পিছে

চেক'-শ্লভাকিয়া আৰু মেমেলক গাগল-গিলা দিয়াৰ পাছত হিট্লাৰৰ বিৰুদ্ধে ব্রিটেইনত জনমত ইমান প্রবল হৈ উঠিছিল যে তেওঁক দমাবলৈ কিবা এটা নকৰিলে চেম্বাৰলেইনৰ গা নোবোৱা হ'ল।[126] ৩০ মার্চৰ দিনা চেম্বাৰলেইনে ব্রিটিচ পার্লামেণ্টত ঘোষণা কৰিলে : In the event of any action which clearly threatens Polish independence, and which the Polish Government accordingly consider it vital to resist with their national forces. H. M. Government would feel themselves bound at once to lend the Polish Goverment all support in their power." The French Government associated themselves with the British in these assurances :*A. B.*

ব্রিটিচ ৰাজমন্ত্রীৰ এই ঘোষণা শুনি খঙত হিট্লাৰ অগ্নিমূর্তি হ'ল। লণ্ডনৰপৰা বাতৰিটো আহি তেওঁৰ হাতত পৰাৰ সময়ত, জার্মান নৌ-বাহিনীৰ এজন ঘাইমূৰীয়া বিষয়া, এড্মিৰেল কানাৰিচ্, হিট্লাৰৰ লগত বহি আছিল। তেওঁ কোৱা মতে বাতৰিটি পাই হিট্লাৰে মেজখনতে গেমেহা-গেমেহ ভুকু গোটাচেৰেক শোধাই কোঠাটোৰ ইমূৰৰ পৰা সিমূৰলৈ তয়নাচ দি গুজৰিবলৈ ধৰিলে : সিহঁতক মই এনে জলপান খুৱাম যে টেঁটুত লাগি সিহঁত মৰিব।[127]

---

১২৬ But British public opinion was in an uproar. Hitler was supposed to have gone back on his word. He was on the march to the domination of Europe. Neville Chamberlain, much against his will, had to speak words of protest and even of resistance. Secretly, Chamberlain, Halifax, and the rest wanted to settle with Hitler : *A. J. P. Taylor* : (*History of World War II*) complied by *S. L. Mayer*.

১২৭ "I will cook them such a stew that they will choke on" : *English translation quoted by* A. B.

খ. জামবিবলৈ নৌ-পাওঁতেই ৩ এপ্ৰিলৰ দিনা হিট্‌লাৰে গুপুত আদেশ জাৰি কৰিলে :

(১) আক্ৰমণৰ বিৰুদ্ধে আমাৰ সীমান্তত সকলো ব্যৱস্থা সৰল কৰিব লাগে।

(২) ডাণ্ট্‌চিক্

আৰু তাৰ পাছত

(৩) সমগ্ৰ পলাণ্ড অধিকাৰ কৰিব পৰাকৈ ১ চেপ্টেম্বৰৰ ভিতৰত আমাৰ ফৌজ তৈয়াৰ হ'ব লাগে।

লগে লগে পলাণ্ডৰ পৰ-ৰাষ্ট্ৰ মন্ত্ৰী কৰ্ণেল বেকক তলব দিয়া হ'ল বাৰ্লিনত হাজিৰ হ'বলৈ, পিছে হিট্‌লাৰৰ তলবত চেম্বাৰলেইন আৰু দালাদিয়েই নেগুৰ দাঙি ঢপলিয়াই গৈ মিউনিকত হাজিৰ হোৱাদি তেওঁ বাৰ্লিনত হাজিৰ হ'বলৈ ন'গৈ লণ্ডনত হে উপস্থিত হ'লগৈ। তাত ব্ৰিটিচ মন্ত্ৰীসকলৰ লগত হোৱা তেওঁৰ আলোচনাত সিদ্ধান্ত লোৱা হ'ল যে যুদ্ধ লাগিলে ইখন ৰাষ্ট্ৰই সিখনক সাহায্য দিব ( Mutual Assistance Pact )। ফৰাচী চৰ্কাৰেও সেই চুক্তিত যোগ দিলে।

১৯ এপ্ৰিলৰ দিনা এই চুক্তিৰ বাতৰি পাই হিট্‌লাৰৰ খঙত আপোনাৰ মগুহ আপুনি খোৱাৰ অৱস্থা হ'ল। ৰুমানিয়াৰ পৰ-ৰাষ্ট্ৰ মন্ত্ৰী গ্ৰেগোৱাৰ গাফেন্স্কু তেতিয়া হিট্‌লাৰৰ কক্ষত উপস্থিত আছিল। তেওঁৰ আগত হিট্‌লাৰে ভোৰভোৰাবলৈ ধৰিলে : ইংলণ্ডক যুদ্ধ লাগে ; ভাল কথা ; যুদ্ধৰ সোৱাদ ইংলণ্ডক বঢ়িয়াকৈ দিয়া যাব ; পিছে এই বাৰৰ যুদ্ধ, আগৰ বাৰৰ যুদ্ধৰ লেখিয়া ন'হ'ব। গোটেই পৃথিৱীয়ে এই বাৰ ইংলণ্ডৰ ফলীয়া হৈ যুঁজিব ; অৰ্দ্ধ-জগৎ আমাৰ ফালেহে থাকিব। এইখন কেনে বিধৰ যুদ্ধ হ'ব ইংলণ্ডই কল্পনাও কৰিব পৰা নাই। দুটা ডিভিজনো সম্পূৰ্ণ সাজ-সৰঞ্জামেৰে যুদ্ধত নমোৱাৰ শক্তি যিটো জাতিৰ নাই, সেইটো জাতি ইংৰাজে আজিৰ দিনৰ যুদ্ধ কাক বোলে বুজিব কেনেকৈ ?[১২৮]

---

১২৮ How can the English imagine what a modern war will be like when they are incapable of putting two fully equipped divisions in the field ?" *quoted by A.B.* from the English translation of **Gregoire Genefencu's** *Dernier Jours de l' Europe* ( Paris, 1946 ), P. 89.

পলাণ্ডৰ লগত ব্ৰিটিচ চৰ্কাৰে কৰা চুক্তিৰ প্ৰত্যুত্তৰত হিট্‌লাৰে ইংলণ্ড আৰু পলাণ্ডৰ লগত ১৯৩৫ চনত কৰা জাৰ্মানিৰ চুক্তি নাকচ কৰিলে।*

ইতিমধ্যে হিট্‌লাৰৰ ওভংগোৰ নাচন চাই চাই আমনি লাগি মুচলিনিৰো গা উঠিল জয়যাত্ৰাত ওলাবলৈ। ৭ এপ্ৰিলৰ দিনা তেওঁৰ সেনাই আৰ্ষেনিয়া আক্ৰমণ কৰিলে। এই ঘটনাৰ ফলত ডাঙৰকৈ এখন যুদ্ধ লগাৰ আশংকা দেখি আমেৰিকাৰ প্ৰেচিডেণ্ট ফ্ৰেঙ্কলিন ৰুজভেল্টে হিট্‌লাৰ আৰু মুচলিনিক সম্বোধন কৰি এখন চিঠি লিখিলে। ত্ৰিছখন ৰাষ্ট্ৰৰ এখন তালিকা চিঠিৰ লগতে সাঙুৰি দি ডিক্টেটৰদ্বয়ক তেওঁ সুধি পঠালে যে সেই ৰাষ্ট্ৰকিখনৰ কোনো এখনকো আক্ৰমণ নকৰিব বুলি প্ৰতিশ্ৰুতি দিবলৈ তেওঁলোক মান্তি হ'বনে ?

চিঠি পাই কেদিনমানলৈ টলকা মাৰি থাকি ২৮ এপ্ৰিলৰ দিনা এক বিৰাট জন সমাবেশত ঠাট্টা-মস্কৰাৰে ৰুজ্‌ভেল্টক থকা-সৰকা কৰি হিট্‌লাৰে আকৌ এবাৰ তেওঁৰ অসামান্য বাক-শক্তিৰ পৰিচয় দিলে।[১২৯]

চানেকী হিচাপে তেওঁৰ বক্তৃতাৰ কেই আষাৰমান কথা তলত তুলি দিয়া হ'ল :

যুদ্ধ লগোৱা যে মহাপাপ, আমেৰিকাৰ প্ৰেচিডেণ্ট ডাঙৰীয়াই আমাক সেই কথা বুজাবলৈ চেষ্টা কৰিছে। জাৰ্মান জাতিয়ে ২৭ বছৰ ধৰি ভেৰ্চাইৰ সন্ধিৰ অত্যাচাৰ সহি থাকিবলগীয়াত পৰিছিল। গতিকে, যুদ্ধ লগোৱা যে মহাপাপ সেই কথা সেই জাতিতকৈ বেছি দ কৈ কোনে উপলব্ধি কৰিব পাৰিব ? মিষ্টাৰ ৰুজভেল্টৰ মতে এখন মেজৰ চাৰি কাষে বহি সকলো সমস্যাৰ সমাধান কৰিব পাৰি ; পিছে, জাতি সংঘৰ ওপৰত পোন প্ৰথমে অনাস্থা প্ৰকাশ কৰিছিল আমেৰিকাৰ যুক্তৰাষ্ট্ৰই। এখন মেজৰ চাৰি কাষে বহি আমেৰিকাই স্বাধীনতা অৰ্জন কৰা নাছিল। ৰুজভেল্ট ডাঙৰীয়াৰ অভিমত অতি সাৰুৱা। পিছে তেওঁৰ দেশৰ বুৰঞ্জীয়ে তাক সমৰ্থন নকৰে।...

* ইংলণ্ডৰ লগত হোৱা সেই চুক্তিত জাৰ্মানিৰ যুদ্ধৰ জাহাজৰ সংখ্যা ইংলণ্ডৰ যুদ্ধৰ জাহাজৰ এক তৃতীয়াংশৰ অধিক ন'হব বুলি চৰ্ত বন্ধা হৈছিল।

১২৯ As he delivered it, and as Germany heard it over the radio, it was a masterpiece of political propaganda, directed with equal skill at his German audience and at public opinion in the U.S.A. : *A. B.*

······ইউৰোপ মহাদেশত জাৰ্মানিয়ে কি কৰে নকৰে সেই চিন্তাত ৰুজ্‌ভেল্ট ডাঙৰীয়াৰ টোপনি নোহোৱা হৈছে; পিছে, মধ্য আৰু দক্ষিণ আমেৰিকাত নো কি হৈছে ন'হৈছে, সেই সম্বন্ধে মই যদি তেখেতক প্ৰশ্ন কৰিবলৈ যাওঁ, তেতিয়াহ'লে Monroe Doctrine-অৰ কথা কৈ তেখেতে মোক নিজৰ চকৰীত তেল দিবলৈ ক'ব। তথাপি, ৰুজ্‌ভেল্ট ডাঙৰীয়াই তেখেতৰ তালিকাত নাম দিয়া প্ৰায় প্ৰত্যেকখন ৰাষ্ট্ৰকে মই সুধি চালোঁ, জাৰ্মানিয়ে আক্ৰমণ কৰিব বুলি তেওঁলোকে আশংকা কৰে নেকি; আৰু তেওঁলোকৰ নিৰাপত্তা সম্বন্ধে মোৰপৰা প্ৰতিশ্ৰুতি আদায় কৰিবলৈ আমেৰিকাৰ প্ৰেচিডেণ্টলৈ তেওঁলোকে গোহাৰি জনাইছে নে কি? কিন্তু, সেই সকলোবোৰ ৰাষ্ট্ৰই মোৰ প্ৰশ্নৰ নেতিবাচক উত্তৰ হে দিলে। অৱশ্যে ৰুজ্‌ভেল্ট ডাঙৰীয়াৰ তালিকাত উল্লিখিত দুই এখন ৰাষ্ট্ৰৰ অভিমত ল'ব পৰা ন'গল, যেনে চিৰিয়া আৰু পেলেষ্টাইন, কাৰণ সেই দুখন ৰাষ্ট্ৰ বৰ্তমান—জাৰ্মান সেনাৰ অধীনত নহয়—ফৰাচী আৰু ইংৰাজ সেনাৰ অধীনত আছে। প্ৰেচিডেণ্ট ডাঙৰীয়াৰ তালিকাভুক্ত যি কোনো ৰাষ্ট্ৰই মোৰপৰা পোনপটীয়াকৈ তেখেতে বিচৰা প্ৰতিশ্ৰুতি বিচাৰিলে, তেনে প্ৰতিশ্ৰুতি দিবলৈ মই অকণো সংকোচ ন'কৰিম।

মিষ্টাৰ ৰুজ্‌ভেল্ট, আপোনাৰ দেশখন এখন বিৰাট দেশ; আপোনাৰ দেশৰ সা-সম্পত্তি অপাৰ। গতিকে, সমগ্ৰ বিশ্বৰ, আৰু পৃথিৱীৰ সকলো জাতিৰ ভৱিষ্যত সম্বন্ধে আপোনাৰ চিন্তা লগাটো স্বাভাৱিক কথা, সেইটো মই বুজোঁ। প্ৰেচিডেণ্ট ডাঙৰীয়া, আপোনাৰ কৰ্মক্ষেত্ৰৰ তুলনাত মোৰ কৰ্মক্ষেত্ৰ নিচেই সৰু আৰু সামান্য। জগতৰ ভৱিষ্যৎ সম্বন্ধে ভাবি মূৰ ঘমোৱাৰ সময় মোৰ নাই, কাৰণ মোৰ দেশৰ দুৰ্গতিৰ দিনত জগতে আমাৰ কথা ভাবি টোপনি বঞ্চা নাছিল। মই ভাবোঁ যে মোৰ জাতিৰ সেৱা কৰিবলৈ ঈশ্বৰে মোক মৰ্ত্তলৈ পঠাইছে; গতিকে সেই কামতহে কায়মনোবাক্যে মই আত্মনিয়োগ কৰি আহিছোঁ।······মোৰ এই দেশৰ ভাৰ যেতিয়া মই লওঁ তেতিয়া এই দেশ ধ্বংসৰ মুখত। ধ্বংসৰ গৰাহৰপৰা জাৰ্মানিক উদ্ধাৰ কৰি দেশলৈ মই শৃঙ্খলা ঘূৰাই আনিলোঁ; এই দেশৰ উৎপাদন এশগুণে বঢ়ালোঁ; সাত নিযুত নিবনুৱাক বন দিলোঁ; নিৰস্ত্ৰ, অসহায় জাৰ্মান জাতিক এক গোট কৰি সেই জাতিৰ হাতত অস্ত্ৰ দিলোঁ; আৰু ৪৪৮ দফীয়া ভেৰ্চাইৰ সন্ধিপত্ৰখন এপাত এপাত কৈ ফালি, মানুহ জাতিৰ ওপৰত জাপি দিয়া অতিকৈ ঘৃণিত

অত্যাচাৰৰ এক অধ্যায়ৰ মই অন্ত পেলালোঁ।[১৩০] কাৰো এটোপা তেজ ক্ষয় হ'বলৈ নিদিয়াকৈয়ে এইবিলাক কাম মই সমাধা কৰিলোঁ, মিষ্টাৰ ৰুজ্‌ভেল্ট ! ......ইত্যাদি ইত্যাদি।

ক'বই নালাগে যে হিট্‌লাৰৰ ভাষণৰ প্ৰত্যেকষাৰ বাক্যৰ অন্তত হাঁহিৰ খলকনি আৰু চাপৰিৰ ৰোল উঠিছিল।

ভিয়েনাৰ খাঁজিখোৰাত লোণ খুঁটি খোৰাৰ দিনৰপৰা হিট্‌লাৰ ভালেখিনি আগুৱাই আহিল, কিন্তু এতিয়াৰপৰা তেওঁৰ মুখত সৰস্বতী বান উঠিলেও সি আৰু আগৰ দৰে গুণ নিদিব।

*　　　*　　　*

এপ্ৰিল মাহৰ (১৯৩৯) শেহৰপৰা আগষ্ট মাহলৈকে, এই সময়ছোৱা, হিট্‌লাৰে প্ৰায় ভাগ সময় বেৰ্ষটেশ্বগাডেনতে কটাইছিল—ব্ৰিটেইন, ফ্ৰান্স আৰু পলাণ্ডৰ প্ৰভু সকলৰ ৰেহৰূপৰ ৰেখ কৰি। ব্ৰিটিচ ৰাষ্ট্ৰদূত হেণ্ডাৰচনৰ মতে পাকৈত এজন দাবা খেলুৱৈৰ দৰে হিট্‌লাৰে এই সময় ছোৱাত বাট চাইছিল তেওঁৰ প্ৰতিদ্বন্দ্বীয়ে ভুল চাল চলালৈ।[১৩১]

ইতিমধ্যে তলে তলে অষ্ট্ৰিয়া আৰু চেক'-শ্লভাকিয়াত খটুওৱা কৌশল এইবাৰ ডান্‌ট্‌চিকত খটুওৱা আৰম্ভ হ'ল। এচ-এ আৰু এচ-এচৰ দুটা শাখা তাত গঢ়ি তোলা হ'ল। জাৰ্মানিৰ পৰা সেই দুই ফৌজে চোৰাংকৈ অস্ত্ৰ-শস্ত্ৰৰ যোগান পাবলৈ ধৰিলে। জুন মাহৰ মাজভাগত গ্যোবিং স্বয়ং ডান্‌ট্‌চিকত উপস্থিত হৈ তাৰ জাৰ্মান প্ৰজাক উতত্তাই দুটা গৰম বক্তৃতা জাৰিলে। গ্যোবেল্‌চৰ প্ৰচাৰকাৰ্য্যৰ তৎপৰতাও চৰি গ'ল। প'লসকলক জাৰ্মান ৰেডিঅ'ই

---

১৩০ "I have also endeavoured to destroy sheet by sheet the treaty which in its 448 articles contains the vilest oppression which peoples and human beings have ever been expected to put up with." *A.B.*

১৩১ "The chief impression which I had of Hitler was that of a master chess-player studying the board and waiting for his opponent to make some false move which could be turned to his advantage" : *A. B.*

বুজাবলৈ চেষ্টা কৰিলে যে তেওঁলোকৰ ন-মিত্তিৰ ইংৰাজৰ ওপৰত ভাৰসা কৰি জার্মানিৰ বিপক্ষে গ'লে তেওঁলোকৰো চেকসকলৰ দশাই হ'ব।[১৩২]

সেই সময়ছোৱাতে হিট্‌লাৰে কূটনীতিৰ ক্ষেত্ৰতো কিছু কাম সাধিলে। পলাণ্ডক গোটা-কণীয়া কৰিবৰ মনেৰে যুগ'শ্লাভিয়া, বুলগাৰিয়া, লাট্‌ভিয়া, এষ্টনিয়া আদি মধ্য আৰু পূব ইউৰোপৰ ৰাষ্ট্ৰবিলাকৰ লগত জার্মানিৰ ৰাজনৈতিক সম্বন্ধৰ তেওঁ উন্নতিসাধন কৰিলে। তাতোকৈ তেওঁ ডাঙৰ কাম এটা কৰিলে ইতালিৰ লগত জার্মানিৰ সম্বন্ধ আৰু কট্‌কটীয়া কৰি। যুদ্ধ লাগিলে দুয়োখন ৰাষ্ট্ৰই ইখনে সিখনক সামৰিক সাহায্য দিবলৈ গাত লৈ ২১ মে তাৰিখে এটা সামৰিক চুক্তিত চহী কৰিলে (Pact of steel)।

পিছে, চুক্তিত চহী দিয়াৰ পাছত মুচলিনিৰ লাগিল চিন্তা। ডাঙৰ এখন যুদ্ধৰ বাবে তেওঁ তেতিয়াও সাজু নাছিল, গতিকে তেওঁ হিট্‌লাৰৰ প্ৰতিশ্ৰুতি বিচাৰিলে যে ১৯৪২-৪৩ চনৰ আগত তেওঁ যুদ্ধ নলগাব। হিট্‌লাৰে মুচলিনিৰ প্ৰস্তাৱৰ ভাৰঁৰীপকীয়া উত্তৰ এটা দি থ'লে। মুচলিনিয়ে তাকে সন্মতিসূচক উত্তৰ বুলিয়েই ধৰিলে. কাৰণ দুদিন আগত মাথোন ( ২৩ মে ) হিট্‌লাৰে কি কৰিছিল সেই কথা মুচলিনিয়ে গম পোৱা নাছিল।

২৩ মে তাৰিখে বৰমূৰীয়া সামৰিক বিষয়াসকলক এখন বৈঠকলৈ আমন্ত্ৰণ কৰি এটি দীঘলীয়া বক্তৃতাৰে নিজৰ মনৰ গুপুত আখিন্দা বেকত কৰি হিট্‌লাৰে কৈছিল: যুদ্ধ অনিবার্য্য, তেজ ক্ষয় নকৰাকৈ নতুন দেশ আৰু জয় কৰিব নোৱাৰি, তেজ ক্ষয় কৰিহে আমি 'লেবেন্স্ৰাউম'ৰ সমস্যাৰ সমাধান কৰিব লাগিব। পলাণ্ডে আমাৰ কথা নামানিলে পলাণ্ড আক্ৰমণ কৰি পলাণ্ডৰ কঁকাল এনে দৰে ভাঙিব লাগিব যাতে অন্ততঃ বিছ-ত্ৰিছ বছৰলৈ আৰু কঁকাল পোন নহয়। বিজুলী বেগেৰে পলাণ্ডক ধ্বংস কৰিলে ইংৰাজ-ফৰাচীয়ে ভগা সৰাহত উৰুলি দি পলাণ্ডৰ হকে যুঁজিবলৈ নাহে। তথাপি আহিবও পাৰে বুলি ধৰি লৈ তাৰ বাবেও আমি তৈয়াৰ হৈ থাকিব

১৩২ In their turn the Poles were warned not to trust their new friends, the British, who would soon......sell them down the river, as they had sold the Czechs at Munich : *A. B.*

লাগিব। এদিন নহয় এদিন ইংৰাজ-ফৰাচীৰ লগত আমি হিচাপ-নিকাচ কৰিব লাগিবই ; গতিকে, এতিয়াৰপৰাই সাজু হোৱাহে যুগুত হ'ব।

* * *

## ৰুচ-জাৰ্মান চুক্তি

হিট্‌লাৰে চেক'শ্লভাকিয়া সম্পূৰ্ণৰূপে গ্ৰাস কৰাৰ পাছত ৰুচ, ফৰেইন কমিচাৰ লিট্‌ভিনফে ইংৰাজ আৰু ফৰাচী চৰ্কাৰলৈ প্ৰস্তাৱ আগ বঢ়াইছিল যে হিট্‌লাৰে বলেৰে যাতে আৰু কোনো ৰাজ্য অধিকাৰ কৰিব নোৱাৰে সেই বিষয়ে আলোচনা কৰিবলৈ ৰুচিয়া, ফ্ৰান্স, ব্ৰিটেইন, পলাণ্ড, তুৰস্ক আৰু ৰুমানিয়াৰ এখন বৈঠক পতা যাওক। সেই সময়ত তেনে এখন বৈঠক পতাটো আগতীয়া ( premature ) কাম হ'ব বুলি কৈ প্ৰস্তাৱটো গ্ৰহণ কৰিবলৈ চেম্বাৰলেইনে আপত্তি কৰিলে।

তাৰ পাছত আকৌ মখোন ধমকিৰ জোৰতে হিট্‌লাৰে মেমেলো জেপত ভৰোৱাৰ পাছত লিট্‌ভিনফে পুনৰ প্ৰস্তাৱ দিলে যে অন্ততঃ ব্ৰিটেইন, ফ্ৰান্স আৰু ৰুচিয়াৰ এখন বৈঠক পতা যাওক যাতে য়ুৰোপ মহাদেশৰ ভৱিষ্যৎ নিৰাপত্তাৰ অৰ্থে তিনিওখন ৰাষ্ট্ৰই মিলি যুটীয়াকৈ যথোচিত সামৰিক ব্যৱস্থা হাতত ল'ব পাৰে।

এই প্ৰস্তাৱৰো একো উত্তৰ নিদি চেম্বাৰলেইন মনে মনে বহি থাকিল, কাৰণ তেওঁৰ মতলব আছিল স্বকীয়া। তেওঁৰ আখিন্দা আছিল চেক্ চৰ্কাৰক মান্তি কৰোৱাদি প'ল চৰ্কাৰকো হিট্‌লাৰৰ দাবী মানি ল'বলৈ মান্তি কৰোৱা। তেওঁ ভাবিছিল পলাণ্ড গ্ৰাস কৰাৰ পাছত হিট্‌লাৰে ৰুচিয়াৰ পিনলৈ চকু দিব। তাৰ পাছত দুই গোনা ম'হৰ যুঁজ লাগিব, ইংলণ্ড ৰক্ষা পৰিব ; আৰু তেওঁ নিজে সুখেৰে ৰাজপাট খাই থাকিব পাৰিব। ফৰাচী পৰৰাষ্ট্ৰ মন্ত্ৰী বনেৰো মনৰ ভাব আছিল তেনে ধৰণৰে।[১৩৩]

চেম্বাৰলেইনৰ মতলব বুজিবলৈ ফুটমনিয়াৰ ষ্টালিনৰ সৰহ দিন নালাগিল।

---

১৩৩ The Anglo-French plan was to direct Germany's appetite towards the East and involve Hitler in conflict with the Soviet Union: *A. J. P. Taylor* in *World War II*.

কমিউনিষ্ট পাৰ্টিৰ কংগ্ৰেচত তেওঁ ঘোষণা কৰিলে : পুঁজিপতি ৰাষ্ট্ৰবিলাকৰ স্বাৰ্থৰক্ষাৰ অৰ্থে বৰতোপৰ আহাৰ হ'বলৈ ৰুচ জাতি এইবাৰ নোলাব।

তথাপি—ষ্টালিনৰ সঁকীয়নি শুনাৰ পাছতো—চেম্বাৰলেইনে এইবাৰো ৰুচ্ প্ৰস্তাৱ দলিয়াই পেলালেহেঁতেন, কিন্তু চাৰ্চিল আৰু লয়ড্ জৰ্জৰ ( প্ৰথম মহাসমৰৰ সময়ত ইংলণ্ডৰ প্ৰধান মন্ত্ৰী ) বিৰোধিতা আৰু ব্ৰিটিচ জনমতৰ হেঁচাত মত সলাবলৈ—অন্ততঃ লোকক দেখুৱাই—চেম্বাৰলেইন বাধ্য হ'ল। এই সংক্ৰান্তত চাৰ্চিলে পাৰ্লামেণ্টত কৈছিল : I beg His Majesty's Government to get some brutal truths into their heads. Without an effective Eastern front there can be no satisfactory defence in the West, and without Russia there can be no effective Eastern front.

আৰু কিছু দিন থেৰেঁা-গেঁৰো কৰি অৱশেষত ২৭ মেইৰ দিনা চেম্বাৰলেইনে মস্ক'ত অৱস্থিত ব্ৰিটিচ ৰাষ্ট্ৰদূতলৈ নিৰ্দ্দেশ পঠালে, তেওঁৰ ( চেম্বাৰলেইনৰ ) নিজৰ কেতবোৰ প্ৰস্তাৱ ৰুচ চৰ্কাৰলৈ আগ বঢ়াবলৈ। সেই নিৰ্দ্দেশত অৱশ্যে আন্তৰিকতা নাছিল।

ব্ৰিটিচ্ চৰ্কাৰৰ প্ৰস্তাৱ পাই ৰুচ্ চৰ্কাৰে ব্ৰিটিচ পৰৰাষ্ট্ৰ মন্ত্ৰী হেলিফেক্সক মস্ক'লৈ আমন্ত্ৰণ জনালে ৰুচ চৰ্কাৰৰ লগত আলোচনাত বহিবলৈ, কিন্তু হেলিফেক্সৰ তালৈ যাবলৈ সময় তো নোলালেই, আন কোনো এজন ব্ৰিটিচ্ মন্ত্ৰীৰো নোলাল। ব্ৰিটিচ ৰাষ্ট্ৰদূতৰ লগত আলোচনাৰ নামত খেটেংমেটেং চলি থাকি কাম আগ নবঢ়া হ'লত ষ্টালিনৰ চিন্তা লাগিবলৈ ধৰিলে। ফৰাচী আৰু ইংৰাজৰ প্ৰতি সহানুভূতিশীল ফৰেইন কমিচাৰ লিট্‌ভিনফক গুচাই তেওঁ মলটফক ফৰেইন কমিচাৰ পাতিলে। জুন মাহৰ ২৯ তাৰিখে মস্ক'ৰ খাই বাতৰি কাকত 'প্ৰাভ্‌ডা'ত বৰ বৰ হৰফেৰে বাতৰি প্ৰকাশিত হ'ল :

ব্ৰিটিচ আৰু ফৰাচী চৰ্কাৰে ৰুচিয়াৰ লগত কোনো কাৰ্য্যকৰী চুক্তিত উপনীত হ'ব নোখোজে।

হিট্‌লাৰ সেই সময়ত বেৰ্খটেশ্বগাডেনত টলকা মাৰি বহি আছিল। এই বাতৰিটি পাই তেওঁ চকুৰ আগত নতুন পোহৰ দেখিলে। তেওঁ চিন্তিলে এই ছেগতে ৰুচিয়াৰ লগত জাৰ্মানি এটা সামৰিক চুক্তিত উপনীত হ'লে কেনে হয়? জাৰ্মানিৰ পূৰ্ব সীমান্ত নিৰাপদ হ'লে, পলাণ্ডক দুদিনতে খতম কৰি, তাৰ পাছত ইংৰাজ আৰু ফৰাচীৰ দফা ৰফা কৰি, এদনীয়া হৈ লৈ তেওঁ

ৰুচিয়াৰ লগত লাগিব পাৰিব; 'মাইন কাম্ফ'ৰ আঁচনি অনুসৰি ৰুচ জাতিটোকে পুলিয়ে পোখাই উভালি প্ৰশান্ত মহাসাগৰলৈকে এখন জাৰ্মান সাম্ৰাজ্য বিস্তাৰ কৰি তেওঁৰ 'হাজাৰ বছৰীয়া ৰাইষ'ক গজগজীয়া কৰিব পাৰিব। .মনৰ মাজত সেই দৰে মহলা পাতি আৰু কেইটামান দিন ঘটনাৱলীৰ গঢ়-গতি চাই তেওঁ তাপ মাৰি থাকিল।

সিফালে চেম্বাৰলেইন চাহাব পৰিছিল তেতিয়া এক বিপাঙত। জাৰ্মানিয়ে পলাণ্ড আক্ৰমণ কৰিলে ইংৰাজ আৰু ফৰাচীয়ে পলাণ্ডৰ ফলীয়া হৈ যুদ্ধত নামিব বুলি ৩১ মাৰ্চৰ দিনা ব্ৰিটিচ পাৰ্লামেণ্টত কৰা ঘোষণাৰ কথা আগত কোৱা হৈছে। ঘোষণাতো কৰিলে হয়, কিন্তু জনমতৰ হেঁচাতেই হওক বা আন যি কোনো কাৰণতেই হওক, ঘোষণা কেনেবাকৈ কাৰ্য্যকৰী কৰিবলগীয়াত পৰিলে তেওঁ কৰিব কি? জাৰ্মানিৰ ওপৰেদি উৰি গৈ জাৰ্মানিৰ পূব সীমান্তত পলাণ্ডক তেওঁ তো ৰক্ষা কৰিবগৈ নোৱাৰে। অৱশ্যে ফৰাচী আৰু ইংৰাজ সেনাই পশ্চিম পিনৰপৰা জাৰ্মানি আক্ৰমণ কৰিব পাৰিব, কিন্তু তাৰ আগতে পলাণ্ড উজাৰ হ'ব।

গতিকে ৰুচিয়ালৈ আগ বঢ়োৱা প্ৰস্তাৱত ব্ৰিটিচ চৰ্কাৰে ঘাইকৈ জোৰ দিলে এই চৰ্তত যে জাৰ্মানিয়ে পলাণ্ড বা ৰুমানিয়া আক্ৰমণ কৰিলে ৰুচিয়া তুৰন্তে জাৰ্মানিৰ বিপক্ষে যুদ্ধত নামিব লাগিব। ৰুচিয়াই প্ৰত্যুত্তৰত জনালে যে ৰুচিয়াৰ ওচৰচুবুৰীয়া ৰাষ্ট্ৰ লিথুৱানিয়া, লাটভিয়া, এষ্টনিয়া বা ফিন্‌লেণ্ডক জাৰ্মানিয়ে আক্ৰমণ কৰিলে, ইংলণ্ড আৰু ফ্ৰান্সে যদি তদ্ৰূপ সাহায্য আগ বঢ়ায় তেতিয়াহ'লে ৰুচ্ চৰ্কাৰে ব্ৰিটিচ চৰ্কাৰৰ প্ৰস্তাৱ বিবেচনা কৰি চাব। কিন্তু তেনে প্ৰতিশ্ৰুতি দিবলৈ ব্ৰিটিচ চৰ্কাৰ মান্তি ন'হ'ল; চেম্বাৰলেইনৰ মনেৰে ধৰোঁ মাছ নোছোঁও পানী।[১৩৪]

---

১৩৪ When the British Government came to their senses they did not like what they had done. By giving to Poland an unconditional guarantee, they had committed themselves over Danzig...Yet there was no escape. British public opinion wanted the Soviet alliance as the best means of deterring Hitler. The French were determined to go forward. The British Government therefore timidly set out on a→

এনেবোৰ হেঁকেচ-কেঁচৰ ফলত ব্ৰিটিচ-ফৰাচীৰ লগত ৰাজনীতি ক্ষেত্ৰত বুজাবুজিলৈ অহাৰ আশাত এচলু পানী দি ৰুচ চৰ্কাৰে প্ৰস্তাৱ দিলে যে ব্ৰিটিচ আৰু ফৰাচীৰ এটি সামৰিক সঁজাতীৰ দল মস্ক'লৈ আহি ৰুচ সামৰিক নেতা-সকলৰে সৈতে গড়মিল কৰি যুদ্ধ লাগিলে কাৰ্য্যকৰী কৰিব পৰাকৈ যুটীয়া যুদ্ধ-কৌশলৰ এখন আঁচনি যুগুত কৰকহি।

ইতিমধ্যে ফ্ৰান্সতো ৰুচিয়াৰ সৈতে সমিলমিল হোৱাৰ সপক্ষে জনমত গঢ়ি উঠিছিল। ফৰাচী চৰ্কাৰে ব্ৰিটিচ চৰ্কাৰক জনাই দিলে যে ৰুচিয়াৰ এইবাৰৰ প্ৰস্তাৱতো যদি ব্ৰিটিচ চৰ্কাৰে লেঠীয়া দিয়ে তেতিয়াহ'লে ফৰাচীয়ে স্বকীয়াকৈ ৰুচ চৰ্কাৰৰ লগত এক চুক্তিত উপনীত হোৱাৰ চেষ্টা কৰিব।

সাতে সোতৰে চেম্বাৰলেইন আৰু হেলিফেক্সে ৰুচ প্ৰস্তাৱ গ্ৰহণ কৰিলে।[১৩৫]

পকা ধানত মৈ দিয়া পলাণ্ডৰ মিতিৰ চেম্বাৰলেইনে ভাবিলে যে লোকক দেখুৱাই কথা-বতৰা চলাই থাকিব পাৰিলে বৰং লাভেই হ'ব; তলে তলে পলাণ্ডৰ ডিঙি কাটি হিট্লাৰক তুষ্ট কৰাৰ চেষ্টা চলাব পৰা যাব।[১৩৬]

---

←quest for an alliance without risks, much as *a man trying to go swimming without getting wet*......They (England & France) wanted to make sure of Soviet aid in the event of attacks by Germany on those countries in which Great Britain and France were interested, but they had no intention of undertaking similar obligations towards the USSR : *A. J. P. Taylor*.

১৩৫ The French were not so complacent. Failing all else they would make a simple Franco-Soviet alliance without caring what happened to Poland : To prevent this, the British went reluctantly forward : *A. J. P. Taylor*.

১৩৬ The British jumped at this as an excuse for further delay. The French hoped to get military co-operation with Soviet Russia after all. The British and French governments appointed military delegations which→

সেই আথিন্দাৰে বে-চৰ্কাৰী সূত্ৰে চেষ্টাৰলেইনে এইবাৰ হিট্‌লাৰলৈ ভেটীৰ শৰাই এখনো আগ বঢ়ালে। হিট্‌লাৰক জনোৱা হ'ল যে তেওঁ যি দৰে বিচাৰে সেই দৰেই ডাণ্ট্‌চিকৰ সমস্যাৰ নিষ্পত্তি কৰা হ'ব, তাৰ বাবে যুদ্ধৰ বাটেদি যাব লাগিছে কেলেই ? মাথোন ব্ৰিটিচ মন্ত্ৰীমণ্ডলীৰ মানফেৰা বজাই ৰাখি পোন্ধ সোলোকা দিয়াৰ কিবা এটা উপায় উলিয়াব পাৰিলেই হ'ব। তাৰ পাছত পলাগুৰ দশা যিয়েই নহওক লাগে সেই কথা লৈ ব্ৰিটিচ চৰ্কাৰে মূৰ ঘমাবলৈ নাযায়। হিট্‌লাৰ এই ব্যৱস্থাত মান্তি হ'লে ব্ৰিটিচ চৰ্কাৰে জাৰ্মানিক দহ কোটি পাউণ্ড্ ষ্টাৰ্লিং ধাৰে দিবলৈকো কুণ্ঠিত ন'হ'ব।[১৩৭]

হিট্‌লাৰে এই প্ৰস্তাৱৰ কি উত্তৰ দিছিল জানিবৰ উপায় নাই।

ৰুচ চৰ্কাৰৰ প্ৰস্তাৱ অনুসৰি আগষ্ট মাহৰ আৰম্ভণিতে ব্ৰিটিচ আৰু ফৰাচীৰ দুটা সামৰিক সঁজাতীৰ দলে মস্ক' অভিমুখে যাত্ৰা কৰিলে। তেওঁলোক' আকাশেদি যোৱা নাছিল, গৈছিল লাহে লাহে গতি কৰা এখন মালবাহী জাহাজেৰে ( Passenger-cargo boat )। আগষ্ট মাহৰ ১১ তাৰিখে তেওঁলোক মস্ক' পালেগৈ। সঁজাতীৰ দলত যি কিজন বিষয়াক পঠোৱা হৈছিল সেইকিজনো আছিল নিজে কোনো গুৰুত্বপূৰ্ণ সিদ্ধান্ত ল'ব নোৱৰা তল খাপৰ বিষয়া। এইবিলাক কথা-কাণ্ড দেখি-শুনি ব্ৰিটিচ আৰু ফৰাচীৰ আন্তৰিকতাৰ ওপৰত ষ্টালিনৰ আস্থা সমুলি নোহোৱা হৈ আহিল।

হিট্‌লাৰে তলে তলে এই সকলোবিলাক কথাৰ উহ লৈ আছিল। এপিনে ৰুচ আৰু আন পিনে ইঙ্গ-ফৰাচী সামৰিক বিষয়া সকলৰ মাজত এই বাৰো খেটেং মেটে চলি থকাৰ ছেগতে, ৰুচিয়াৰ লগত এটা চুক্তিত উপনীত

←departed in a slow boat for Leningrad. By the time they arrived all chances of a united front against Hitler had disappeared : *A. J. P. Taylor.*

১৩৭ The British had gone further. Chamberlain's agents, though perhaps not Chamberlain himself, had displayed British anxiety to satisfy Hitler over Danzig if only it could be done in a respectable peaceful way. Once Danzig was settled, Great Britain would forget her guarantee to Poland. She would give Germany a loan of one thousand million pounds. Happy relations would be restored : *A. J. P. Taylor.*

হৈ, চেম্বাৰলেইন আৰু দালাদিয়েৰ গালত চুপাত কাণতলীয়া চৰ শোধাবলৈ তেওঁৰ মনে লকুলকাবলৈ ধৰিলে।[১৩৮]

ইমান দিনে ৰুচিয়া আৰু কমিউনিষ্ট্‌ সকলৰ অজাত-শত্ৰু হিট্‌লাৰৰ এতিয়া ৰুচিয়াৰ লগত মিতিৰালি পাতিবলৈ উকচ-কচ লাগিল।

আগষ্ট মাহৰ ৩ তাৰিখে ৰিবেণ্ট্‌পে মস্ক'ত অৱস্থিত জাৰ্মান ৰাষ্ট্ৰদূত শ্‌লেনবেৰ্গলৈ জৰুৰী টেলিগ্ৰাম কৰিলে :

বাৰ্ণ্টিক আৰু কৃষ্ণসাগৰৰ মাজৰ ভূখণ্ডত এনে কোনো সমস্যা নাই যাৰ সন্তোষজনক সমাধানত আমি উপনীত হ'ব নোৱাৰিম। চভিয়েট চৰ্কাৰে আগ্ৰহ প্ৰকাশ কৰিলে মই নিজে মস্ক'লৈ আহিবলৈ সাজু হৈ আছোঁ। জাৰ্মানিৰ লগত ৰুচিয়াই নিগাজীকৈ বুজাবুজিলৈ আহিবলৈ ইচ্ছা কৰে নেকি সেই সম্বন্ধে সোনকালে আমাক উত্তৰ লাগে।

ৰুচিয়াৰ ঘোৰ শত্ৰু হিট্‌লাৰৰপৰা এনে এখন টেলিগ্ৰাম দেখি ষ্টালিন অবাক হ'ল। সেই সময়ছোৱাত তেওঁৰ আগত গজহস্তী পাছত গড়খাঁৰৈৰ অৱস্থা ঘটিছিল। ব্ৰিটিচ আৰু ফৰাচীৰ লগত লেঠাৰি নিছিগা কথা-বতৰা চলি থকাৰ আগৰেপৰাই ৰুচিয়াৰ পূব সীমান্তৰ মাঞ্চুৰিয়াত জাপানী সেনাৰ লগত ৰুচ সেনাৰ সংঘৰ্ষ আৰম্ভ হৈছিল। হিট্‌লাৰে দৰে ষ্টালিনো আছিল বুধিত তীখৰ চিং। হিট্‌লাৰে যে এদিন নহয় এদিন ৰুচিয়া আক্ৰমণ কৰিব সেই কথা ষ্টালিনে বঢ়িয়াকৈ গম ধৰিব পাৰিছিল। সেই কাৰণতে, আত্মৰক্ষাৰ বাবে ইংৰাজ-ফৰাচীৰ লগত তেওঁ মিত্ৰতা স্থাপন কৰিবলৈ বিচাৰিছিল। কিন্তু, ইংৰাজ কটকীসকলৰ গঢ়গতিলৈ চাই লাহে লাহে তেওঁ বুজিব পাৰিছিল

---

১৩৮ There was always a strong element of personal feeling in all Hitler's policies ; he was eager to score off his opponents, to repay in the most dramatic form possible the check he had experienced in the spring. To sign a treaty with a government he had hitherto treated with unremitting hostility, at the very moment when the British and French Missions were still negotiating in the Russian capital—this was the sort of *coup* which appealed to his vanity : *A. B.*

যে ৰুচিয়াৰ লগত মিত্ৰতা স্থাপনৰ ইচ্ছা ফৰাচীৰ থাকিলেও ইংৰাজৰ সমূলি নাছিল ; গতিকে তেওঁলোকৰ লগত বুজাবুজিলৈ অহাৰ আশা দুৰাংগত। সিপিনে জাপানীৰ লগত লাগি থাকোঁতেই যদি জাৰ্মানে ৰুচিয়া আক্ৰমণ কৰে তেতিয়া হ'লে থিতাতে মৰণ। হিট্‌লাৰে যে চেঁচেৰাত পৰিহে ৰুচিয়ালৈ মিত্ৰতাৰ প্ৰস্তাৱ আগ বঢ়াই নিজৰ টোটোলা ভৰাবলৈ বিচাৰিছিল সেই কথাও ফুটিয়াল ষ্টালিনে হুবুজাকৈ থকা নাছিল। তথাপি, হিট্‌লাৰৰ মনৰ তলা নলা পায়ো, সকলো কথা মাঠিমুঠি চাই তেওঁ থিৰ কৰিলে যে তেতিয়াৰ সংকটপূৰ্ণ পৰিস্থিতিত হিট্‌লাৰৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে অন্ততঃ কিছু দিনলৈ ৰুচিয়া তষ্টিৱ পাৰে আৰু সময়ত হিট্‌লাৰৰ লগত যুঁজিবলৈ সাজু হোৱাৰ সময় পায়।[১৩৯]

হিট্‌লাৰৰ সিফালে চিন্তা লাগিছিল পলাগুক তেওঁ তুথৰুং নকৰালৈকে ৰুচিয়াক কেনেকৈ নিৰপেক্ষ কৰি ৰাখিব পৰা যায়, যাতে ইংৰাজ-ফৰাচী যুদ্ধত নামিলে জাৰ্মানিয়ে একলগে দুই সীমান্তত যুদ্ধ দিবলগীয়াত নপৰে। পিছে এইবাৰ কাঠত কাঠে পৰিল। হিট্‌লাৰে চকুত আঙুলি দি চলাব পৰা, চেম্বাৰলেইনৰ ধাতুৰ ভকত ষ্টালিন নাছিল। তেওঁৰ পৰৰাষ্ট্ৰ কমিচাৰ মলটফো আছিল ষ্টালিনৰে এটি সৰু সংস্কৰণ। জাৰ্মান ৰাষ্ট্ৰদূতৰ লগতো ( আৰু তেওঁৰ মাৰ্ফৎ ৰিবেণ্ট্‌প আৰু হিট্‌লাৰৰ লগতো ) বৰশীত লগা মাছৰ লগত খেল খেলাদি টনা আঁজোৰা খেল খেলিবলৈ লাগিল। ৰিবেণ্ট্‌পক মস্ক'লৈ আমন্ত্ৰণ জনোৱাৰ সন্দৰ্ভত মলটফে ক'লে যে পোনতে যিমান দূৰ পৰা যায় সকলো বিলাক কথা ছিদা' কৰি লোৱাৰ পাছত হে তেওঁক নিমন্ত্ৰণ কৰা যুগুত হ'ব. আগবতৰতে মাতি আনি তেখেতৰ বহুমূলীয়া সময় নষ্ট কৰি কি লাভ ? ভবিষ্যতত ৰুচিয়া আৰু জাৰ্মানিৰ মাজত লাগিবলগীয়া অৱশ্যম্ভাৱী যুদ্ধৰ

---

১৩৯(ক) At the very moment when fruitless negotiations were going on with the British and French in Moscow, the Red Army was engaged in battle with substantial Japanese forces.

In these circumstances the USSR was confronted with the prospect of a war on two fronts, without allies. To ensure the country's security, the Soviet Government accepted the German proposals : *A. J. P. Taylor*.

দিশৰপৰা সুবিধাজক হ'ব নে নহয়, সেই কথাৰ ওপৰত চকু ৰাখিহে মলটফে প্ৰস্তাৱিত সন্ধি-পত্ৰৰ প্ৰত্যেকটো চৰ্ত বান্ধিবলৈ ধৰিলে।

কথা-বতৰা লেহেম গতিত চলা দেখি হিট্‌লাৰৰ সিপিনে গাত গোসাঁই নাইকিয়া হ'ল। কাৰণ, চেপ্টেম্বৰ মাহৰ ১ তাৰিখে পলাণ্ড আক্ৰমণ কৰিবলৈ তেওঁ সৈন্যবাহিনীক আদেশ দি থৈছে। আদেশৰ লৰচৰ হ'বলৈ তেওঁ দিব নোৱাৰে। তদুপৰি ইংৰাজ-ফৰাচীৰ সামৰিক সঁজাতীৰ দলটো ইতিমধ্যে মস্ক' পাইছেহি। তেওঁলোকৰ লগতো ৰুচ মুখপাত্ৰসকলে কথা-বতৰা চলাবলৈ লৈছে। কেনেবাকৈ দুয়ো পক্ষ বুজাবুজিলৈ আহিলে হিট্‌লাৰৰ ফন্দী-ফুন্দা সোপাই ভেস্তি যায়।

পিছে শ্‌্লেনবেৰ্গে যিমান খৰ-খেদা কৰিবলৈ বিচাৰে মলটফে সিমানে টাগ-বটাল কৰি চাল-বাৰ কোবাবলৈ ধৰে। অৱশেষত চকু জাপ নোখোৱা হৈ লাজ-কাজ, মান-ভেম সকলো কাতি কৰি থৈ, চেম্বাৰলেইনে এদিন্ তেওঁলৈ কাকুবাদ কৰি টেলিগ্ৰাম দিয়া দি, আগষ্ট মাহৰ ২০ তাৰিখে হিট্‌লাৰে টেলিগ্ৰাম দিলে, ৰিবেণ্ট্ৰপক মস্ক'লৈ পঠাবলৈ ষ্টালিনৰ অনুমতি বিচাৰি।

উত্তৰলৈ বাট চাওঁতে সেই নিশাও হিট্‌লাৰে টোপনি বঞ্চিলে।[১৪০]

পাছ দিনা ( ২১ আগষ্ট ) নিশা ন বাজি পোন্ধৰ মিনিটত ষ্টালিনৰ সমিচাৰ আহিল—ৰিবেণ্ট্ৰপক মস্ক'লৈ পঠাব পাৰে।

২২ তাৰিখে ৰিবেণ্ট্ৰপ মস্ক'লৈ উৰাৰ আগতে হিট্‌লাৰে তেওঁক নিৰ্দেশ দিলে: যেন তেন প্ৰকাৰেন মোক লাগে চুক্তি পত্ৰত ৰুচ্ মুখপাত্ৰৰ চহী। শুদা হাতেৰে যেন উলটি নাহাঁ। ষ্টালিনে যি বিচাৰে তাতে মান্তি হ'বলৈ চেষ্টা কৰিবাঁ।

---

১৩৯(খ) It was time, Stalin concluded, to try a new tack. If Chamberlain could appease Hitler, could not the Russian dictator ?······

The Kremlin could argue, as it did, that the Soviet Union had only done what Britain and France had done the year before at Munich······

Two could play at the game of appeasement ! : *Shirer*.

১৪০ The tension in Berlin and especially on the Obersalzberg, where Hitler and Ribbentrop waited nervously→

নিজৰ বিচাৰ-বুদ্ধি অনুসৰি চুক্তি-পত্ৰত চহী দিবলৈ হিট্‌লাৰে ৰিবেণ্ট্‌পক সম্পূৰ্ণ ক্ষমতা দি পঠালে।

হিট্‌লাৰৰ উচ্‌পিচনিৰ পূৰা মাত্ৰাই সুবিধা লৈ, তেওঁ এদিন চেম্বাৰলেইনক বান্দৰ-নাচ নচুওৱাদি, ষ্টালিনে এইবাৰ তেওঁকো বান্দৰ-নাচ নচুৱালে। হিট্‌লাৰে ভাবিলে বেতালৰ হাতত পৰিছোঁ যেতিয়া সি যি বিচাৰে তাকে এতিয়া তাক দিব লাগিব। ছেগ বুজি লুটি-বাগৰ মাৰিবলৈ আমাক কিমান পৰ লাগিছে? ষ্টালিনৰ আজিৰ দম্ভৰ সোধ অনতিপলমে মই জোৰাই-জোখাই সোধিম।[১৪১]

হিট্‌লাৰৰ নিৰ্দেশ অনুসৰি সকলো কাম অতি সুচাৰুৰূপে সমাধা কৰি, ইংৰাজ ফৰাচীৰ নাকৰ গুৰিত টিলিকি মাৰি, চুক্তি পত্ৰত মলটফৰ চহী আদায়

---

←for Moscow's decision, was becoming almost unbearable......At this crucial stage Adolf Hitler himself intervened with Stalin. Swallowing his pride, he personally begged the Soviet dictator, whom he had so often and for so long maligned, to receive his Foregin Minister in Moscow at once.······During the next twenty-four hours......the Fuehrer was in a state bordering on collapse. He could not sleep······The Nazi dictator had met his match in the Soviet despot: *Shirer*.

১৪১ But to Hitler the one thing that mattered was the Pact. For the Pact, whatever its precise wording, would mean the neutrality of Russia, and end to any threat of a British-French-Russian agreement to block German designs in Eastern Europe, and the isolation of Poland. If concessions had to be made at this stage, they could always be retracted later: Hitler had never found it difficult to repudiate agreements which had outlived their usefulness: *A. B.*

কৰি, ২৪ তাৰিখে ৰিবেণ্ট্ৰপ বাৰ্লিনলৈ উলটিল।* ২৫ তাৰিখে "বৰ্তমানৰ পৰিবৰ্তিত পৰিস্থিতিত কথা-বতৰা চলাই থাকি লাভ ন'হ'ব" বুলি কৈ ৰুচ চৰকাৰে ইংৰাজ আৰু ফৰাচী সঁজাতীৰ দল দুটিক বিদায় দি সেই আধ্যাৰ মূৰ পেলালে। কোৱাৰি চেলেকি সঁজাতীৰ দল ঘৰাঘৰি গ'লগৈ।

ৰুচ-জাৰ্মান চুক্তি অনুসৰি থিৰ হ'ল যে :

(১) ৰুচিয়াই জাৰ্মানিক আৰু জাৰ্মানিয়ে ৰুচিয়াক আক্ৰমণ ন'কৰিব ;

(২) দুয়োখন ৰাষ্ট্ৰৰ যি কোনো এখনৰ লগত তৃতীয় কোনোবা ৰাষ্ট্ৰৰ যুদ্ধ লাগিলে সিখন ৰাষ্ট্ৰ নিৰপেক্ষ হৈ থাকিব ,

(৩) **গুপুত চৰ্ত :** জাৰ্মানিয়ে পলাণ্ড জয় কৰাৰ পাছত পলাণ্ডক দুভাগ কৰি এভাগ জাৰ্মানিয়ে আৰু আন ভাগ ৰুচিয়াই ল'ব, অৰ্থাৎ তবাৰ্দ্ধকং মমাৰ্দ্ধকং।

(৪) **গুপুত চৰ্ত :** বাল্টিক ৰাষ্ট্ৰকিখনৰ মাজত ফিনলেণ্ড, লাটভিয়া আৰু এষ্টনিয়া ৰুচিয়াৰ প্ৰভাৱৰ, আৰু লিথুৱানিয়া জাৰ্মানিৰ প্ৰভাৱৰ অঞ্চলৰ (sphere of influence) ভিতৰত পৰিব।

(৫) ৯৩৫ চনত ফ্ৰান্সৰ লগত মিত্ৰতা স্থাপন কৰি ৰুচিয়াই কৰা সন্ধিৰ (Franco-Russian Alliance) এই চুক্তিয়ে অন্ত পেলালে।

(৬) এই চুক্তি দহ বছৰলৈ বলৱৎ হৈ থাকিব আৰু লাগিলে তাৰ মিয়াদ আৰু পাচ বছৰলৈ বঢ়াই দিয়া যাব।

গতিকে, এই চুক্তি অনুসৰি ষ্টালিনে পাওতে ফইদাৰ ভাগ হিটলাৰতকৈ সৰহকৈয়ে উঠালে। ফালেভীৰ লগত ফালেভী মাৰিবলৈ গৈ ডাঙৰজন ফালেভীৰ হে ঘাটি হ'ল।

*One of the most dramatic diplomatic Coups in history : *A. B.*

# চতুৰ্থ অধ্যায়

## দহ

## পলাণ্ডুৰ পাল (২)

আগষ্ট মাহৰ ১০ তাৰিখৰপৰাই, অৰ্থাৎ ৰুচিয়াৰ লগত চুক্তি হোৱাৰ আশাই দেখা দিয়া দিনাৰপৰাই, জগতৰ চকুত বালি মাৰি পলাণ্ড আক্ৰমণ কৰাৰ কেতবোৰ চেলু আৱিষ্কাৰ কৰা কামত হিট্‌লাৰে হাত দিছিল। অষ্ট্ৰিয়া আৰু চেক'-শ্লভাকিয়াত কৰাদি নাৎচিইতে ডাণ্ট্‌চিকত মৰামৰি লগোৱা আৰম্ভ কৰি দিছিল। জাৰ্মান বাতৰি কাকতত ডাণ্ট্‌চিকৰ জাৰ্মান প্ৰজাৰ ওপৰত প'লইতৰ অত্যাচাৰৰ গাৰ নোম ভুৰুৰিয়াই উঠা পং কথাৰ নানান বিৱৰণ ওলাবলৈ ধৰিছিল। ফলত পৰিবেশ যেতিয়া উত্তপ্ত হৈ উঠিল, তেতিয়া ডাণ্ট্‌চিকত মোতায়েন হৈ থকা লীগ্‌ অভ্‌ নেশ্বন্‌চৰ হাই কমিচনাৰ বুৰ্থাৰ্টে হিট্‌লাৰক দেখা কৰিবলৈ বাৰ্লিনত উপস্থিত হ'লগৈ। হিট্‌লাৰে তেওঁক ক'লে যে প'লইতৰ উপদ্ৰৱ দেখি-শুনি তেওঁৰ ধৈৰ্য্যচ্যুতি ঘটাৰ উপক্ৰম হৈছে; সিইতৰ উৎপাত আৰু সৰহ দিন তেওঁ সহ্য কৰি নাথাকিব— ইত্যাদি ভচুক-তহুক কেতবোৰ বাংফঙীয়া কথাৰ বেনা বাই আগলৈ কথা পিছুৱাই থৈ সেই দিনাৰ সাক্ষাৎকাৰৰ সামৰণি মাৰি ৰুচিয়াৰপৰা থাটাং বাতৰি অহালৈ তেওঁ বাট চাই ৰ'ল।

২২ তাৰিখে ৰিবেণ্ট্ৰপক মস্ক'লৈ পঠায়েই পৰ্বতৰ টিঙত অৱস্থিত তেওঁৰ কাৰেঙত সামৰিক বৰমুৰীয়া সকলৰ হিট্‌লাৰে এখন বৈঠক পাতিলে। সেই দিনাৰ বৈঠক আলোচনা-বিলোচনাৰ বাবে পতা হোৱা নাছিল। হিট্‌লাৰৰ বাণী শুনিবলৈহে সেনাপতিসকলক বেৰ্খটেশ্ব্‌গাডেনলৈ তলব দিয়া হৈছিল। তেওঁৰ সেই দিনাৰ দীঘলীয়া বক্তৃতাৰ সাৰাংশ আছিল এই :

আমাৰ পশ্চিমীয়া শত্ৰুদ্বয়ৰ লগত যুদ্ধ লগাৰ আশঙ্কাত পলাণ্ডক এতিয়াই আক্ৰমণ কৰাৰ ইচ্ছা মোৰ নাছিল। শান্তিপূৰ্ণভাৱেহে মই ডাণ্ট্‌চিক আৰু কৰিডৰৰ যঁতৰা ভাঙিবলৈ বিচাৰিছিলোঁ। কিন্তু এতিয়া দেখা গৈছে যে

পলাগুক আক্ৰমণ নকৰিলে ডাণ্ট্‌চিককে আদি কৰি আমাৰ প্ৰাপ্য আদায় কৰিব আমি নোৱাৰিম। পলাণ্ড আক্ৰমণৰ ফলত ইংলণ্ড আৰু ফ্ৰান্সৰ লগত যুদ্ধ লাগে যদি লাগক। আজিয়েই বা কাইলৈকে যুদ্ধ লাগিবই; যুদ্ধৰ হাত আমি সাৰিব নোৱাৰিম। গতিকে জয়ে-জয়ে পলাগুক আমি শেষ কৰি ল'ব লাগিব। তাৰ বাবে কেতবোৰ চেলু জগতৰ চকুৰ আগত দাঙি ধৰা আৱশ্যক হৈছে। আমি যুদ্ধত জিকাৰ পাছত আমাৰ কথাৰ সত্যাসত্যৰ বিচাৰ কোনেও কৰিবলৈ নাহে। যুদ্ধত ন্যায়-অন্যায় আদি কথাৰ কোনো মূল্য নাই, একমাত্ৰ মূল্যবান কথা হ'ল বিজয়। দয়া-মমতাৰ কথা পাহৰি পেলাই আপোনালোক নিৰ্মম, নিষ্ঠুৰ হ'ব লাগিব।[১৪২]

হিট্‌লাৰৰ ৩ এপ্ৰিলৰ আদেশ অনুসৰি (ইয়াৰ আগৰটো অধ্যায় চাওক) ১ চেপ্টেম্বৰ ধাৰ্য্য কৰা হৈছিল পলাণ্ড আক্ৰমণ কৰাৰ দিন হিচাপে। এতিয়া তেওঁ দিনটো চাৰি দিন আগুৱাই দি ২৬ আগষ্টলৈ ধাৰ্য্য কৰিলে।

তাৰ পাছত সেনাপতিসকলক বিদায় দি হিট্‌লাৰ আৰু দুটা দিন বেৰ্ষটেশ্‌গাডেনতে থাকিল। সিপিনে ৰুচিয়া আৰু জাৰ্মানিৰ মাজত চুক্তি সমাপন হোৱাৰ সম্ভাৱনাৰ কথা গুপুতে গম পাই লণ্ডনত চেম্বাৰলেইনে লচৰ কৰে ঘোষণা কৰি দিলে যে তেনে ঘটনা ঘটিলেও পলাগুক দিয়া প্ৰতিশ্ৰুতিৰ-পৰা ব্ৰিটিচ চৰ্কাৰ এখোজো পিছ নোহোহকিব। সেই বিলাক কথা অৱশ্যে ৰাইজক ভুলোৱা মুখৰ ফকফকনিহে আছিল; চেম্বাৰলেইনৰ তেতিয়াও পূৰা মাত্ৰাই আখিন্দা আছিল হিট্‌লাৰৰ দাবী মানি ল'বলৈ পলাগুক বাধ্য কৰা।

যি কি নহওক ব্ৰিটিচ চৰ্কাৰৰ ঘোষণাৰ কথা হিট্‌লাৰক চৰ্কাৰীভাৱে জনাবলৈ ব্ৰিটিচ্‌ ৰাষ্ট্ৰদূত হেণ্ডাৰচন ২৩ তাৰিখে বেৰ্ষটেশ্‌গাডেনত হাজিৰ

১৪২ "The destruction of Poland has priority......I shall give a propagandist reason for starting the war, no matter whether it is plausible or not. The victor will not be asked afterwards whether he told the truth or not. When starting and waging war it is not right that matters, but victory. Close your hearts to pity. Act brutally..... The strongest man is right : *A.B.*

হ'ল। তেওঁ মুখ মেলা মাত্ৰকে হিট্‌লাৰ জুই জলাদি দপ্‌ কৰে জ্বলি উঠিল। হেণ্ডাৰচনক হাঁউৰি মাৰি ধৰি তেওঁ দমদমাবলৈ ধৰিলে: পলাণ্ডৰ লগত আপোচতে মই সকলো কথাৰ নিষ্পত্তি কৰিলোঁহেঁতেন। ব্ৰিটিচ চৰ্কাৰে পলাণ্ডক ফেটাই দি হে এই পাকথন লগালে। ডাণ্ট্‌চিকৰ জাৰ্মান প্ৰজাৰ ওপৰত প'লইতৰ উৎপাত চাই চাই মই মুখ মেলি বহি থাকিম নে কি? ব্ৰিটিচ্‌ চকাৰৰ যি মন যায় কৰিব পাৰে। সেইবোৰ কথা লৈ মূৰ ঘমোৱাৰ সময় মোৰ নাই।

খোৰতে ক'বলৈ গ'লে হিট্‌লাৰে এনে এখন খিয়টৰ কৰি দেখুৱালে যে হেণ্ডাৰচন আৰু হিট্‌লাৰৰ দোভাসী স্মিটে ভয় খালে যে খঙৰ ভমকত এপপ্লেক্সি হৈ হিট্‌লাৰ ঢাচ কৰে মাটিত লুটি খাই নপৰিলে হয়। কিন্তু হেণ্ডাৰচন ওলাই যোৱা মাত্ৰকে হাঁহি এটা মাৰি তেওঁ স্মিটক ক'লে: এই সাক্ষাৎকাৰৰ পাছত চেম্বাৰলেইনৰ গাদী নৰয়, আজি গধূলিলৈ তেওঁৰ পতন ঘটিব।

২৪ তাৰিখৰ দিনা হিট্‌লাৰ বাৰ্লিনলৈ উলটিল। পলাণ্ড আক্ৰমণ আৰম্ভ হ'বলৈ তেতিয়া মাত্ৰ আৰু ছয়ত্ৰিছ ঘণ্টা বাকী। হিট্‌লাৰে ধৰি লৈছিল যে ৰুচ-জাৰ্মান চুক্তি হৈ যোৱাৰ পাছত ইংৰাজ-ফৰাচীয়ে পলাণ্ডৰ হকে যুঁজিবলৈ একোপধ্যে আৰু নাহিব, কিন্তু তাৰ পাছ দিনাই (২৫ আগষ্ট) পলাণ্ড আৰু ইংলণ্ডই আনুষ্ঠানিকভাৱে চুক্তি-পত্ৰত (Pact of Mutual Assistance) চহী দিয়াৰ বাতৰি পাই হিট্‌লাৰৰ খু-হুৰনি লাগিল। তেওঁ সেই সম্বন্ধে গুণা-গঁথা কৰি থাকোঁতেই ইতালীয় ৰাষ্ট্ৰদূত আতলিক' চানচেলাৰিত হাজিৰ হৈ জনালেহি যে মুচলিনিৰপৰা জৰুৰী বতৰা লৈ তেওঁ আহিছে। হিট্‌লাৰে ডাণ্ট্‌চিকৰ সমস্যা বলেৰে মীমাংসা কৰিবলৈ ওলোৱাৰ বাতৰি পাই মুচলিনিৰ মুৰেদি শনশন বায়ু উৰিবলৈ আৰম্ভ কৰিছিল। সেই কাৰণে তেওঁ হিট্‌লাৰলৈ লিখিছিল যে পলাণ্ড আক্ৰমণৰ ফলত ইংৰাজ-ফৰাচী যদি যুদ্ধত নামে তেতিয়াহ'লে কেতবোৰ আহিলা-পাতি আৰু আন আন বস্তু-বাহানিৰ যোগান জাৰ্মানিৰপৰা নাপালে ইতালিৰ পক্ষে যুঁজত নমাটো সম্ভৱ ন'হ'ব।

১৯৪২-৪৩ চনৰ আগত ইতালি ভাণ্ডৰ এখন যুদ্ধৰ বাবে সাজু হ'ব নোৱাৰিব বুলি মুচলিনিয়ে হিট্‌লাৰক আগতে জনাই থৈছিল। গতিকে তেওঁৰ আপত্তিত হিট্‌লাৰে ওজন ধৰিবলগীয়া একো নাপালে, কিন্তু যুদ্ধৰ

হাত সাৰিবৰ মতলব কৰিয়েই মুচলিনিয়ে আহিলা-পাতিৰ যিখন লম্বা ফৰ্দ দাখিল কৰিছিল, সেই ফৰ্দ মতে বয়বস্তু যোগান দিয়াটো হিট্‌লাৰে তত্‌কালিকে বলে পৰা বিধৰ কাম নাছিল।

সাতে সোতৰে দোধোৰ-মোধোৰত পৰি তেওঁ পলাণ্ড আক্ৰমণৰ দিন আকৌ ১ চেপ্তেম্বৰলৈ পিছুৱাই দিলে। হাতত যি চাৰিটা দিন থাকিল তাৰ ভিতৰতে পলাণ্ড আৰু ইংলণ্ডৰ মাজত আঁহ ফালি বিভাজন ঘটোৱাৰ এটা চেষ্টা তেওঁ দি চাবলৈ ওলাল।

২৪ তাৰিখৰ দিনা জাৰ্মান-ৰুচ চুক্তিৰ বাতৰি সদৰী হ'ল। চেম্বাৰলেইনে (লগতে দালাদিয়েও) ইমান দিনে আশা পালি আছিল যে জাৰ্মানি আৰু ৰুচিয়াৰ মাজত যুঁজ লগাই দি তেওঁ ৰং চাই থাকিব পাৰিব। সেই আশাৰ মূৰত এতিয়া বাগি কুঠাৰ পৰিল।[১৪৩] পলাণ্ডৰ হকে ইংলণ্ডই যুঁজ দিব বুলি চৌতাং মাৰি ঘোষণা কৰি চেম্বাৰলেইন কঁপৰত পৰিল। তেওঁৰ আৰু ফৰাচী চৰ্কাৰৰ এতিয়া চিন্তা হ'ল নিজৰ মান ৰাখি, দিয়া বাইকৰণৰা মূৰ পোলোকা দি কেনেকৈ ওলাব পাৰি।

ফ্ৰান্সৰ পৰৰাষ্ট্ৰমন্ত্ৰী বনেৰ অনুৰোধত দালাদিয়েই সামৰিক নেতৃবৃন্দৰ এখন বৈঠক পাতিলে। মুখ্য সেনাপতি গামেলেঁক বনেই প্ৰশ্ন কৰিলে: মজামজি কিবা এক পন্থা অৱলম্বন কৰি যুদ্ধ পিছুওৱা যুগুত হ'ব, নে আমি যুদ্ধত নামিব পৰা হৈ আছোঁহক? গামেলেঁই উত্তৰ দিলে বসন্ত কালৰ আগত জাৰ্মানইতে পলাণ্ডক হৰুৱাব নোৱাৰে. তেতিয়ালৈ আমাক কোনেও আক্ৰমণ কৰিব নোৱৰাকৈ আত্মৰক্ষাৰ সকলো যো-যা আমি সম্পূৰ্ণ কৰিব পাৰিব।

---

১৪৩ The pact ( German-Soviet ) was neither an alliance nor a partition agreement. The Soviet Government merely promised to stay neutral. However, the immediate effect was certainly discouraging for the Western Powers. Until the last moment they had gone on dreaming that either Hitler would be frightened by the Soviet bogeyman or that Soviet Russia would do their fighting for them : *A. J. P. Taylor*.

পলাণ্ডৰ হকে যুঁজ দিয়াৰ কথা তন্ত্ৰীপাল-প্ৰবৰে ঘুণাক্ষৰেও তেতিয়া একো কোৱা নাছিল।[১৪৪]

যেই হওক, এই বৈঠকখন পতালৈ চাই এই কথা বুজিব পাৰি যে পলাণ্ডৰ কৰীয়া হৈ যুদ্ধত নমা সমীচীন হ'বনে নহয় সেই কথা অন্ততঃ ফৰাচী চৰ্কাৰে গমিপিটি চাইছিল। কিন্তু ব্ৰিটিচ চৰ্কাৰে সিমানখিনি কামো কৰা নাছিল। ২৫ তাৰিখে পলাণ্ডৰ লগত চুক্তিত চহী কৰি চেম্বাৰলেইন চাহাবে ভাবিলে যে সেই চুক্তিৰ বাতৰি পাই ভয় খাই হিট্‌লাৰ কোঁচ খাব, কিন্তু হেণ্ডাৰচনৰ মুখে হিট্‌লাৰ ৰণচণ্ডী উঠাৰ বিবৰণ শুনি চেম্বাৰলেইনৰ ধী-ধিয়নি লাগিল। ইমান সোনকালে কান্ধুলি লুটি দি পলাণ্ডৰ ওপৰত হেঁচা দিবলৈ লাজ পাই তেওঁ গুপুতে কজ্‌ভেণ্টক চাৰি খুৰাত ধৰি মাতিলে পলাণ্ডক বুজনি দি বাটলৈ আনিবলৈ। পিছে চেম্বাৰলেইনৰ খাটনি ৰাখিবলৈ কজভেণ্টে একে আষাৰে না কৰিলত জাৰ্মানিত অৱস্থিত প'ল ৰাষ্ট্ৰদূত লিপস্কিৰ মাৰ্ফৎ প'ল চৰ্কাৰৰ ওপৰত হেঁচা দিয়াৰ চেষ্টা এটা অলপকৈ চলিল, কিন্তু সেই চেষ্টাই কাম নিদিলে।[১৪৫]

---

১৪৪ He ( Gamelin ) asserted that the Poles could hold out until the spring. By then France would be "impregnable". There was no suggestion that France could aid Poland in any way : *A. J. P. Taylor*.

১৪৫ In secret, the British ministers wanted to give way. Chamberlain told Kennedy, the American ambassador : 'The futility of it all is frightful ; we cannot save the Poles ; we can only carry on a war of revenge that will mean the destruction of all Europe.' Chamberlain said he could not put pressure on Poland himself. Would President Roosevelt do it for him ? Roosevelt refused......Henderson told Lipski, the Polish ambassador, that the only chance was for Poland to start negotiations immediately. Lipski took no notice : *A. J. P. Taylor*.

তল সুৰুকীয়াকৈ কৰা চেম্বাৰলেইনৰ এইবোৰ কাৰ্য্যকলাপৰ কথা ব্ৰিটিচ পাৰ্লামেণ্টে গম পোৱা নাছিল। পাৰ্লামেণ্টৰ বৈঠকত দল নিৰ্বিশেষে সকলো সদস্য একমত হৈ হিট্‌লাৰৰ প্ৰতি বলিষ্ঠ মনোভাব দেখুওৱাৰ বাবে চেম্বাৰলেইনৰ কেবিনেটক তাৰিফ কৰি এটি প্ৰস্তাৱ গ্ৰহণ কৰিলে।

সেই ৰাতৰি পাই হেণ্ডাৰচনৰ মাৰ্ফৎ এইবাৰ হিট্‌লাৰেও যাচিলে চেম্বাৰলেইনলৈ এশৰাই ভেটী। তেওঁ চেম্বাৰলেইনক জনালে যে ডাণ্ট্‌চিকৰ আৰু কৰিডৰৰ দাবী পলাণ্ডে মানি ল'লে আৰু কোনো নতুন দাবী তেওঁ নোতোলে; বৰং ব্ৰিটিচ্ সাম্ৰাজ্য অটুট ৰখাত জাৰ্মানিয়ে ইংলণ্ডক সাহায্য দিব; আৰু ফ্ৰান্স আৰু জাৰ্মানিৰ মাজৰ তৎকালীন সীমাৰেখা জাৰ্মানিয়ে কোনো দিনা লংঘন নকৰিব।

হিট্‌লাৰৰ এই প্ৰস্তাৱ পাই লৰ্ড হেলিফেক্সে প'ল ৰাষ্ট্ৰদূতক তলব দি আনি ক'লে যে হিট্‌লাৰে ডাণ্ট্‌চিক আৰু কৰিডৰৰ সমস্যাৰ শান্তিপূৰ্ণ সমাধান হে বিচাৰে, গতিকে হিট্‌লাৰৰ লগত প'ল চৰ্কাৰে সেই বিষয়ে আলোচনা কৰা যুগুত হ'ব। হেলিফেক্স আৰু চেম্বাৰলেইনে ভাবিছিল যে প'ল চৰ্কাৰে তেওঁলোকৰ এই প্ৰস্তাৱ অগ্ৰাহ্য কৰিলে, পলাণ্ডৰ প্ৰতি ব্ৰিটিচ চৰ্কাৰৰ আৰু কোনো দায়িত্ব নাই বুলি পাৰ্লামেণ্টক জনাবলৈ উজু হ'ব। হিট্‌লাৰলৈ ব্ৰিটিচ চৰ্কাৰে উত্তৰ দিলে যে তেওঁ পলাণ্ডক ধামুহ দিয়াৰ সংকল্প পৰিহাৰ কৰিলে, প'ল চৰ্কাৰৰ লগত জাৰ্মান চৰ্কাৰৰ এখন বৈঠক পতাৰ দিহা ব্ৰিটিচ্ চৰ্কাৰে কৰিব যাতে শান্তিপূৰ্ণভাৱে সকলো কথাৰ নিষ্পত্তি হয়। পোনপটীয়াকৈ ক'বলৈ গ'লে হিটলাৰৰ দাবী মানি ল'বলৈ পলাণ্ডক বাধ্য কৰিবলৈ ব্ৰিটিচ চৰ্কাৰ মান্তি হ'ল।[১৪৬]

গোবিং সেই সময়ত যুদ্ধ লগোৱাৰ সমূলি পক্ষপাতী নাছিল। ডাহ্‌লেৰুচ

---

১৪৬ Their real attitude was quite different: They were still eager to sell out. Halifax, the Foreign Secretary, told the Polish ambassador that the Polish government would make a great mistake if they ruled out peaceful negotiations of the status of Danzig. Hitler and the British Government thus agreed how negotiations should end—with a Polish surrender: *A. J. P. Taylor*.

নামেৰে চুইডেনদেশীয় এজন চহকী ওপৰ থাপৰ ব্যৱসায়ী ভদ্ৰলোকৰ ব্ৰিটিচ্ ডা-ডাঙৰীয়াসকলৰ লগত খোৱা-লোৱা আহ-যাহ আছিল। গোৱেৰিঙৰো তেওঁ আছিল ঘনিষ্ঠ বন্ধু। গোৱেৰিঙে তেওঁকো পঠালে লণ্ডনলৈ চেম্বাৰলেইন আৰু হেলিফেক্সৰ লগত জাৰ্মান চৰ্কাৰৰ তৰফৰ পৰা কথা-বতৰা হ'বলৈ। ২৫ তাৰিখৰপৰা ২৯ তাৰিখলৈকে, এবাৰ বাৰ্লিন এবাৰ লণ্ডন কৰি ডাহ্‌লেকচে উঘা ঘূৰা দিলে। তেওঁৰ মধ্যস্থতাৰ ফলত দুয়ো পক্ষই মিউনিকৰ লেখিয়া এখন বৈঠক পতাৰ কথা পাড়িলে, কিন্তু সমস্যা হ'লগৈ পলাণ্ডক লৈ। দ্বিতীয় এখন মিউনিকৰ ভেকো-ভাওনাত অংশ গ্ৰহণ কৰিবলৈ পলাণ্ডৰ চৰ্কাৰক একো পধ্যে মান্তি কৰাব পৰা ন'গ'ল।

মুৰকত ২৩ তাৰিখে হিট্‌লাৰে ব্ৰিটিচ চৰ্কাৰক জনালে যে অকল পলাণ্ডৰ প্ৰতিনিধিৰ লগতে বৈঠকত বহিবলৈ তেওঁৰ আপত্তি নাই, কিন্তু তেওঁৰ আচল আখিন্দা ফাদিল হ'বলৈ বাকী নাথাকিল যেতিয়া লগতে তেওঁ চৰ্ত বান্ধিলে যে সন্ধি-পত্ৰত চহী দিব পৰাকৈ সম্পূৰ্ণ ক্ষমতা লৈ ২৪ ঘণ্টাৰ ভিতৰত পলাণ্ডৰ প্ৰতিনিধি বাৰ্লিনত হাজিৰ হ'বহি লাগিব। ব্ৰিটিচ চৰ্কাৰে পলাণ্ডৰ চৰ্কাৰলৈ সেই প্ৰস্তাৱ পঠালত কৰ্নেল বেকে উত্তৰ দিলে যে জাৰ্মান চৰ্কাৰৰ লগত আলোচনী বৈঠকত বহিবলৈ প'ল চৰ্কাৰৰো আপত্তি নাই, কিন্তু হিট্‌লাৰৰ হুকুম তামিল কৰি ২৪ ঘণ্টাৰ ভিতৰত বাৰ্লিনত উপস্থিত হৈ দ্বিতীয় হাখা (এই অধ্যায়ৰ ১০ম পৰিচ্ছেদ চাওক) হ'বলৈ তেওঁ কদাপি নাযাব; বাৰ্লিনত বৈঠক পাতিবলৈ হ'লে পাদমেকম্ নগচ্ছামি।

বিগতিত পৰি ব্ৰিটিচ চৰ্কাৰে সময় কিনাৰ চেষ্টা কৰিলে; হিট্‌লাৰক জনোৱা হ'ল যে পলাণ্ডৰ প্ৰতিনিধিক নিশ্চয় বাৰ্লিনলৈ পঠোৱা হ'ব, কিন্তু ইমান লৰালৰিকৈ পঠোৱা সম্ভৱ ন'হ'ব; গতিকে হিট্‌লাৰে অনুগ্ৰহ কৰি কিছু সময় দিয়ে যেন।

বোলে: কড়ি ল'বা লেখি,
বাট বুলিবা দেখি।

বপুৰা হিট্‌লাৰো এইবাৰ কেঁকোৰা চেপাত পৰিল। ১ চেপ্টেম্বৰৰ দিনা পলাণ্ড আক্ৰমণ কৰাৰ আদেশ তেওঁ আগতেই জাৰি কৰি থৈছে। থতিবা অনুসৰি কাম নহ'লে সেনাপতিসকলৰ আগত তেওঁৰ মান নাথাকে। তদুপৰি যুদ্ধৰ সকলো আয়োজন কৰি অঁতোৱাৰ পাছত আদেশ ৰদ কৰিলে, আক্ৰমণ

আকৌ ভালে দিনলৈ পিছুৱাব লগা হয়।[১৪৭] সাত-পাঁচ গুণি আদেশৰ লৰচৰ নকৰাটোকে থিৰ কৰি তেওঁ খেৱালি মাৰিবলৈ গুলাল। ব্ৰিটিচ চৰ্কাৰৰ পিত-মৰা গতি-গোত্ৰলৈ চাই তেওঁ ভাবিলে যে পলাণ্ড আক্ৰমণ কৰাৰ পাছত ব্ৰিটিচ্ আৰু ফৰাচী চৰ্কাৰে গা-আলেঙা দিব; দুদিনতে পলাণ্ডৰ আধ্যা পৰিব; যুদ্ধও শেষ হ'ব। সেই মতে ৩১ আগষ্টৰ দিনা নিশা বাৰ বাজি চল্লিছ মিনিটত তেওঁ পলাণ্ড আক্ৰমণৰ ছিদ্ধাং আদেশ জাৰি কৰিলে। যুদ্ধ ঘোষণা নকৰাকৈয়ে পাছ দিনা চৰাই-চিৰিকতিয়ে মাত দিয়াৰ আগ পৰতে ৪টা ৪৫ মিনিটত দোঁকোলটকা ধল নমাদি জাৰ্মান সেনা পলাণ্ডত সোমালগৈ। ছয় বজাত জাৰ্মান বায়ু-যানে ৱাৰ্চত ব'মা বৰষি ৰাঙলী ধোঁৱা মেলি দিলে।

শেষ মুহূৰ্ত্তলৈকে হিট্লাৰ তেওঁৰ মিছা কথাৰ চাংথনৰ পৰা নমা নাছিল। পলাণ্ড আক্ৰমণ কৰিবলৈ তেওঁক কেনেকৈ বাধ্য কৰা হৈছে সেই কথা জগতক বুজাবলৈ এইবাৰ এটি অভিনৱ ঘটনাৰ ( incident ) সৃষ্টি কৰা হৈছিল।

পলাণ্ড আৰু জাৰ্মানিৰ মাজৰ আদবিয়াৰ কাষতে গ্লাইভিচ্ বোলা এখন চহৰত এটা জাৰ্মান ৰেডিঅ' ষ্টেশন আছিল। পলাণ্ড আক্ৰমণৰ ঠিক আগ দিনা এখন থিয়টৰ দেখুৱাই সাংবাদিকসকলক ভুৰা দিবলৈ নাউজক্স নামেৰে এচ-এচৰ এটি গুণ্ডা ১০ আগষ্টৰে পৰা তাত থাপ লৈ আছিল। ৩১ আগষ্টৰ দিনা ১২/১৩ জন জাৰ্মান ফাটেকিয়ালক পলাণ্ডৰ চিপাহীৰ সাজ পাৰ পিন্ধাই, ডাক্তৰৰ হতুৱাই ইনজেকশন দিয়াই বধ কৰি, তাৰ পাছত সিহঁতক গুলি কৰা হ'ল, যাতে গাত গুলি সোমোৱাৰ চিন থাকে। সন্ধিয়া আঠ বজাত জীৱই উজান-ভাটী কৰি থকা তাৰে এটা

---

১৪৭ He ( Hitler ) had repeatedly declared to his generals that he would either produce a Polish surrender by 1st September or go to war. He dared not face their contempt if he confessed failure. Besides, military action could not be improvised at a moment's notice. If the attack planned for 1st September were called off, it would have to be postponed for many weeks or even months : *A. J. P. Taylor*.

ৰুছীয়াৰক ৰেডিঅ' ষ্টেশনলৈ চোচোৰাই নি মঞ্জিয়াত পেলাই প'ল চিপাহীইতে ৰেডিঅ' ষ্টেশন আক্ৰমণ কৰিছে বুলি ৰেডিঅ'ত এটা বাতৰি প্ৰচাৰ কৰি ৰাউজৰ্ নিস্কৃট হ'ল। প'ল চিপাহীয়ে ৰেডিঅ' ষ্টেশন আক্ৰমণ কৰাৰ প্ৰমাণ হিচাপে ফাটেকিয়ালইতৰ শ কেইটা সাংবাদিকসকলক পিছত দেখুওৱা হ'ল। গোৱেবলচৰ ৰেডিঅ'ই বৌজাল বৌজাল কৰি বাতৰিটি সমগ্ৰ জগতক শুনাই বিননিৰ সুৰত ঘোষণা কৰিলে, ইয়াৰ পাছতো নো বাৰু জাৰ্মান চৰ্কাৰ হাত সাৰটি বহি থাকিব পাৰে নে? বোলে:

তেলীয়াই কান্দে তেল পেলাই,

কপহুৱাই কান্দে লেট্‌পেটাই।

যি কি নহওক, এইবাৰ ভকত গাঁঠি বাৰুকৈয়ে লাগিল। ইয়াৰ পাছতো হোঁহকা-পিছলা কৰিলে চেম্বাৰলেনইৰ গাদী নাথাকে। তথাপি মিত্ৰৰাজ্য পলাণ্ডক আক্ৰমণ কৰাৰ পাছতো ব্ৰিটিচ আৰু ফৰাচী চৰ্কাৰে চুক্তি অনুসৰি যুদ্ধ ঘোষণা নকৰি হিট্‌লাৰলৈ আকৌ এবাৰ সংকীয়নিহে পঠালে—এতিয়াও যত্নে সত্নে হিট্‌লাৰ ক্ষান্ত হওক; ন'হ'লে ইংৰাজ আৰু ফৰাচী যুদ্ধত নামিবলগীয়া হ'ব পাৰে।[১৪৮]

অৱশেষত, মচৰ মচকুটি কৰিও হিট্‌লাৰক টলাব নোৱাৰি, চেম্বাৰলেইন আৰু দালাদিয়ে আকৌ মুচলিনিৰ চৰণে পশিলে, মিউনিকৰ বৈঠকৰ আগত তেওঁলোকক তৰা দি এইবাৰো তাৰিবলৈ। মুচলিনিয়ে প্ৰস্তাৱ দিলে যে বিনা চৰ্তে ডাণ্ট্‌চিক জাৰ্মানিক শোধাই দিবলৈ প'ল চৰ্কাৰ মান্তি হওক। তাৰ পাছত মিউনিকত পতা দি এখন বৈঠক পতা যাওক। তাৰ উত্তৰত হিট্‌লাৰে জনালে যে ও তাৰিখেহে তেওঁ সেই সম্বন্ধে নিজৰ সিদ্ধান্ত জনাব পাৰিব।

৩ তাৰিখলৈ পলাণ্ডৰ সোঁ-আধি খতম কৰিব পাৰিব বুলি ভাবি

১৪৮ The ally of Great Britain and France had been wantonly attacked. It only remained for them to declare war on the aggressor. They did nothing of the kind. The two Governments ( British & French ) merely 'warned' Hitler that they might have to go to war unless he desisted : *A. J. P. Taylor.*

হিট্‌লাৰে এই চালটো চালিছিল। তেওঁৰ টাগ-বটালৰ তলা-মলা পোৱাৰ শক্তি চেম্বাৰলেইনৰ নাছিল। যেই চওক, ৩ তাৰিখলৈ বাট চাবলৈ চেম্বাৰলেইন মান্তি হ'লত, পাৰ্লামেণ্টত—গোটেই ইংলণ্ডত—হুলস্থূল লাগিল। পাৰ্লামেণ্টে দাবী কৰিলে যে হিট্‌লাৰে তেওঁৰ সৈন্যসামন্ত পলাণ্ডৰপৰা ওলোটাই নিলেহে বৈঠকৰ প্ৰশ্ন উঠিব: ন'হ'লে তেওঁৰ জবাবলৈ বাট চোৱাৰ একো অৰ্থ নহয়। সেই চতত হিটলাৰ মান্তি ন'হ'ব বুলি জানি মুচলিনিয়ে তেতিয়া ফালৰি কাটিলে। তথাপি তেওঁ কিবা এটা উপায় উলিওৱাৰ আশাত ব্ৰিটিচ্‌ আৰু ফৰাচী চৰ্কাৰ আৰু ডুদিন টোপনি পাৰি বহি থাকিল।

২ তাৰিখে চেম্বাৰলেইনে পাৰ্লামেণ্টৰ বৈঠকত সদস্যসকলক জনালে জাৰ্মানিয়ে যদি পলাণ্ডৰপৰা জাৰ্মান সেনা অপসৰণ কৰিবলৈ মান্তি হয়—অপসৰণ কৰে নহয়, **কৰিবলৈ মান্তি হয়**—তেতিয়া হ'লে ব্ৰিটিচ চৰ্কাৰে আগৰ সকলো কথা এৰি পেলাই জাৰ্মান চৰ্কাৰৰ লগত আলোচনা আৰম্ভ কৰিব পাৰিব।[১৪৯]

চেম্বাৰলেইনৰ এই কথাষাৰ শুনি পাৰ্লামেণ্ট মঞ্চত জানিবা জুই হে লাগিল। বিৰোধী দলৰ নেতা আৰ্থৰ গ্ৰীনউড্‌ চেম্বাৰলেইনৰ ভাষণৰ উত্তৰ দিবলৈ থিয় দিলত, চেম্বাৰলেইনৰ নিজৰ দলৰে ( Conservative ) প্ৰবীণ সদস্য এমেৰি গৰজি উঠিল: Speak for England, Arthur বুলি। গ্ৰীনউডে দাবী কৰিলে যে হয় চেম্বাৰলেইনে গ্ৰেইট ব্ৰিটেইনৰ সম্মান ৰক্ষা কৰি যুদ্ধ ঘোষণা কৰক, নতুবা তেওঁ তেওঁৰ কেবিনেটেৰে সৈতে তৎক্ষণাৎ ইস্তফা পত্ৰ দাখিল কৰক। সমগ্ৰ সদনে হৰিধ্বনিৰে গ্ৰীনউডক সমৰ্থন জনালে।

---

১৪৯ On the evening of 2nd September Chamberlain addressed the House of Commons. MP's expected to hear that war had been declared. Instead Chamberlain said that if the German Government would agree to withdraw their troops from Poland ( not actually withdraw them ), the British Government would forget everything that had happened, and diplomacy could start again : *A. J. P. Taylor*.

মাজ নিশা কেবিনেটৰ বৈঠক বহিল। তাত সিদ্ধান্ত লোৱা হ'ল যে হিট্‌লাৰলৈ এইবাৰ চূড়ান্ত এটি সঁকীয়নি পঠোৱা যাওক যে তুৰন্তে তেওঁ পলাগুত যুদ্ধ বিৰতি নঘটালে পাছদিনা (৩ চেপ্টেম্বৰ) দিনৰ ১১ বজাত ইংলণ্ডই জাৰ্মানিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিব। হিট্‌লাৰে সঁকীয়নিলৈ কটগদ নকৰিলত বান্ধত বাগৰাব মূৰ মৰিল। উপায়ন্তৰ নেদেখি ১১ বজাত চেম্বাৰলেইনে যুদ্ধ ঘোষণা কৰিলে। ফৰাচী মন্ত্ৰী বনেট তেতিয়াও পতিহা কৰি আছিল মুচলিনিয়ে কিবা এটা কৰিব বুলি। তেওঁ একো নকৰিলত আবেলি পাঁচ বজাত ফৰাচী চৰ্কাৰেও ব্ৰিটিচ চৰ্কাৰৰ পথকে অনুসৰণ কৰিলে।

দ্বিতীয় মহাসমৰ আৰম্ভ হ'ল।

[ প্ৰথম খণ্ড সমাপ্ত ]

# শুধৰণি

## আত্মলৃক হিট্লাৰ ( ১ম খণ্ড )

| পৃষ্ঠা | শাৰী | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| ৩ | ১৩ | চিৰকলায়া | চিৰকলীয়া |
| | ২০ | হাইল হিট্লাৰ' | 'হাইল হিট্লাৰ' |
| ৪ | ১ | নাইক হাবিলদাৰ | নাইক/হাবিলদাৰ |
| | ২২ | ভেকা-গাভৰু যোবে | ভেকা-গাভৰুযোবে |
| ৫ | ২৫ | দেশ বাসাক | দেশবাসীক |
| | ২৮ | ওলাই গৈছিল। | ওলাই গৈছিল ; |
| ৭ | ৯ | ত্রিশ | ত্রিছ |
| | ১৪ | 'বিল্ল্‌গ্র্‌বেৰ | 'বিল্ল্‌গ্র্‌বেৰ' |
| ৯ | ৭ | আৰ্টিষ্ট হোবা | আৰ্টিষ্ট্ হোৱাৰ |
| ১০ | ২০ | merry makers | merry-makers |
| | ২২ | baddest | saddest |
| ১১ | ১২ | মত | মতে |
| | ১৩ | অজীন পাতকী | অজীণ-পাতকী |
| ১৬ | ১ | জার্মানিৰ ফিল্ড্‌মার্শেল | ফিল্ড-মার্শেল ফন |
| | | ফন্ হিণ্ডেনবুৰ্গ | হিণ্ডেনবুৰ্গ জার্মানিৰ |
| ১৬ | ২৩ | লাখবিলাক | লাখবিলাখ |
| | | আপৰ | আপত |
| | ২৬-২৮ | we owe...suicide | "we owe···suicide" |
| ১৭ | তলৰপৰা ২ | hortly | shortly |
| ১৮ | ১৭ | ৰা মৰলী | ৰা-মাৰলী |
| ২০ | ১৮ | (education officer— | (education officer)— |
| ২৩ | ২ | হিট্লাৰ ভক্ত | হিট্লাৰ-ভক্ত |
| | ১২ | জৱনৰ | জীৱনৰ |
| ২৫ | ৬ | বৃহত্বৰ | বৃহত্তৰ |
| ২৫ | ৬ | চক্ৰৱাত | চক্ৰৱালত |

| পৃষ্ঠা | শাৰী | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| ২৫ | ১১ | spartei | Spartei |
| ২৯ | ৩ | সদস্তসকল | সদস্যসকলে |
| ৩৫ | ৯ | ষেন টেপীয়া | ষেনটেপীয়া |
| | ১৮ | চীকৃটৰ | চীয়েকৃটৰ |
| | ২০ | চীকৃটক | চীয়েকৃটক |
| | ২৩ | ১৮ নং | ১৭ নং |
| ৩৬ | ১০ | চীকৃটৰ | চীয়েকৃটৰ |
| | ১৫ | চীকৃট | চীয়েকৃট |
| ৩৯ | ৭ | কৰো | কৰোঁ |
| | ১৮ | লাহে ধীৰেৰে | লাহে-ধীৰে |
| ৪০ তলৰপৰা | ২ | লুডেন্‌ডফ | লুডেন্‌ডফ |
| ৪৩ | ১৭ | weltanchaung world view | weltanchanung-world view |
| ৪৭ | ২৩ | লুড্‌উইগৰ | লুড্‌ভিষৰ |
| ৪৮ শেহৰ শাৰী | | (Alan Bullock) | Alan Bullock |
| ৪৯ | ২ | মাহকাল | মাহ কাল |
| ৫২ | ২০ | stat | state |
| ৫৮ | ২ | judgement | judgment |
| ৬০ | ২৮ | e | He |
| ৬৪ | ৪ | নাছিলোঁ। | নাছিলোঁ।" |
| ৬৫ | ৩ | পাটিৰ | পাৰ্টিৰ |
| ৬৬ | ১ | হ'ল | হ'লে |
| ৬৮ | ২৪ | গ্যোনিঙে | গ্যোনাবে |
| ৬৯ | ১৯ | ৰাজ্রকার্য | ৰাজকাৰ্য্য |
| ৭০ | ৫ | পাইছিলোঁ | পাইছিলোঁ।" |
| ৭১ | ২৬ | nonsense | nonsense" |
| ৭২ | ১ | কার্যকৰী | কাৰ্য্যকৰী |
| ৭৩ | ১৩ | ন'হ'ব বুলি | ন'হ'ব। এই |

| পৃষ্ঠা | শাৰী | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| ৭৬ | ২৮ | পাট | পাত |
| ৭৭ | ৪ | নগুৰ-শান্তি | নগুৰ-নান্তি |
| ৭৮ | ১২ | and | und |
| ৮০ | ১৪ | টেইড্‌ | ট্ৰেইড্‌ |
| ৯০ | ৩ | সেই পুৱতি | সেই দিনা পুৱতি |
| ৯৯ | ১ | হিট্‌লাৰৰ | হিট্‌লাৰ |
| ১০১ | ১০ | হিট্‌লাৰ | হিট্‌লাৰৰ |
| ১০২ | ৩ | চীকেট | চীয়েক্টে |
| ১০৫ | ২২ | আকৌ কটা | আকৌ নেগুৰ কটা |
| ১০৬ | ৬ | ডবা | দবা |
| ১০৮ | ২৫ | cleverest | clever |
| ১১০ | ৪ | যে | delete |
| | | হিট্‌লাৰে | হিট্‌লাৰ |
| ১১৫ | ৩ | জড্‌লে | য়ড্‌লে |
| ১১৯ | ১৩ | hyter a | hysteria |
| ১২৩ | ২২ | Ger an | German |
| ১২৫ | ৭ | বল্ডইনে | বল্ড্‌উইনে |
| „ | ১৩ | ভূতপূৰ্ব ভাৰতৰ | ভাৰতৰ ভূতপূৰ্ব |
| „ | ২৫ | felln | Feling |
| ১২৭ | ৮ | লাবেন শ্ৰাউমৰ | লেবেন শ্ৰাউমৰ। |
| | ২৭ | Lebansraum | Lebensraum |
| ১৩১ | ১৮ | ৰ্বোচ্চ | সৰ্বোচ্চ |
| ১৩২ | ১ | পাছত। | পাছত |
| ১৩৮ | ১৭ | গৈছিল | লৈছিল |
| ১৩৯ | ৯ | মুখপাত্ৰজনৰ | মুখপাত্ৰ এজনৰ |
| ১৪৪ | ২৫ | নকৰম | নকৰিম |
| ১৪৫ | ১৮ | তিনি-দিনৰপৰা আপোনাক | তিনি দিনৰপৰা সময় আপোনাক |
| | ২১ | প্ৰণালীৰ | প্ৰণালীৰে |

| পৃষ্ঠা | শাৰী | অশুদ্ধ | শুদ্ধ |
| --- | --- | --- | --- |
| ১৬০ | শেহৰ শাৰী | o grave | so grave |
| ১৬১ | ৭ | চকাৰৰ | চৰ্কাৰৰ |
| | ১৮ | Ther | Then |
| | ১৯ | Conference | conference |
| | ২১ | ske ched | sketched |
| ১৬৩ | ২৪ | Cz chs | Czecks |
| ১৬৪ | ২০ | Wi tersheim | Wietersheim |
| | | b untly | bluntly |
| | ২২ | forfification | fortifications |
| | | coull | could |
| | ২৩ | turious | furious |
| | | followed Hitler | followed, Hitler |
| | ২৬ | fortification | fortifications |
| ১৬৫ | ৫ | হৈছিল: | হৈছিল ; |
| | ২৩ | চৰ্কাৰ | চৰ্কাৰৰ |
| ১৬৬ | ১৩ | প্ৰাইম্ মিনিষ্টাৰ লৰ্ড হেলিফেক্সলৈ | প্ৰাইম্ মিনিষ্টাৰ চেম্বাৰলেইন আৰু ফৰেইন মিনিষ্টাৰ লৰ্ড হেলিফেক্সলৈ |
| ১৭০ | ১১ | বের্ষ টেশ্‌ গাডেনলৈকেহে | বের্ষটেশগাডেনলৈকেহে |
| ১৭১ | ১৯ | জাৰ্মানিক | জাৰ্মানক |
| ১৭৩ | ১০ | ছল | চল |
| ১৭৫ | ২০ | Commissor | Commissar |
| ১৭৬ | ১৭ | তেওঁ চেম্বাৰলেইন ) | তেওঁ ( চেম্বাৰ লেইন ) |
| ১৭৮ | ৯ | no | not |
| ১৭৯ | ১৯ | o all | of all |
| | ২০ | fo ces | forces |
| ১৮৩ | ৬ | চেপ্টেম্বৰৰ | চেপ্টেম্বৰ |
| | ১১ | পালাষ্টত | পালাম্টত |
| ১৮৪ | ২ | কৰিব, | কৰিব ; |

| পৃষ্ঠা | শাৰী | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| | ২০ | বিপদ, | বিপদ ; |
| ১৮৫ | ১২ | পাট | পাত |
| ১৯০ | ২৩ | fo | for |
| ১৯৩ | ৭ | পালাচত | পালাস্টত |
| ১৯৪ | ১১ | o the | of the |
| | | শেহৰ শাৰীৰ শেহত | : Shirer স্মমুৰাই জখ |
| ১৯৭ | ২৮ | German | Germans |
| ২০১ | ১১ | ফোপোলা, | ফোপোলা । |
| | | শেহৰ শাৰীৰ শেহত | : Shirer স্মমুৰাৰ |
| ২০৮ | ২৩ | চক | চেক্ |
| | | কবি | কৰি |
| | ২৭ | that is | that it is |
| ২০৯ | ১৭ | চাইচ্-ইনকাৰ্টাক | চাইচ্ ইনকাৰ্টক |
| ২১১ | ২ | কাৰ্মাজিসে | কাৰ্মাজিনে |
| | ২৪ | of the S s | of the Slovaks |
| ২১৭ | ৭ | তেতিয়া | তেতিয়াও |
| ২১৮ | ৯ | উল্লেখত | উল্লেখ |
| ২২১ | ২৫ | complied | compiled |
| | ২৬ | such | delete |
| ২২২ | ২৯ | Genefencu | Gefencu |
| ২২৪ | ২৩ | মৰ্তৰৈ | মৰ্ত্যলৈ |
| ২২৬ | ২ | ১ ২ | ১৩২ |
| ২৩৩ | ১২ | একলগে | একেলগে |
| | ১৫ | লগতো | লগত |
| | ১৭ | খেলাদি টনা | খেলাদি তেওঁ টনা |
| ২৩৬ | ১৫ | ৯৩ | ১৯৩০ |
| ২৩৯ | ৬ | চকাবৰ | চৰ্কাবৰ |
| ২৪০ | ২১ | পাবিব | পাৰিম |